# প্ৰৱাহ

( পাঠশালা সাহিত্য সভাৰ দ্বাৰা আয়োজিত সদৌ অসম উপন্যাস প্ৰতিযোগিতাত দ্বিতীয় পুৰস্কাৰ প্ৰাপ্ত )


হিৰণ্য কুমাৰ চৌধুৰী

সিদ্ধাৰ্থ চৌধুৰী






অসমী • প্ৰকাশন

আনন্দ ৰাম বৰুৱা পথ

পানবজাৰ, গুৱাহাটী-১

'Prabah' a Social Novel written by Hiranya Kumar Choudhury & Sidhartha Choudhury & Published by Asomi Prakashon, Panbazar, Gauhati—781001
Price Rs. 20·00

---

প্ৰকাশক :
শ্ৰীনাৰায়ণ দাস
অসমী প্ৰকাশন
পানবজাৰ, গুৱাহাটী

প্ৰথম প্ৰকাশ :
আগষ্ট ১৯৮৬

বেটুপাত :
প্ৰবিণ বড়া

মূল্য ২০·০০ টকা

মুদ্ৰক :
জনজীৱন প্ৰেছ
পানবজাৰ
গুৱাহাটী-৭৮১০০১

## ॥ পাঠশালা সাহিত্য সভাৰ প্ৰকাশন সচিবৰ এষাৰ ॥

জন্ম-লগ্নৰ পৰাই পাঠশালা সাহিত্য সভাই প্ৰকাশনৰ দিশত বিশেষ গুৰুত্ব দি আহিছে আৰু বৰ্তমানলৈকে দুকুৰিখন বিভিন্ন গ্ৰন্থ অসমীয়া ভাষা-সাহিত্যলৈ অৱদান দিবলৈ সক্ষম হৈছে। আনহাতে, সভাই অসমৰ নবীন লেখক সকলক ইয়াৰ বিভিন্ন প্ৰকাশন আঁচনিৰ যোগেদি অগ্ৰাধিকাৰ দিয়াৰ উপৰিও সেই সকলৰ মাজত সদৌ অসম ভিত্তিত সাহিত্যৰ বিভিন্ন দিশত প্ৰতিযোগিতাৰ আয়োজন কৰি পুৰস্কাৰো প্ৰদান কৰি আহিছে। পুৰস্কৃত গল্প, কবিতা আদিৰ কেৰাটাও সংকলন ইতিমধ্যে প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যলৈ কিঞ্চিৎ হলেও বৰঙণি আগবঢ়াইছে বুলি সভাই গৌৰৱবোধ কৰে। নকলেও হব যে সভাৰ এনেবোৰ আঁচনিক অসমৰ সহৃদয় পঢ়ুৱৈ সমাজে আঁকোৱালি লোৱাৰ উপৰিও সুমন্তব্যৰে উৎসাহিতও কৰি আহিছে।

আমি আনন্দেৰে জনাওঁ যে ১৯৮৪ চনৰ শেষৰ ভাগত গুৱাহাটীৰ অন্যতম প্ৰকাশন প্ৰতিষ্ঠান 'অসমী প্ৰকাশন'ৰ স্বত্বাধিকাৰী শ্ৰীনাৰায়ণ দাসে সদৌ অসম ভিত্তিত এখনি উপন্যাস প্ৰতিযোগিতা এই সভাৰ ভৱিষ্যতে আয়োজন কৰাৰ অনুৰোধ জনায়। উক্ত প্ৰতিষ্ঠানৰ সহযোগত আয়োজিত সদৌ অসম উপন্যাস প্ৰতিযোগিতাত আঠৈকুৰি গৰাকী প্ৰতিযোগীয়ে অংশ গ্ৰহণ কৰে। প্ৰতিযোগিতাত শ্ৰী লোহিত ভৰালীৰ "আংগিৰ", শ্ৰীহিৰণ্য কুমাৰ চৌধুৰী আৰু শ্ৰীসিদ্ধাৰ্থ চৌধুৰীৰ "প্ৰবাহ" আৰু শ্ৰীপৰমানন্দ ৰাজবংশীৰ "এজন ৰাজাৰ মৃত্যু" নামৰ উপন্যাস তিনিখনে ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্থান লাভ কৰাৰ গৌৰৱ অৰ্জন কৰে। সভাৰ পূৰ্বৰ ঘোষণা অনুসৰি পুৰস্কৃত উপন্যাস তিনিখন "অসমী প্ৰকশন"ৰ দ্বাৰা প্ৰকাশৰ আঁচনি গ্ৰহণ কৰা হয়। এই সুযোগতে বঁটা প্ৰাপক সকলক শুভ জনোৱাৰ লগতে "অসমী প্ৰকাশন"ৰ স্বত্বাধিকাৰী শ্ৰীনাৰায়ণ দাসলৈ সভাৰ হকে শলাগ জ্ঞাপন কৰা হ'ল। আমি আশা ৰাখিছোঁ অসমৰ সহৃদয় পঢ়ুৱৈ ৰাইজে উপন্যাস তিনিখন আদৰি ল'ব।

প্ৰতিযোগিতা পৰিচালনাকে ধৰি বিভিন্ন কাৰ্যত সক্ৰিয় সহযোগ আগবঢ়োৱাৰ বাবে অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক নগেন শইকীয়া, পাঠশালাৰ ( সৰ্বশ্ৰী ) মুকুল গোস্বামী, মনোমোহন শৰ্মা, ফজলুল আলী, চক্ৰপাণি কলিতা, প্ৰবোধ শৰ্মা, আৰু পাঠশালা সাহিত্য সভাৰ সম্পাদক শ্ৰীনৰনাৰায়ণ দেৱ শৰ্মা প্ৰমুখ্যে সভাৰ সমূহ কাৰ্যনিৰ্বাহক সদস্যলৈকে কৃতজ্ঞতা জনাইছোঁ। সদৌ শেষত সভাৰ এনেবোৰ আঁচনি আৰু অধিক গতিশীল হৈ পৰক, ইয়াকে কামনা কৰোঁ।

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰকাশন সচিব,
পাঠশালা সাহিত্য সভা

পাঠশালা
৩১ মে', ১৯৮৬

টোপটো কাইটটোত ভালদৰে লগাই লৈ মুখেৰে "যা : " বুলি উচ্চাৰণ কৰি ৰমেশ্বৰে হাত ৰবশীটো ব্ৰহ্মপুত্ৰৰ মাজ ভাগলৈ বুলি সোঁহাতেৰে দলি মাৰি দিলে। তাৰ বৃদ্ধ অথচ সবল বাহুটিৰে জোকাৰণি এটি দিব গ'ল। টোপটোৰে সৈতে জৰীডাল বকেটটোৰ দৰে ধতাহ ফালি কিছুদূৰ গৈ পানীত থোপেছকৈ পৰিল। লগে লগে সি বামত গুজি লোৱা বৰশীৰ চকাটো ঘূৰাই পানীৰ মাজেৰে নাচি নাচি তললৈ সোমাই যাব ধৰা অপ্ৰয়োজনীয় জৰীখিনি মেৰিয়াই থলে। তাৰ লগতে ছন্দ মিলাই বাহিৰলৈ ওলাই আহিব ধৰা বাহুৰ মাংসপেশী হালেও নাচি থাকিল। পানীৰ সোঁতে ভাওৰকৈ বৰশীৰ পুঙাটো তল-ওপৰ কৰি নচুৱাই থকাৰ লগে লগে প্ৰতিটো মুহূৰ্তই তাৰ মনত দোলা দি আছে—লুইতৰ বিশাল জলৰাশিৰ আঁৰ লৈ থকা তাৰ কল্পনাৰ বিৰাট ৰৌজনীয়ে যেন এই মুহূৰ্ততেই আহি টোপটো কামুৰি ধৰিব, একেবাৰে পেটলৈকে ভৰাই আৰু গভীৰলৈ দৌৰ দিব, বুঢ়ায়ো একেটা টানতেই তাইৰ কলিজা ফুটাই দিব, লাহে লাহে চকাটো ঘূৰাই টানি আনি বামত থেকেচা মাৰি দিব, পিচত গাঁওৰ মাজেৰে গৰিত খোজেৰে বিৰাট মাছজনী কান্ধত ওলোমাই নিজৰ বীৰত্ব জাহিৰ কৰি আগবাঢ়িব আৰু তাৰ বীৰত্বকেই স্বাগতম জনাই তাৰ পিচে পিচে কিৰিলি পাৰি সমদল কৰি যাব গাওঁৰেই সৰু সৰু ল'ৰা-ছোৱালীৰ জাকটো; অৱশ্যে সকলোৰে আগত যাব কৈশোৰৰ অগতানুগতিক পৰিমাৰে সেই মৰম লগা সৰুকৈ ল'ৰাজন।

"আহ্‌ সা, মোৰ কলিজাটো!" তাৰ মুখেৰে আপোনা-আপুনি ওলাই আহিল আৰু পিচ মুহূৰ্ততেই সি চাৰিওফালে এবাৰ চাই ললে। তাৰ নিজাকে নিজে কোৱা কথাখিনি শুনিবলৈ ওচৰত কোনো নাই জানি সি আশ্বস্ত হ'ল। আচলতে তেনেকুৱা সময়ত সেই ঠাই ডোখৰত ৰমেশ্বৰ বুঢ়াৰ বাহিৰে আন কোনো সাধাৰণতে নাথাকেই। বুঢ়াই নিজেও কথাটো নজনা নহয়। তথাপিও কিছু-মান বিশেষ মুহূৰ্তত কিছুমান বিশেষ আচৰণ অযৌক্তিকতাৰে

অতি স্বাভাৱিক হোৱা বাবেই বুঢ়াইও তেনেকুৱা স্বাভাৱিকতাৰে বলি হ'ব লগা হৈছিল। সেয়া নিশ্চয় অন্তৰৰ নিভৃত কোণৰপৰা নিগৰি ওলোৱা মৰমসনা ভাবাবেগৰ বিমূৰ্ত প্ৰকাশ; কিন্তু সেই ভাবাবেগখিনি আনৰ আগত উদঙাই দিবলৈ বুঢ়াই লাজ পায়। তাৰ দুৰ্বলতাখিনি আনে ধৰিব পৰাটো সি কেতিয়াও নিবিচাৰে; কিন্তু দুৰ্বলতাই যেন সদায়ে সুৰুঙা বিচাৰি থাকে, আৰু সুৰুঙা বিচাৰি পালেই ভুতংকৈ বাহিৰ ওলাই আহে—ৰমেশ্বৰ বুঢ়াৰ শিৰ ফুটা হাতে তাক ধৰি ৰাখিবলৈ অসমৰ্থ হয়।

বুঢ়াই জানে অলপ পিচতেই সেই ল'ৰাজন আহিব—আহি তাৰ ওচৰতেই ঘাঁহনিত লেপেটা কাঢ়ি বহিব—তাৰ মুখত লাগি থাকিব নিষ্কলুষ বিনম্ৰ হাঁহি এটি। বেচেৰাই আনকালে স্কুলৰপৰা আহি জলপান খিনি পেটত ভৰায়েই লুইতৰ পাৰৰ এই বিশেষ ঠাইখিনিলৈ অৰ্থাৎ ৰমেশ্বৰ বুঢ়াৰ ওচৰলৈ আহে। বয়সৰ বিপৰীতে সি জীৱন পৰিচালিত কৰিবলৈ শিকিছে। লগৰ আন ল'ৰাবোৰৰ দৰে অকল খেল-ধেমালিতে সি তাৰ সময় অতিবাহিত নকৰে; কিতাপ পঢ়ে—মানুহৰ, সমাজৰ। চীন, ৰাছিয়া, আমেৰিকা আদি দেশবোৰৰ কথা—সেই দেশবোৰৰ মানুহৰ, সমাজৰ কথা সি বুঢ়াক কয়। সি ভাৰতৰ কথা কয়, ভাৰতীয়ৰ কথা কয় আৰু কয় অসমৰ কথা—কোনোবা মণিপুৰী পাওলেন, কোনোবা খাছীয়া লিংডো, কোনোবা ভৈয়ামৰ বাভাকে লৈ সৰু সৰু পাহাৰবোৰত ওখ ওখ মনেৰে জীৱন নিৰ্বাহ কৰি থকা সেই সহজ-সৰল মানুহবোৰৰ কথাও সি বুঢ়াক সুযোগ বুজি নোকোৱাকৈ নাথাকে। মাটিৰ কেঁচা গোন্ধ নিহিত এই কথাবোৰ শুনিবলৈ বুঢ়ায়ো ভাল পায়। সি নিজেও মাটিৰ মানুহ—মাটিৰ গোন্ধ লৈয়েই আজিৰ অৱস্থা পাইছে। এই গোন্ধ তাৰ অতি চিনাকি—অতি প্ৰিয়।

বুঢ়াই হাতবৰশীৰ চকাৰ চাৰিওফালটো তাৰ অজ্ঞাতসাৰেই লিৰিকি-বিদাৰি আছিল। হঠাতে এবাৰ চকাটোৰপৰা হাতখন পিচলি যোৱাত সি মুখেৰে "ওহ" বুলি উচ্চাৰণ কৰি চকাটোলৈ চালে। লগে লগেই নিজৰ দুৰ্বলতাখিনি ধৰিব পাৰি সি হাঁহি উঠিল। সি এইবাৰ চকাটোৰ ওপৰেৰে পাৰ হৈ যোৱা জৰীডালেৰে দৃষ্টি বুলাই লুইতলৈ চালে। অবিচ্ছিন্নভাবে বৈ থকা লুইতলৈ চাই তাৰ জীৱন-টোকো লুইতৰ সোঁতৰ লগত তুলনা কৰিবলৈ মন গ'ল। ভাৱৰা

জীৱনত যেন একো নতুনত্ব নাই— সেই একেই গতানুগতিকতা। লুইতৰ যেনিবা বাৰিষা-খৰালি আছেই; তাৰ জীৱনত্তো খৰালিৰ বাহিৰে বাৰিষা কোনোদিনেই অহা নাই, আৰু হয়তো নাহিবও!... আচলতে মানুহৰ পিছত অতিবাহিত কৰা দিনবোৰৰ কথা কেতিয়াবা ভাবিলে তাৰ তেনেকুৱাই বোধ হয়। সি ভাবিলে, এই মাছজনীও যে আৰু! কিমান দিন সি বৰশী পেলালে, অথচ মৰতীজনীয়ে এদিনো দেখা নাপায়নে! নাচনীজনীয়ে তাৰপৰা ইমান আঁতৰি ফুৰিব লাগেনে।

"হেহ-হেই নাচনী!" বুঢ়াই এটি অবজ্ঞাৰ হাঁহি মাৰি নিজকে নিজে কোৱাদি ক'লে, "কিমান পলাবি? মোৰ নামো বসেশ্বৰ হয়, বুজিছ? তোৰ দৰে কিমান মাছক অমুকাই কাবু কৰিছো, আৰু তই!... হো, এবাৰ খাই চা, নাখাব কিয়? একেই টানতে বাপেৰৰ বিয়া দেখি যাবি নহয়!" লগে লগে সি মাছজনী টানি অনাৰ ভঙ্গীত সোহাতখন টানি আনিলে।

আচলতে বুঢ়াই আজি বহুদিন ধৰি লুইতৰ সেই একেডোখৰ ঠাইতে বৰশী পেলাই আছে। লুইতৰ সেইটুকুৰা ঠাইত বিৰাট বৌ এজনী তালৈ বুলি ৰখি থকাৰ ধাৰণা এটি তাৰ মনত দকৈ সোমাই গৈছে। অৱশ্যে বুঢ়াৰ মাছ ধৰাৰ নীতি সেইটোৱেই। লুইতৰ বিশেষ এটুকুৰা ঠাইত কিবা এটা নিৰ্দিষ্ট মাছ থকা বুলি কল্পনা কৰি লব আৰু অন্ততঃ একেজাতীয় মাছ এটা উঠাব নোৱাৰালৈকে সেই ঠাই টুকুৰাত বৰশী পেলায়েই থাকিব। ঠাইটুকুৰাত বৌজনী থকাৰ কল্পনাই দিনটোৰ ব্যৰ্থ প্ৰতীক্ষাৰ পাছতো পিছদিনৰ বাবে আশাৰ সঞ্চাৰ কৰে। সেই কল্পনাটোৱে তাক ইমানকৈ নিমজ্জিত কৰি ৰাখে যে মাছজনী সচাঁকৈ সেই ঠাইত আছে নে নাই তাকে লৈ মূৰ ঘমোৱাৰ অৱকাশেই নাথাকে। সন্দেহ নাই, বুঢ়াৰ সুদীৰ্ঘ মাছমৰীয়া অভিজ্ঞতাতেই ইয়াৰ জন্ম, আৰু প্ৰায় ক্ষেত্ৰতেই এই অভিজ্ঞতাৰে সম্যক প্ৰতিফলন হোৱাটো একো আচৰিত হবলগীয়া নহয়।

প্ৰতিদিনেই বুঢ়াই বৰশী পেলাইছে আৰু চপাইছে, চপাইছে আৰু পেলাইছে; মাছৰ হলে উম-ঘামেই নাই। বুঢ়া পিচে অসম্ভৱ জেদী। দিনৰ পিচত দিন ধৰি ভৰ দুপৰীয়াৰপৰা চকুৰে মনিব নোৱাৰা হোৱালৈকে সেই একে টুকুৰা ঠাইতে বৰশী পেলাই বহি থাকিব তাৰ কল্পনাৰ মাছজনী নুঠালৈকে। সেই সুদীৰ্ঘ সময়ছোৱাত

ভোক নাইবা ভাগৰ কেনোটো অনুভূতিয়েই তাৰ মনত ঠাই নাপায়। ব'ঠা কিমানলৈ বয় মাথো লুইতেহে জনাৰ দৰে তাৰ বৰশীদুটাইহে মাথো জানে বসেশ্বৰ বুঢ়াৰ হাতত সিহঁতৰ তিক্ত জীৱনৰ কথা—বিশেষকৈ তাৰ বৰশী দুটাৰ লাগীটোৱে, তাৰ মতে যিটোৱে নেকি কোনোদিনেই ব্যৰ্থ নহয়, সেইটোৱে এলাগীটোতকৈ আৰু বেছি ভালকৈ জানে; কিয়নো এলাগীটোক সি কমেইহে সেই তিক্ততাৰ সোৱাদ দিয়ে যদিও তাৰ জোলোঙাখনত লাগীৰ সৈতে এলাগীও সদায়েই থাকে।

বসেশ্বৰ বুঢ়াৰ এতিয়াও ভালদৰে মনত আছে, ঠিক তাৰ দৰেই একেখন গাওঁৰেই পদৰাম অৰ্থাৎ পদো বুঢ়ায়ো ঠিক একেখিনি ঠাই-তেই কাহিলি-কাহিলি পুৱাৰেপৰা বেলি দুপৰলৈকে বৰশী বাই সহস্ৰ দিনৰ বিফলতাকো কেৰেপ নকৰি জীৱন পাৰ কৰি গৈছে। তাৰো আছিল সেই একেই আশা। তথাপিও প্ৰতিদিনে কাহিলি-কাহিলি পুৱাতেই এহাতত বৰশীৰ মোনাখন আৰু কান্ধত চাটিটো ওলোমাই লৈ লুইতৰ পাৰত উপস্থিত হৈছিলহি। বহুদিন অপেক্ষা কৰাৰ মূৰত কোনোবাদিন হয়তো বৌটো বা বৰালীটো পাইছিল। সেই এটা মাত্ৰ মাছৰ বাবেই ইমান আশা—ইমান ভৰসা—নিৰবিচ্ছিন্ন প্ৰতীক্ষা।

"বেচেৰাটো," বুঢ়াই সহানুভূতিৰে উচ্চাৰণ কৰিলে। আচলতে সি নিজেও ভুক্তভোগী বাবে তাৰ সহানুভূতিখিনি যথেষ্টভাবে প্ৰকট হৈ উঠিল। 'আমাবোৰে জীৱন আৰু! এই লুইতেই সকলোখিনি সামৰি লৈছে।' সি তাৰ মনৰ ভিতৰতে ক'লে।

আচলতে এনেকুৱা কাউৰীৰ 'কা' নুশুনা মুহূৰ্তবোৰত বসেশ্বৰ বুঢ়া বৰ আবেগপ্ৰৱণ হৈ পৰে। তাৰ মনটোৱে নানা কথাই খেপিয়াই ফুৰে। অতীতৰ স্মৃতিবোৰ—তাৰ জীৱনৰ গতি, গতি-পথৰ শিল-বালিবোৰ ইত্যাদি এশ এটা স্মৃতিয়ে তাৰ মনত দোলা দি যায়। আজি জীৱনৰ শেষ প্ৰান্তত বহি অতীতৰ স্মৃতিবোৰ প্ৰাণ্ডলি সি অতীতৰ দিনবোৰৰ সোৱাদ লয়—কেতিয়াবা নিজে নিজেই হাঁহি উঠে আৰু কেতিয়াবা দুখত তাৰ অন্তৰ ভাগি পৰে। তেতিয়াই তাৰ জীৱনৰ পৰিক্ৰমাবোৰ কাৰোবাক শুনাবলৈ মন যায়—কোনোবাই তাৰ জীৱনৰ হাঁহি-কান্দোনবোৰৰ সৈতে চিনাকি হওক—একান্ত নিবিড়ভাবে।

"ল'ৰাটো যদি থাকিলেহেঁতেন।" সি মুখৰ ভিতৰতে এবাৰ

পাওজি ল'লে। আচলতে তাৰ অ জুৰত ল'ৰাটোৱে এখনি বিশেষ স্থান অধিকাৰ কৰি থকা বাবে সি প্ৰায়ে তাকেহে বিচাৰে। ল'ৰাটোৰ কণমানি অন্তৰখনতে যেন তাৰ ছবাপটোও প্ৰতিফলিত হয়।

ল'ৰাটো থাকিলে বুঢ়াই বক্তাৰ আসনখনেই ল'লে হয় আৰু ল'ৰাটোৱে ল'লেহেতেন শ্ৰোতাৰ আসন। বুঢ়াই সাধাৰণতে ত'ৰ জীৱনৰ বাবে স্মৰণীয়া কাহিনীবোৰৰ বকলা মেলে আৰু ল'ৰাটোৱে মাথো সেইবোৰ শুনি যায়। তাৰ সেই কথাবোৰৰ মাজত কিন্তু লুইতে সদায়েই আগ স্থান পায়। বুঢ়া আৰু লুইত যেন একেটা সুৰতেই গঁথা। লুইতক সামৰি লোৱা জীৱনক কিন্তু ল'ৰাটোৱেও খুব ভাল পায়, কিয়নো সৰুৰেপৰা লুইতখন চকুৰ আগত দেখি দেখি লুইতৰ প্ৰতি তাৰ মোহ উপজিছে। সি যিমানেই ডাঙৰ হৈছে তাৰ মোহো যেন সিমানেই বাঢ়িহে গৈছে। গতিকে লুইতক জানিবলৈ, বুজিবলৈ তাৰ আগ্ৰহ অপৰিসীম। সি সেয়েহে খুব অনুসন্ধিৎসু; কোনোবা ভলকত কিবা এটা প্ৰশ্ন কৰি দিব আৰু বুঢ়াই উত্তৰৰ বাবে তাৰ স্মৃতিৰ ভৰাল পাত পাতকৈ বিচাৰি মৰিব লাগিব। বুঢ়াৰ অৱশ্যে বেয়া নালাগে—প্ৰকৃতাৰ্থত সি ভালহে পায়। অতীতৰ দিনবোৰৰ স্মৃতিৰে সি যেন মুহূৰ্তৰ বাবে হলেও অতীতৰ দিনবোৰলৈ উভতি যায়। সেই দিনবোৰকে ঘূৰিয়াই চাই সি পথ ৰচে। জীৱনৰ পথৰ খলা-বমাবোৰ কিন্তু-কিয় নোহোৱাকৈ অতিক্ৰম কৰি যাবলৈ সেই স্মৃতিয়ে যেন তাক প্ৰেৰণা দিয়ে—তাৰ বুঢ়া হাড়তো ছন্দ জাগে। সেয়েহে সি ল'ৰা-টোক তাৰ বাবে মনে মনে আশীৰ্বাদহে দিয়ে—সি যেন সুখী হয়, যেন কৰ্তব্য পথত দৃঢ়ভাবে আগবাঢ়ি যাব পাৰে।

বুঢ়াই ভাবিলে, ল'ৰাটোৰ মনোবল প্ৰখৰ। গতিকে সি কৃত-কাৰ্য্য হ'বই। মাথোন ধৈৰ্য-সাহস-সংযমক হাতৰ মুঠিৰ পৰা এৰি নিদিলেই হ'ল। সময়ো তাৰ বাবে অফুৰন্ত। তাৰনো এতিয়া বয়স কিমান! আৰু লাগে যদি তাৰ অৱশিষ্ট আয়ুসখিনিও ল'ৰাটোৰ আয়ুসৰ লগতে যোগ হওক। সিনো জীৱনত আৰু কি কাম কৰিব! লগৰ প্ৰায়বিলাকেতো তাক এৰিলেই। এতিয়া জাৱত ঠৰঙা লগা পাত এটিৰ দৰে সি এডাল গছনো কি শুৱাব!

ইতিমধ্যে ল'ৰাটো আহি বুঢ়াৰ পিচফালে থিয় হৈছিল। বৰশীৰ চকাটোত হাত থৈ কিবা ভাবি বুঢ়াই গমেই নোপোৱা

বুজি জানি হঠাতে এটি দুষ্টামি কৰিবলৈ তাৰ মন গ'ল। সি কাষেৰে পাৰ হৈ যাব ধৰা আমবলি পকৰা এটি ধৰি লৈ মুখখন ফটা চোলাৰ মাজেৰে ওলাই থকা বুঢ়াৰ পিঠিত লগাই দিলে। পকৰাটোৰেও নিজে পোৱা শাস্তিৰ পোটক তুলিবলৈ বুঢ়াৰ পিঠিতে ধনঞ্জয় কামোৰ এটি শোধালে। হঠাতে এনেকুৱা আক্ৰমণত বুঢ়াই তভাতৈয়াকৈ অজান শত্ৰুৰ প্ৰতি নিজৰ পিঠিত সোঁহাতেৰে চাপৰ এটি মাৰি দিলে। পিচত গামোচাখন লৈ কামোৰা ঠাইখিনিৰ ওপৰত দুবাৰমান কোবাই দিলে। তাৰ ভাব, ম'হ-ডাহ কিবা আছে যদি জাতৰি যাওক। সি এইবাৰ গামোচাখন কান্ধত থৈ পুনৰ তাৰ হেৰোৱা চিন্তাৰ আঁত বিচাৰিবলৈ ধৰিলে।

ল'ৰাটোৰে কাষতে থকা গছজোপাৰ আঁৰত থিয় হৈছিলগৈ। বুঢ়াৰ প্ৰতিক্ৰিয়াত তাৰ হাঁহি উঠিছিল যদিও সি বিশেষ আমোদ নাপালে। বুঢ়াই পুনৰ লুইতলৈ চাই নীৰৱ হোৱা দেখি সি আকৌ এবাৰ পকৰাটো লগাই দিলে। বুঢ়াৰ এইবাৰ ধৈৰ্যৰ বান্ধ চিঙি গ'ল। সি তিহ্ বিহাই উঠিল।

"কটা, এই মৰাহঁতক আকৌ কিহে পাইছে!" সি খঙতে অজান শত্ৰুৰ প্ৰতি বিষোদগাৰ কৰিলে। চিন্তাৰ আঁৰটো পকৰাৰ কামোৰত হেৰুৱাব লগা হোৱাত বাস্তবিকতে তাৰ খং উঠিছিল।

ল'ৰাটোৰে অতি কষ্টেৰে বাহিৰ ওলাই আহিব খোজা হাঁহিৰ জাউৰিটো দমাই ৰাখি গছৰ আঁৰৰপৰা নাকেৰে দীঘলীয়াকৈ উচ্চাৰণ কৰিলে, "ভু-উ-তে।"

"হেহ। ...কটা, তই ভাইটিহে," সি প্ৰথমতে ধৰিব পৰা নাছিল যদিও পিচ মুহূৰ্ততে চিনি পালে। ল'ৰাটোৰে তেতিয়া গছৰ আঁৰৰ পৰা ওলাই আহি বুঢ়াৰ কাষতে ধুপ্‌চকৈ বহি পৰিল আৰু লগে লগে বুঢ়াই কোচাই ওপৰলৈ তুলি ৰখা আঠু দুটাত সাৱট মাৰি ধৰি গাল দুখনেৰে ভেজা দি ৰ'ল। বুঢ়াৰ খং একেবাৰে পানী উঠি গ'ল। তথাপিও তাৰ খং যেন মাৰ যোৱাহে নাই তেনেকুৱা ভাবত সি ল'ৰাটোক উঠাই দি ক'লে, "তই কিন্তু আজি-কালি খুব দুষ্ট হৈছ দেই ভাইটি। কেতিয়াবা একেটা থাপৰতে একেবাৰে জোনাকী পকৰা দেখুৱাই দিম বাপেকে, বুজা নাই?"

"অ' ককা, তই তেনেকৈ কৈছ?" সি বুঢ়াৰ ফালে পোন্দো, ৰাকৈ চাই ক'লে। "মই আকৌ ধেমালিহে কৰিছিলো।"

"হুহ্, ধেমালি!" এইবিলাক ধেমালি নেকি?" বুঢ়াই আকৌ এবাৰ ধমক দিলে।

"অ' ককা, তই বেয়া পাইছ?" সি দুখেৰে ক'লে। "ঠিক আছে, মই আৰু ইয়াত এক চেকেণ্ডো নাথাকো—এতিয়াই গুছি যামগৈ। তোৰ কামলৈ আৰু কেতিয়াও নাহো।"

ল'ৰাটোৱে কান্দো-কান্দোকৈ দুখোজমান দিলেহি। বুঢ়াই দেখিলে কথা বেগতিক হেন জানি সন্ধিহে কৰিব লাগিব। সি পিচফালৰ পৰাই মাত লগালে, "এ–এ-এই ভাইটি, বহচোন বহ, ময়ো আকৌ ধেমালিহে কৰিছিলো।"

সি ঠাইতে ঘূৰি চালে। এইবাৰ যেন তাৰ পাল, সি তেনে ভাবত ক'লে, "হুহ্, ধেমালি। ধেমালি তেনেকৈ কৰে নেকি?"

"তেনেহলে কেনেকৈ কৰে?" বুঢ়াই নিবোকা চামোনটো হৈ সুধিলে।

"উহ। তেনেহলে কেনেকৈ কৰে।" ল'ৰাটোৱে বুঢ়াৰ কথাখিনি সিঞ্চাৰিলে। তাৰ পাছত পুনৰ যাবলৈ ঘূৰি ঘপকৈ ক'লে, "তই থাক, মই যাও।"

"এহ! বহছোন বহ। মই আকৌ আমাৰ মধুৰি জোপাৰ কথাহে..."

"মোক কিবা কেচুৰা পাইছ নেকি? নাখাও যা তোৰ মধুৰি।" সি বৈ বুঢ়াৰ ফালে চাই ক'লে। পিচত পুনৰ ঘূৰি যাবলৈ ওলাল।

"নাখাৰ যদিনো আৰু কি ক'ম! পিচে এইবাৰ যেনেকৈ লাগিছে নহয়।...বাৰু যা, ধেমালি কৰিলেও লাগে নহয়? লাগিবতো, মোক আপোন বুলি ভাবিলেহে। মইনো তই'তৰ কোন?" বুঢ়াই মুখ ঘূৰাই বৰশীৰ চকাটো এনেয়ে এবাৰ লিৰিকি-বিদাৰি চালে—যেন কিবা বিচাৰিছেহে।

ল'ৰাটো ঘূৰি থিয় হ'ল। সি লাহে লাহে বুঢ়াৰ ওচৰলৈ গ'ল আৰু মৰম লগাকৈ বুঢ়াক মাতিলে, "ককা, অ' ককা।"

বুঢ়া নিমাতে তলমূৰকৈ চকাটোৰ লগতে ব্যস্ত হৈ থাকিল। ল'ৰাটোৱে মনে মনে এবাৰ হাঁহিলে আৰু তাৰ পাছত পুনৰ মাতিলে, "ককা, মধুৰি পকিছে নেকি?"

"কব নোৱাৰো," বুঢ়াই অস্তুং ধৰণে উত্তৰ দিলে। লগে লগে সি চকাটো অপ্ৰয়োজনীয়ভাৱে এপাক ঘূৰাই দিলে।

কেইটামান মুহূৰ্ত নীৰৱে পাৰ হ'ল।

ল'ৰাটোৱে এইবাৰ তাৰ বাওঁ হাতখন বুঢ়াৰ কান্ধত থলে। তাৰ পিচত চাপৰি বুঢ়াৰ মুখলৈ চাই ক'লে, "ককা, বেয়া পালি নেকি ?"

"হে-হে-হে," বুঢ়াই মূৰ তুলি ল'ৰাটোৰ ফালে চাই তাৰ হাতখনত ধৰি তাক আচৰিত কৰি হাঁহি দিলে। সি পুনৰ ক'লে, "মঞো আকৌ ধেমালিহে কৰিছিলো। তোক জানো বেয়া পাব পাৰো ?"

"অ', তেনেহলে কটা-কটি গ'ল," সহজতে সন্ধি কৰি সি বুঢ়াৰ সোকাষে বহি পৰিল।

বুঢ়াই তাৰ হাতখন এৰি দি ক'লে, "অ, গ'লদে।... পিচে তেনেকুৱা পিঠি ফুটাই দিয়া ধেমালি আৰু নকৰবেতো ?

ল'ৰাটোৰ হাঁহি উঠিল। সি হাঁহি হাঁহিয়েই ক'লে, "নকৰোদে।"

"অ, চাবি কিন্তু—কৰিলে তোৰ দীঘল চুলি 'বাতি কাট' দি একেবাৰে চুহা আমৰা যেন কৰি দিম।"

"হু, কি কাট দিবি ?" ল'ৰাটোৱে বুজি নাপাই সুধিলে।

"বাতি কাট—বুজা নাই নহয় ?"

"উহু," ল'ৰাটোৱে মূৰ জোকাৰিলে।

"কেনেকৈ বুজিবি ? সেইটো আছিল আমাৰ সৰুকালত প্ৰচলিত জনপ্ৰিয় চুলি কটা ষ্টাইল। বুজিছ, মই যেতিয়া বৰ-থেটাত, তেতিয়া আমাৰ ঘৰৰ কাষতেই এজন চুলি কটা মানুহ আছিল। তেওঁ ঘৰত আছিলেই আমি ভয়তে ফৰিং ছিটিকা দিও। তথাপিও পিতায়ে ধৰি নি আমাক তেওঁৰ হাততে গতাই দিয়ে। তেওঁও আমাক চোতালতে চাবি এখনত বহুৱাই মূৰৰ ওপৰত কঁহৰ বাতি এটা কপ্‌কপীয়াকৈ লগাই দি তেওঁৰ দুই আঠুৰে মূৰটো চেপা মাৰি ধৰি একদম বাতিৰ জোখাৰে পুৰা কদমত এজনৰ পিচত এজনকৈ কেচি চলাই যায়। কেচিৰ কোবত দুই-এঠাইত তেজো ওলায়। পিচে আমি চিঞৰত গগণ ফালিলেও তেওঁ কেৰে-পকে নকৰে। চুলি কটা হোৱাৰ পিচত যেতিয়া বাতিটো গুচাই দিয়ে তেতিয়া দেখা হায় মূৰৰ প্ৰায় মাজভাগত এক আঙুলি চুলিৰে ওভোতাই থোৱা সুন্দৰ ক'লাকৈ বাতি এটা। আৰু সেয়াই আছিল আমাৰ সময়ৰ জনপ্ৰিয় বাতি কাট।" বুঢ়াই কথাখিনি

নাটকীয় ভঙ্গত কৈ সি শেষবখিনি সদম্ভে ঘোষণা কৰিলে।

বুঢ়াৰ কথা শুনি ল'ৰাটো হাঁহিত ভাগি পৰিছিল। কথমপি হাঁহি চম্ভালি সি ক'লে, "বাপৰে বাপ! মোৰ শুনিয়েই ভয় লাগিছে। লাগিলে তই মোৰ নাক বা কাণকে কাটিবি, তথাপিও তোৰ এই মহিমামণ্ডিত বাতি কাট নিদিবিদেই।"

"এতিয়াহে মাহৰ মাৰ দেখি তিলেও বেট মেলিছে," কথাখিনি কৈ বুঢ়ায়ো হাঁহিলে। সি পুনৰ ক'লে, "নালাগেদে বোপাই অ', তোৰ মই নাকো নাকাটো, কানো নাকাটো আৰু চুলিও নাকাটো।" কথাখিনি কৈ বুঢ়াই মুখ ঘূৰাই লুইতলৈ চালে।

ল'ৰাটোৱে এইবাৰ একো নক'লে। আচলতে তাৰ তেনেভাবে আৰু কথা বঢ়োৱাৰ ইচ্ছা নাছিল যদিও বুঢ়াৰ কথাখিনি শুনি ৰস পাইছিল। সেয়েহে সি প্ৰসঙ্গটো সলাবলৈ বুলি ক'লে, "বাৰু ককা, তোৰ বৌজনী আজিওতো নুঠিল নহয়?"

"এহ, কি কবি আৰু? বৌজনীয়ে একেবাৰে চাটি-মাটি বাইৰ অবস্থাই মোৰো অবস্থা কৰি দিলে অ'। পিচে কিমান চাল খেলিব? অমুকাই আজিলৈ কিমানজনী বৌ-বৰালিৰ কলিজা ফুটালো, আৰু এইজনী! তই চাই থাক, মই এইক তুলিহে এৰিম। নোৱাৰিলে মোৰ নামটোকে ওলোটাই থবি যা।"

'পিচে আজিলৈ কিমান দিনবা হ'ল?" সি কৌতুকেৰে শুধিলে।

"পাঁচ দিন," বুঢ়াই নিৰ্বিকাৰভাৱে ক'লে। "পাঁচ দিন কিয়—দহদিন, এমাহ, দুমাহ পৰ্যন্ত লাগিব পাৰে; লাগক, তথাপিও মই তাইৰ পিচ নেৰো। মোৰ নাম ৰসেশ্বৰ, মোৰ কাম ৰসেশ্বৰ, বুজিলি গৰু?"

কথাটো আচলতে বহুতখিনিয়েই সঁচা। বুঢ়া অকল নামেৰেই ৰসেশ্বৰ নহয়—কথা, কাম উভয় দিশৰ পৰাই সি তাৰ নামৰ সাৰ্থকতা ৰাখিবলৈ সমৰ্থ হৈছে। সময়ত সি মুখেৰে কথা কৈও থাকিব আৰু হাত দুখনেৰে কামো কৰি থাকিব। কথা আৰু কাম কোনোটোৱে লৰ-চৰ নহয়। অৱশ্যে সঙ্গী পালে বুঢ়াৰ মুখখন অলপ বেছিকৈয়ে চলিব খোজে; কিন্তু ল'ৰাটোৰ লগত তাৰ মুখ কেতিয়াবা বহু সময়লৈ বন্ধ থাকিব লগীয়াত পৰে। সেই সময়ত ল'ৰাটোৱে তাৰ স্বভাবজাত সুৰদি সুৰেৰে এনে কিছুমান

জ্ঞানগৰ্ভ কথা কয় যে সেইবোৰ শুনি থাকিবলৈ সি বাধ্য হয়। সেইবিলাক কথাই তাৰ দেহ-মন যেন শুদ্ধ কৰি দিয়ে, তাৰ বৃদ্ধ কালৰ আয়ুস যেন আকৌ পচিশ বছৰ বঢ়াই দিয়ে। তাৰ দেহ-মন জুৰি থকা সেই ঘটনাৱলীৰ ভিতৰত সি প্ৰথমে গীতাখনৰ কথাই ভাবে। বুঢ়াই নিজেও গীতাখন দুই-চাৰিবাৰমান নপঢ়া নহয়, বুজিবলৈও চেষ্টা কৰিছে; কিন্তু ল'ৰাটোৱে কোৱাৰ দৰে তেনেকুৱা আৰু এখন গীতা হেনো আমাৰ দেশতেই সৃষ্টি হ'ব—তথাপিও তালৈ বা আৰু কিমান দিন? কথাটো তাৰ বাবে যথেষ্ট গোলমলীয়া যদিও ধৰ্মীয় গোড়ামি তাৰ নাই বুলিয়েই সি ভাবে। কথাষাৰৰ তাৎপৰ্য সি নিজেও বহুদিন বিচাৰ কৰি চাইছে; কিন্তু গীতাখনৰ সৃষ্টি কেনেকুৱাকৈ হ'ব তাৰ হুদে উম-ঘামেই পোৱা নাই। ল'ৰাটোৱে কৈছিল কৌৰৱ-পাণ্ডৱ হেনো এতিয়াও আছে—তাৰ মতে যুদ্ধখনহে হেনো লাগি উঠা নাই যদিও এদিন যে লাগি উঠিব, কৌৰৱ যে নিপাত হব সেইয়া ধ্ৰুৱপ। এইবোৰ কথা তাৰ বাবে তেনেই সঁথৰ। যুদ্ধৰ বাবে লাগিব কুৰুক্ষেত্ৰ, লাগিব অৰ্জুনকে আদি কৰি বীৰসকল, আৰু অ', কৃষ্ণ ক'ত? তেওঁতো জগত গুৰু, দেৱতাৰো দেৱতা। 'তেন্তে শ্ৰীকৃষ্ণয়ো বাৰু আকৌ নতুন অৱতাৰ হৈ জন্ম লব নেকি?' সি নিজকে নিজে প্ৰশ্ন কৰিলে। অ', তেৰাই দেখোন কৈ গৈছে... 'সম্ভৱামি যুগে যুগে।' [কটা, খাৰ খোৱা জিভা নহয়, ওলাবই নোখোজে।] ওেঁৰ বৰণো কৃষ্ণই হ'ব নিশ্চয়। অ', ল'ৰাটোৰ গাৰ বৰণো দেখোন মিঠা ক'লা। সিয়েই বাৰু কৃষ্ণ হ'ব নেকি? হ'বও পাৰে কি ঠিক! এতিয়াৰ পৰাই তাৰ বিচাৰ-বুদ্ধি যেনে-কুৱা পকা, ডাঙৰেও তাৰ লগত সহজে পাৰা নাপায়।...কিন্তু কৃষ্ণতো সৰু কালতে অঘাইটং আছিল। ই দেখোন তাৰ ওলোটাটোহে। 'এহ্ কি যে হ'ল!' সি ভাবিলে। সাতে-পাঁচে ভেৰহে হয় দেখোন।

"তয়ো যে ল'ৰাটো হলি আৰু!" বুঢ়াই এটি হুমুনিয়াহেৰে সৈতে মুখ ফুটাই ক'লে।

"কিয়নো—কিনো হ'ল, ককা?" হঠাত বুঢ়াৰ কথা শুনি ল'ৰাটোৱে ভেবা-চেকা খাই গ'ল।

"এহ্!" বুঢ়াই মিছাতে এবাৰ বৰশীটোৰ প্ৰতি গভীৰ ভাবে মনোযোগ দিয়াৰ চেষ্টা কৰি চালে। চকাটোৰ চিপভাৰ মাটিৰ

যিখিনিত পুঁজি বাখিছিল সেইখিনিত যেন কিবা হৈছিলহে, তেনেকুৱা ভাব এটা লৈ ঠাইখিনি এনেয়ে চাই ললে। আচলতে তাৰ ভাব-প্ৰবণতাত হঠাতে ওলাই যোৱা কথাখিনিৰে সৃষ্ট পৰিবেশটোক চম্ভালি লবলৈ ইয়াতকৈ কৰিব পৰা তাৰ একোৱেই নাছিল। এইখিনি সময়ৰ ভিতৰতে সি কি ক'লে ভাল হ'ব জুকিয়াই ললে। অৱ-শেষত সি ক'লে, "তোৰ নগৰ ল'ৰাবোৰে সৌৱা নাচি-বাগি-ফুৰিব ধৰিছে, আৰু তই দেখোন নগৰ সবাকো এৰি আহি মৰণৰ ক্ষণ গণি থকা এই বুঢ়াৰ ওচৰতে বহিলিহি।"

"কিয়, তোৰ ওচৰলৈ আহিলে বেয়া পাব নেকি?" ল'ৰাটোৱে ওভোতাই ধৰিলে।

"বেয়া? ধেৎ! কিবোৰ যে কব তই। তোকনো আৰু বেয়া পাব পাৰোনে?" বুঢ়াই প্ৰায় একে উশাহে কথাখিনি ক'লে। "নহয়.... মই কৈছিলো কিয়, তই দিনে দিনে যেন অধিক চিন্তাশীল হৈ পৰিছ।...তোৰ বয়সৰ ল'ৰাবোৰে এনেদৰে থকাতো মোৰ অলপো সহ্য নহয়, বুজিছ ভাইটি?" কথাখিনি কৈ সি যেন এটা ডাঙৰ বোজাহে আঁতৰালে, ঠিক তেনে ভাৱত সি ভৰি দুখন দীঘলকৈ মেলি দি আঠুৰনীয়া ধুতিখন অলপ টানি ললে। তাৰ মৰমৰ ভাইটিটোক সি কথাখিনি খুব আন্তৰিকতাৰে কৈছিল। সি জানে, তাৰ এইখিনি কথা শুনাৰ পাছত ল'ৰাটো আৰু গহীন হৈ পৰিব আৰু ল'ৰাটোৰ সেই গম্ভীৰ মুখখনিয়ে বুঢ়ালৈ অৱসাদহে কঢ়িয়াই আনিব। আচলতে বুঢ়াৰ অন্তৰত জটিলতা এটাৰ সৃষ্টি কৰিবলৈ ল'ৰাটোৰ এই সামান্যতম পৰিবৰ্তন খিনিয়েই যথেষ্ট। কিয়নো আনৰ ক্ষেত্ৰত বুঢ়া যিমানেই জেদী, যিমানেই কঠোৰ নহও্ক কিন্তু ল'ৰাটোৰ সন্মুখত যেন সি যথেষ্ট দুৰ্বল হৈ পৰে। সেই দুৰ্বলতাখিনি ঢাকিবলৈ যিমানেই চেষ্টা নকৰক কিয়, সি প্ৰায়েই ধৰা পৰি যায়।

বুঢ়াই ল'ৰাটোলৈ ঘূৰি চালে। সি আঠুৰ ওপৰত বাও হাতখন থৈ তাৰে ওপৰত মূৰটো ৰাখি তন্ময় হৈ সোঁহাতেৰে সৰু মাৰি এডালেৰে মাটিত কিবা-কিবি আঁকি আছিল। বুঢ়াই সেইফালে এবাৰ চাই একো ধৰিব নোৱাৰি দুয়োখন হাত সন্মুখলৈ বঢ়াই এভামুৰি জভাৰ নিচিনা কৰি মাত লগালে, "ভাইটি, কি ভাবিছ?"

ল'ৰাটোৱে লাহে লাহে মূৰ দাঙি চালে। তাৰ মুখত সেই নিষ্কলুষ হাঁহিটোৱে লাগি আছিল। সি উত্তৰ দিলে, "নাইতো, একো ভবা নাই।"

"তেনেহলে মাটিত কি আঁকিলি?" বুঢ়াই কৌতুকেৰে সুধিলে।

"ঘৰ।"

"ঘৰ? কাৰ?" বুঢ়াৰ কথাত ধেমালিৰ সুৰ।

"তোৰ, মোৰ, আমাৰ—সকলোৰে।" লৰাটোৱে যেন মুখস্থ কৰিহে থৈছিল তেনেধৰনে উত্তৰ দিলে।

"হুহ্! একেটা ঘৰতে সকলোৱে কেনেকৈ থাকিবি?" ল'ৰাটোৰ কথাষাৰে বুঢ়াৰ মগজুত ঠকা-খুণ্ডা লগালে।

"থাকিব লাগিব আকৌ।"

"উশাহ লব নোৱাৰা হৈ নমৰতো!"

"উহ!" ল'ৰাটোৱে মিচিকিয়া হাঁহিৰে ক'লে, "উশাহ ভালকৈহে লব পাৰিম।"

"হু-উ-!" বুঢ়াই এটি হুমুনিয়াহ কাঢ়িলে। "জানো তই কি কৱ! মই হলে মাথা-মুণ্ড একো বুজি নাপাও ভাই।"

প্ৰকৃততে সি ল'ৰাটোৰ কথাখিনি একো বুজিব পৰা নাছিল। একেটা ঘৰতে আটাই কেইজন থকা কথাটোৱে তাৰ মূৰত পাক ঘূৰণি খাই আছিল। বুঢ়াই জানে, ল'ৰাটোৱে কথাষাৰ এনেয়ে কোৱা নাই; তাৰ আঁৰত নিশ্চয় কিবা অৰ্থ লুকাই আছেই। কিন্তু তেনেকুৱা ধৰণৰ কথা সি আগেয়ে শুনা নাছিল বাবে কথাষাৰৰ অৰ্থ বিচাৰি সি মগজুৰ যথেষ্ট কচৰত কৰিব লগা হ'ল। সি এবাৰ হঠাতে ভাবিলে, যদি সিহঁতৰ গাঁওখনকেই—অ' নহয়, যদি গোটেই অসমখনকেই এটা ঘৰ বুলি ভবা যায় তেতিয়াহলে ল'ৰাটোৰ কথাখিনি হয়তো শুদ্ধ হ'ব পাৰে। সি এইবাৰ দৃঢ় হ'ল—হয়তো নহয়, সেয়াই ঠিক। আটাই বিলাকেই মিলি যদি এটা ঘৰ সাজি থাকিব পৰা যায়, সেইটো কম ডাঙৰ কথা হ'বনে? তাৰ ভাল লাগি গ'ল। সি মনে মনে ল'ৰাটোৰ ধ্যান-ধাৰনাক ভাবিফ নকৰি নোৱাৰিলে। সি বিমুগ্ধ দৃষ্টিৰে ল'ৰাটোলৈ চালে। ল'ৰাটো সেই মুহূৰ্তত বুঢ়াৰ কল্পনাৰ পৰিসৰৰ পৰা বহুত আঁতৰত—তাৰ কথাষাৰে বুঢ়াৰ ক্ষেত্ৰত কেনেকুৱা প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে তাক সি উপলব্ধি কৰিব পৰা নাছিল। সেয়েহে বুঢ়াৰ চেতনাৰ

পৰা সম্পূৰ্ণ আঁতৰত থাকি সি সেই সময়ত বুঢ়াৰ বৰশীটোলৈহে দৃষ্টি নিক্ষেপ কৰিছিল। সি যেন মানুহৰ জীৱন আৰু বৰশীৰ এক স্বচ্ছ সাদৃশ্য অনুভব কৰিছিল। প্ৰতিজন মানুহেই যেন আশা-আকাংখাৰ টোপেৰে জীৱন-বৰশী দিনৰ পিচত দিন ধৰি বাই গৈছে। হঠাতে তাৰ বৰশীটোৰ প্ৰতি মোহ উপজিল। লুইতত বৰশী পেলাই জীৱন-বৰশীৰ স্বৰূপ উপলব্ধি কৰিবলৈ যেন তাৰ মন গ'ল। সি বুঢ়াৰ জোলোঙাত থকা অতিৰিক্ত বৰশীটো উলিয়ালে। বুঢ়াই তাক লক্ষ্য কৰি আছিল যদিও বাধা নিদিলে। ল'ৰাটোৱে বৰশীটো বুঢ়াই প্ৰায়ে নেপেলোৱা বাবে বেয়া বুলি ভাবিছিল। সি বৰশীটো ঘূৰাই-পকাই ভালদৰে চাই ললে। পিচত একো খুঁত উলিয়াব নোৱাৰি তাৰ ফালে চাই থকা বুঢ়াক সুধিলে, "এই বৰশীটো দেখোন ঠিকেই আছে, ককা। তই এইটো নেপেলাৱ কিয় ?"

বুঢ়াই উত্তৰ দিয়াৰ আগতে এবাৰ হাঁহিলে আৰু তাৰ পাছত ক'লে, সেইজনী এলাগী অ'—মাছ উঠাবই নোৱাৰে।"

ল'ৰাটোৱে বুঢ়াৰ কথাত ৰস পাই হাঁহি দিলে। বুঢ়াই যেন ল'ৰাটোৱে হঁহা দেখি ক্ষিপ্ত হ'ল তেনেকুৱাভাবে ক'লে, "হুহ্ ! তই হাঁহিছ ?"

আকৌ উঠিব ধৰা হাঁহিৰ ভমকটো দমাই ৰাখি সি ক'লে, "নাহাঁহি পাৰোনে ! তোৰো যে কথাবোৰ আৰু ! তই সেইবিলাক বিশ্বাস কৰ বুলি মই ভবাই নাছিলো।"

"এবাৰ পালত পৰিলে তয়ো বিশ্বাস কৰিবি হয়," সি সহজ ভাবে ক'লে।

"মুঠেই নহয়," ল'ৰাটোৱে জোৰ দি ক'লে। "আচল কথা তই উঠাব নোৱাৰ।"

"উ..., হৈছে, হৈছে," বুঢ়াই তাক উপলুঙা কৰি ক'লে। "তই কালিৰ ল'ৰা হৈ এতিয়া ব্যাসক বেদ পঢ়াবি আহ।"

"দেচোন দে, তেন্তে ময়ে এবাৰ দলিয়াই চাও।"

"ও আই ! আজিহে শেনৰ এভাত।" বুঢ়াই কৌতুক বোধ কৰি ক'লে। "বোলো বৰ বৰ ঘোৰাই নাপায় ঘাহ, বতুৱা ঘোৰাই বিচাৰে মাহ। হ'ব দে, মোৰ সোণামুৱাটো, নালাগেদে তই মাছ ধৰিব। তোৰ এচাৰিৰ নিচিনা হাত দুখনৰ কাম এয়া

নহয় ।'' বুঢ়াই ইচ্ছা কৰিয়েই অলপ বঢ়াই ক'লে ।

''ওহ ! পাৰোনে নোৱাৰো তই চাচোন ।'' সি বৰশীটো লৈ ঘপ্‌কৈ উঠি বুঢ়াৰ দুঃখোজমান কাষত থিয় হ'ল ।

''চাও বহ, বহ,'' বুঢ়াই কৰ্তৃত্বৰ সুৰেৰে কৈ উঠিল । ''তেনেকৈ ঘচংমচংকৈ নোৱাৰিবি ।''

বুঢ়াই তাৰ সন্মুখত থিয় হৈ মুখেৰে কিৰা-কিৰি ভোৰ-ভোৰাই বৰশীটো কেনেকৈ ল'ব লাগে দেখুৱাই দিলে । সিও জৰীডালৰ শেষ ফালৰ মূৰটো বাওঁ হাতেৰে ধৰি ৰাখি টোপেৰে সৈতে আনটো মূৰ সোঁ হাতত ৰাখিলে । দলিয়াবলৈ সাজু হৈ দুষ্টামিৰ হাঁহি এটিৰে সি ক'লে, ''চাবি ককা, তোৰ বৌজনী এইবাৰ লাগিবই লাগিব ।''

''ইস্ ! বৌ লগাব নালাগেদে, বোপাই অ', তই কেৱল দলিয়াওঁতে বাওঁ হাতৰ পৰা জৰীডাল পেলাই নিদিবি ।''

''নিদিওঁদে, তই চিন্তা কৰিব নালাগে ।''

''নিদিওঁ মানে জৰীডালৰ লগতে তয়ো গুছি যাব নেকি ?'' চাবি, আগতে ভৰিৰে ভালদৰে খোপনি পুতি ল । তোৰ আকৌ দেহটো যিহে শকত ॥''

''আস্ ! তই চাচোন ।''

কৈয়েই ল'ৰাটোৱে বৰশীটো দলি মাৰি দিলেই । অলপ দূৰ গৈয়েই টোপটো থেপেচকৈ পৰি পানীৰ তলত সোমাই গ'ল । বৰশী দলিওৱা তাৰ বাবে নতুন বাবে বেগ চম্ভালিবলৈ যাওঁতে ঠাইতে এপাক ঘূৰিব লগা হ'ল । সেইখিনিতে বুঢ়াই আহি তাক চিলনীয়ে থাপ মৰাৰ দৰে থাপ মাৰি এনেদৰে তাৰ বাহুটোতে ধৰি পেলালে যেন ল'ৰাটোৱে লুইতৰ পানীত পৰি যাবহে ধৰিছিল । লগে লগেই মুখেৰে সি ভোৰ ভোৰালে, ''মই কৈছো নহয় এইবোৰ যাৰে-তাৰে কাম নহয় বুলি । হুহ ! কথা নুশুন । নতুন মুখৰ ল'ৰাটো—ঘনচিৰিকা সক, বাহটোহে ডাঙৰ । এতিয়াই ভৰি পিচলি গলে কি হ'লহেতেন ? মাৰে-বাপেৰে আহি মোৰ ডিঙিতহে জৰী লগালেহেঁতেন দেখোন ।''

মুখেৰে ভোৰ-ভোৰাই থকা সময়তে সি ল'ৰাটোৰ হাতৰপৰা জৰীডাল কাঢ়ি ললে আৰু মিছাকৈয়ে পুনৰ তাক মৰমসনা ধমক কেইটামান খোৱালে ।

বুঢ়াৰ কাণ্ড-কাৰখানা দেখি ল'ৰাটোৰ হাঁহি উঠিল। আচ-লতে বুঢ়াৰ নিৰ্ভেজাল মৰমখিনিয়ে তাৰ অন্তৰত খৌকি-বাখৌ লগাইছিল। সেয়েহে বুঢ়াৰ কাৰ্যৰ লগে লগে সি উত্তৰ দিব নোৱাৰিলে, মাথো নিৰ্বাক বিমোহিত দৃষ্টিৰে সি সকলোবোৰ লক্ষ্য কৰি গ'ল। প্ৰকৃততে বুঢ়াৰ মৰমত উথলি উঠা আবেগখিনিয়ে তাৰ কণ্ঠস্বৰ ৰোধ কৰি ধৰিছিল। লাহে লাহে নিজকে চম্ভালি লব খুজিছিল যদিও সি কৃতকাৰ্য নহল। আবেগ-বিহ্বল খোকা-খুকি মাতেৰে সি কলে, তই যেনেকুৱাধন কৰিছ যেন সাংঘাতিক কিবা এটাহে হব ধৰিছিল।

বুঢ়াই বৰশীটো চপাই বামত খেকেচা মাৰি থলে। তাৰ ভাব, যেন যত কুটৰ মূল এই বৰশীটোহে!

"হুহ! লুইতৰ গড়া চিনি পোৱা নাইতো!" সি মুখখন গোমা কৰি ক'লে। সি যে ল'ৰাটোৰ কথাখিনি শুনি সন্তুষ্ট হ'ব পৰা নাই বুজা গ'ল। তথাপিও ল'ৰাটোক খং কৰি সি একো ক'ব নোৱাৰে—তাৰ অন্তৰত লাগে। সেয়েহে অশেষ কষ্টেৰে হলেও সি সকলোখিনিকে নিজৰ অন্তৰতে ৰাখি থৈ দিয়ে। ল'ৰা-টোৱেও বুজি পায়। আজি ইমান দিনৰ সান্নিধ্যাই বুঢ়াৰ গহীন মুখখনৰ আঁৰত থকা নিস্বাৰ্থ মৰমেৰে পূৰ্ণ অন্তৰখনৰ কথা তাৰ মনৰ পৰ্দাত বেছ স্বচ্ছভাবেই প্ৰতিফলিত কৰিছে। সেই মৰমৰ পৰিধি ইমানেই বহল যে ল'ৰাটোৱে তাৰ সীমিত কল্পনাৰে তাক চুকি নাপায়। বিশেষকৈ তাৰ প্ৰতি যেন বুঢ়াই মৰমখিনি আচু-তীয়াকৈহে ৰাখি থৈছে, ক্ষয়িষ্ণু সময়তো যাৰ হ্ৰণ-ভগন কোনোদিনেই নহয়। সি এই সকলোবিলাক কথা দকৈ অনুভব কৰে, যেতিয়া বুঢ়াই তালৈ বুলি বৰশীত পোৱা ডাঙৰ বৌজনীৰ আগমণ্ডহখিনি আগতীয়াকৈ ৰাখি থৈ দিয়ে, যেতিয়া প্ৰথম পকা মধুৰিআমটো পোনতেই তাক মাতি নি খাবলৈ দিয়ে, ঘৰতে বনোৱা নাৰিকলৰ লাৰু কেইটাও যেতিয়া তালৈ বুলি টোপোলা বান্ধিলৈ আহে তেতিয়া। তেতিয়াই সি নিজকে প্ৰশ্ন কৰে, তেনেকুৱা মানুহ এজন, যিজন নেকি প্ৰতি-বেশী, অভিভাৱক স্বৰূপ হোৱাৰ উপৰিও তাৰ প্ৰাণৰ সঙ্গী, সি জানো দ্বিতীয় এজন পাব। তাৰ মনতেই সন্দেহ জন্মে। সি জানে, মৰম হাট-বজাৰে কিনা-বেচা কৰা নাযায়—ই অনুভূতিৰ এক চিৰন্তন সত্য। সেয়েহে এই মৰমৰ প্ৰতিদান কেনেকৈ দিব থাকি

সি ভাবি নাপায়। এইটো ঠিক, সিও বুঢ়াক যথেষ্ট শ্ৰদ্ধা কৰে, যথেষ্ট ভাল পায় আৰু তাৰ এই ভাল পোৱাখিনি প্ৰকাশ কৰে শিশু সুলভ দুই-এটা ধেমালিৰে। সি জানে, সেই ধেমালিখিনি বুঢ়ায়ো বিচাৰে। তাৰ বুঢ়া হাড়ৰ বাবে সেইখিনি শিশুসুলভ ধেমালিৰ প্ৰয়োজন অমূল্য।

ল'ৰাটোৰ বুঢ়াক এবাৰ জোকাই চাবলৈ মন গ'ল। সি দেখিলে বুঢ়াই ইতিমধ্যে থেকেচা মাৰি থোৱা বৰশীটোক তুলি লৈ এইবাৰ নিজে দলিয়াবলৈ সাজু হৈছে। সি বুঢ়ালৈ চোৱাৰ মুহূৰ্তভেই বুঢ়াই বৰশীটো হাতত তুলি লৈ থাকিয়েই তাৰ ফালে নোচোৱাকৈ ক'লে, "চাবি অ' কেলেহুৱা, এইবাৰ বুঢ়া হাড়ৰ জোৰ চাবি।"

বুঢ়াৰ ব্যঙ্গখিনি হজম কৰোতে তাৰ বিশেষ কষ্ট নহ'ল। সেই সময়ত বুঢ়াক জোকাবলৈ বুলি কৰিব খোজা কামটোৰ প্ৰতি বুঢ়াৰ সম্ভাব্য প্ৰতিক্ৰিয়াৰ কথা ভাবি সি কৌতুক বোধ কৰিছিল। সি কণ্ঠেৰে উঠিব খোজা হাঁহিটো দমাই ৰাখি বুঢ়াৰ ওচৰলৈ গৈ সুধিলে, "ককা, আৰু এবাৰ দলিয়াই চাব দিবি নেকি?"

বুঢ়াই ল'ৰাটোৰ কৌতুকখিনি নিজেও অনুভৱ কৰিলে। তাৰ ওঠেৰে হাঁহি এটি বৈ গ'ল। সি ক'লে, "বোলে গাত নাই ছাল-বাকলি আৰু মদ খায় তিনি টেকেলি। হুহ! দেহৰ অৱস্থা চন্দ্ৰমোকাৰ ছাতি যেন আৰু বিচাৰেও একেবাৰে পাটোৱাৰীৰ দোকা-নৰ পুৰণি ঘি। বোপাই অ' এই বুঢ়া বয়সতো মোৰ দেহা চাচোন। তোৰ লগত এনেভাবে দেখিলে কোনোবাই মোক দৈত্য বুলিহে ক'ব, বুঢ়া নাই?" কথাখিনি কৈ সি অলপ ৰল। তাৰ পিচত পুনৰ ক'লে, "তহঁতৰ দেহানো বাঢ়িব কেনেকৈ? তহঁত উপজিলি কিবা অনাটনৰ যুগত। বুজিছ, মই সৰুতে যিমান গাখীৰ খালো, তই আজিলৈ কিজানি সিমান পানীও খোৱা নাই। ঘৰতে আছিল দুজনীকৈ খীৰতী গাই। নাই বুলিলেও দিনে চাৰি-পাঁচ সেৰকৈ গাখীৰ ওলায়। তেতিয়া আমি দুই ভাইৰ মাজত গাখীৰ কোনে কিমান খাব পাৰে সেয়াই জেদ আছিল। আৰু মাছ-মাংসৰ কথা নকবিয়েই। ঠিক তোৰ মান বয়সলৈ অকলেই যিমান মাছ-মাংস খালো তই কিজানি একেলগে সিমান আজিলৈকে দেখাই নাই। বুজিছ, সেই তেতিয়াই যি দেহা বনি গ'ল, আজিলৈ তাৰ আৰু হ্ৰৱণ-ভগন নাই।

কিমান দুখ-কষ্ট অতিক্ৰম কৰি আহি আজিৰ অৱস্থা পাইছো, কোনোদিনেই পেটৰ অসুখ, জ্বৰ আদি কেনেকুৱা তাৰ সোৱাদ নাপালো। এতিয়া আৰু ষাঠি বছৰীয়া বুঢ়া দেহত কি হয় নাজানো দেচোন।

ল'ৰাটোৱে বুঢ়াৰ দেহৰ ওপৰেদি এবাৰ চকু বুলালে। আগতেও সি খালি গাৰে থকা বুঢ়াক বহুবাৰ দেখিছে যদিও তাৰ ভাব হল সি যেন আজিহে বুঢ়াক ভালদৰে দেখিলে। অলপ অলপ সোতোৰা পৰিব ধৰা ছালৰ মাজেৰে তাৰ সুন্দৰকৈ সজোৱা উদং বাউসীৰ মাংসপেশীবোৰে তাৰ সুগঠিত দেহত সম্যক প্ৰতিফলন ঘটাবলৈ বাধ্য। তেজ গোঢ়া বৰণেৰে ডেকা কালত যে মানুহজন কেনেকুৱা আছিল বুঢ়াক এতিয়া দেখিলেও অনুমান কৰি লোৱাত অকণো অসুবিধা নহয়। এই বয়সতো বুঢ়াৰ দাঁত এটাও সৰা নাই; চুলি অৱশ্যে দুই-এডালকৈ পক ধৰিছে। ভাবিলে আচৰিত লাগে এই ষাঠি বছৰ বয়সলৈ কেনেকৈ এটা ঔষধো ব্যৱহাৰ নকৰাকৈ এনে এটা শৰীৰ বৰ্তাই ৰাখিছে।

বুঢ়াৰ নিচিনা শাৰীৰিক বৈশিষ্ট্যৰ মানুহ সি যে দেখা নাই তেনেকুৱা নহয়, তাৰ সংস্পৰ্শলৈ অহা ভালে কেইজন পূৰ্বপুৰুষকে সি দেখিছে—একেই নিৰোগী, সুঠাম দেহ-পল্লৱৰ অধিকাৰী, পকা থেকেৰাৰ বৰণেৰে সমুজ্জল হৈ থকা! তাৰ মনত পৰে, তাৰ ককাকো আছিল তেনেকুৱাই তেজোদ্দীপ্ত গল-গলীয়া মাতেৰে বৃদ্ধ অৱস্থাতো দপদপাই ফুৰা ব্যক্তি, যিজনে নেকি জীৱিত কালত কোনোদিনেই ঔষধ ব্যৱহাৰ কৰি নাপালে। তাৰ ককাদেউতাকে সাংঘাতিক কিবা এটা নহ'লে সিহঁতকো ঔষধ ব্যৱহাৰ কৰিব নিদিছিলেই। কাৰোবাৰ পেটৰ গোলমাল হ'ব—ক'ব, 'ত্ৰিফলা খাই দে'। লাগিলে নিজেই ঘৰতে জমাই থোৱা টেকেলিৰ পৰা উলিয়াই বনাই দিব। কাৰোবাৰ হাত-ভৰি কাটিলে নিজেই কিবা-কিবি বনৌষধি বিচাৰি আনি লগাই দিব। আধুনিক ঔষধৰ প্ৰতি ককাদেউতাকৰ কিবা যেন এটা প্ৰত্যাহ্বান আছিল। তাৰেই দুৰ্ভাগ্য যে তেনেকুৱা এজন ককাদেউতাকৰ সহচাৰ্যত বেছিদিন থকাৰ সুযোগ সি নাপালে। ককাদেউতাকৰ মৃত্যুৰ পাছতো কিন্তু তেওঁৰ বিষয়ে সি তাৰ আইতাকৰ পৰাও বহুত শুনিছে। তাৰ মনত আছে, বেছিদিন আগেয়ে নহয়, তাৰ আইতাকজনীয়ে এদিন

আৰৰ সন্নিয়া চৰিয়াত গৰম পানী লৈ ভৰি ধুবাই দিবলৈ আহোঁতে সি ককাদেউতাকৰ বিষয়ে সুধিছিল। আইতাকে প্ৰথমতে আচৰিত হৈছিল যদিও পিচত চকুৰ পানী ভৰি ধুবাই থকা চৰিয়াৰ পানীত পেলাই পেলাই ককাদেউতাকৰ বিষয়ে তাক বহুত কথাকেই কৈছিল। এদিন ৰাতিপুৱাও আইতাকে তাৰ ভৰিত তেল ঘঁহি থাকোঁতে সি বিচনাতে ওপৰমুৱা হৈ শুই থাকি বেৰত সজাই থোৱা ককাদেউ-তাকৰ ছবিখনলৈ চাই আইতাকক তেওঁৰ বিষয়ে বহুতো কথাই সুধিছিল। আইতাকেও চলচলীয়া চকুৰে সি যি সুধিছিল তাৰেই উত্তৰ দি গৈছিল।

'কেনেকুৱা যে মৰমীয়াল তাৰ আইতাকজনী!' সি ভাবিলে। তাৰ প্ৰবল বাধা স্বত্বেও তাক সন্নিয়া গৰম পানীৰে ভৰি ধুবাই মচি-কাচি দিবই, ৰাতিপুৱাতেই উঠি সি বিচনাত থাকোঁতেই মিঠা-তেল গৰম কৰি দুয়োখন ভৰিতে ঘঁহি দি তাক টোপনিৰ পৰা জগাই দিবই; সি বাধা দিব খুজিলেও মৰমৰ দাবীত কোনো বাধা-আপত্তিয়েই নবজে।

তেনেকুৱাই আছিল তাৰ ককাদেউতাক আৰু আইতাক। দুয়োজনেই দুয়োজনকে প্ৰগাঢ় ভালপোৱাৰে নিবিড়ভাবে বান্ধি ৰাখিছিল। এক কথাত দুয়োজনেই আছিল অভিন্ন। দৈহিক সমৰূপতাই কিবা অংশ লৈছিল নে নাই সি নাজানে; কিন্তু যদি তেনেকুৱাই ধৰি লোৱা হয় তেতিয়াহলেও দুয়োজনৰে মাজত যথেষ্ট সাদৃশ্য আছিল। ককাদেউতক আৰু আইতাকক একেলগে সি বহুতবাৰ দেখিছিল যদিও তাৰ মনত বৈসাদৃশ্যমূলক কোনো ধাৰণাৰেই উদ্ৰেক হোৱা নাছিল; কিন্তু তাৰ ককাদেউতাকে যেতিয়া তাৰ কাষত থিয় দি তাৰ পিঠিত হাত বুলাই দিছিল তেতিয়া স্বাভাবিক ভাবাবেগৰ লগতে তাৰ ভাব হৈছিল, সেই সুঠাম দেহ-প্ৰস্থৰ আগত সি যেন তেনেই এটি পানী কেচুৱাহে—কোনোমতে খুৱি খুৱি থিয় হ'ব পৰা হৈছে। দুয়োজনেই যেন দুটা যুগৰ প্ৰতীক—শাৰীৰিক বৈশিষ্ট্যাকণ হেৰুওৱাৰ লগে লগে যেন নিজৰ স্বাভাবিক নিখোচল মনটোও হেৰুৱাইছে, আৰু তাৰ ঠাইত যেন বিৰাজ কৰিছে ভয়ঙ্কৰ এক হীনমন্যতাই। তাৰ বেয়া লাগি গ'ল। উদাস দৃষ্টিৰে সি লুইতৰ বুকুৰেদি আনটো প্ৰান্তলৈ চালে। ধাৰাপাৰ নমনা লুইতখনৰ দূৰৰ প্ৰান্তত তেতিয়াও ৰঙা

কুৱলীৰ চামনিটো লুইতৰ বুকুলৈকে ক্ৰমে ভাঠি হৈ আহিছিল। সি পুনৰ লুইতলৈকে চালে। বিশাল জলৰাশিৰে লুইতখনৰ শান্ত-সৌম্য ৰূপটোৱে তাৰ চকুত ধৰা পৰি গ'ল। আচলতে লুইতখনৰ এই ৰূপ তাৰ বৰ ভাল লাগে। এই ৰূপটোৱে যেন লুইতপৰীয়াক আশ্বস্ত কৰি ৰাখিছে—সাহস দিছে, প্ৰেৰণা দিছে আৰু দিছে গতি।

দ'ৰাটোৱে বুঢ়ালৈ চালে। সি ইতিমধ্যে ৰৰশীটো দলিয়াই চকাটো ঘূৰাই অৱশিষ্ট জৰীখিনি মেৰিয়াব ধৰিছিল। চকাটো ঘূৰাওতে তাৰ বাউসীৰ উঠা-নমা খিনিলৈ সি আকৌ নিৰিবিলিমনে চালে—প্ৰৌঢ়তাই হাৰ মনাব নোৱাৰা এটি বিগত যৌবনা বাহু। লাচিতৰ হেংদান চলাব পৰা বাহু নিশ্চয় এনেকুৱাই হ'ব লাগিব। একে ৰাতিৰ ভিতৰতে গড় সাজি উলিয়াব পৰা দেহো নিশ্চয় এনেকুৱাই হ'ব লাগিব। আৰু তিৰোতাই ৰণচণ্ডী সাজি যুঁজলৈ যোৱা দেশৰ মুনিহো এনেকুৱাই হ'ব লাগিব। তাৰ সৰু বুকুখন ফুলি উঠিল। নিজ দেশৰ শৌৰ্য-বীৰ্যৰ এখনি ছবি মনৰ দাপোণত প্ৰতিফলন ঘটাই সি নিজে গৌৰৱ অনুভৱ কৰিলে। হ'ব পাৰে সামন্তযুগীয় পৰিঘটনা; কিন্তু তাৰ ঐতিহাসিক মূল্যক কোনে স্বীকৃতি নিদিব? প্ৰতি মুহূৰ্ততেই ইতিহাস ৰচিত হৈছে—সময় স্থবিৰ নহয়।

পিচ মুহূৰ্ততেই তাৰ বেয়া লাগি গ'ল বৰ্তমানৰ কথা মনত পৰি। সি নিজেইতো বৰ্তমান—শাৰীৰিক সুস্থতাৰ কথা বাদ দিলেও তাৰ মানসিক সুস্থতা সম্বন্ধে সি নিজেই কেতিয়াবা সন্দিহান হৈ পৰে। নগৰ আন ল'ৰা-ছোৱালীবোৰে সাৰটি লোৱা নাচি-বাগি ফুৰা জীৱনটো সি কিয় সহজভাৱে লব নোৱাৰে সি নিজকে নিজে প্ৰশ্ন কৰে। তাৰ সন্মুখৰ ৰঙীণ পৃথিৱীখন যেন লাহে লাহে আঁতৰি যাব ধৰিছে। অথচ সি তাক ধৰি ৰাখিবৰ চেষ্টা কোনোদিনেই কৰা নাই। সি যেন মাত্ৰ এজন অতিথি—আহিছে, বহিছে, জলপান খাব আৰু উঠি গুছি যাব; নিতান্তই নিঃসঙ্গ, যেন বিস্তীৰ্ণ প্ৰান্তৰৰ মাজত নওঠা এজোপা গছ—আশা নাই, আকাংখা নাই—মাথো শূন্যতা আৰু শূন্যতা। তাৰ খুব বিঙা বিঙা লাগি গ'ল। বুঢ়াৰ উপস্থিতিকো সি সেই মুহূৰ্তত পাহৰি গ'ল; মাথো বিস্তীৰ্ণ ধূসৰ প্ৰান্তৰলৈ নিৰিবিলিমনে চাই ৰ'ল।

ল'ৰাটোৰ চিন্তাধাৰাৰ বিপৰীতে বুঢ়াই সেই সময়ত তাৰ বৰশী লৈয়েই ব্যস্ত আছিল। তাৰ এলাগীজনীকো পেলাই পুনৰ ল'ৰাটোৰ কাষত বহি পৰি সি ভাবিছিল, মাছজনী উঠিবই উঠিব, কিন্তু কোনদিনা বা উঠে? আকৌ মাছজনী তাৰ লাগীয়ে উঠায় নে এলাগীয়ে উঠাই বা! এল'গীয়ে উঠালেতো এইবাৰেই প্ৰথম হ'ব। যদি মাছজনীয়ে এলাগীৰ টোপটোকে গিলি পেলায়, তেতিয়া নিশ্চয় উঠাওতে কঠিন হ'ব। তেতিয়াহলে ঘৰতে বহু কষ্ট কৰি লগাই অনা টোপদুটাৰ এটা তাই ঘপকৈ খাই পেলাব। সি মনতে এবাৰ হাঁহিলে আৰু পিচত নিজকে নিজে কৈ উঠিল, "এই মাছজনী কিন্তু বেছ পিয়ান দেই।"

বুঢ়াৰ কথাখিনি অনুসৰণ কৰি ল'ৰাটোৱে দৃষ্টি চলালে। সি দূৰৰ টোপটো পৰা ঠাইডোখৰলৈ চাই তাৰ কল্পনাৰ মাছজনীক কথাখিনি কৈ আছিল। সি এইবাৰ ল'ৰাটোলৈ চাই তাৰ আধা কোৰা কথাখিনি আৰম্ভ কৰিলে, "তাই মোক আজি বহুদিন চলিলে। হলে কি হ'ব? ময়ো তাইৰ নাড়ী-নক্ষত্ৰ জানো নহয়। হহ্, বুঢ়াৰ লগত ধেমালি!" তাৰ পিচত সি আগৰ বৰশী পৰা ঠাইডোখৰলৈ চাই তাৰ কল্পনাৰ বৌজনীক যেন শুনাই ভাওৰ ভাওৰকৈ ক'লে, "হেই মাছ, আৰু কিমান দিন থাকিবি? তোৰো দিন চমু চাপি আহিছেই। বুঢ়া বাপেৰক এতিয়াও চিনি পোৱা নাই নহয়? হেহ্ হে! ময়ো বৰপেটীয়া, বুজিছ? যিদিনাই বৰশীৰে কলিজা ফুটাই বামত থেকেচকৈ পেলাই দিম সিদিনাই অমুকাক চিনি পাবি।" লগে লগেই সি সোঁহাতৰ মুঠিৰে দুবাৰমান নিজৰ বুকুত থুকুৰিয়াই দিলে।

বুঢ়াৰ অবস্থা দেখি ল'ৰাটোৰ হাঁহি উঠিছিল। বিশেষকৈ তাৰ কল্পনাৰ মাছজনীলৈ চাই কৰা তৰ্জন-গৰ্জনখিনি শুনি হাঁহি চম্ভালি ৰখাটো তাৰ বাবে বৰ কষ্টসাধ্য হৈ পৰিছিল। সি ভয় খোৱাৰ নিচিনা কৰি বুঢ়াৰ কথাখিনি তুলি ধৰিলে, "হ'ব দেই বৰপেটীয়া ককা, আৰু ধমকি নিদিবি। বেচেৰী বৌজনীয়ে কিজানি পানীৰ তলতে ভয়তে থৰ থৰকৈ কঁপিব ধৰিছে।"

বুঢ়াই একো নকলে, ল'ৰাটোৰ ফালে চাই হাঁহিলে মাথোন। আচলতে সি অলপ লাজো অনুভৱ কৰিছিল।

ল'ৰাটোৱে বুঢ়াৰ মনৰ অবস্থাটো বুজি পালে। ভাবোধৰি

বুঢ়াই নিজকে ৰবগেটীয়া বুলি কোৱা কথাষাৰে তাক কিছুমান স্মৃতি মনত পেলাই দিছিল। অৱশ্যে বুঢ়াৰ আদি বাসস্থান ৰব-পেটা বুলি সি আগতেই জানে; কিন্তু তাৰ বাবে সেয়াই যথেষ্ট নহয়। বুঢ়াৰ জীৱনক সি ওতঃপ্ৰোতঃভাৱে জানিব বিচাৰে, সম্যক-ভাৱে বুজিব বিচাৰে। সেয়েহে আগতে কেবাবাৰো সেই কাহিনী শুনিব বিচাৰোতে 'কম, কম' বুলি বুঢ়াই পিচলৈ পেলাই থোৱাটো তাৰ পোনপ্ৰথমতেই মনত পৰিল। সি অনুভৱ কৰিলে, বুঢ়াই যেন তাৰ জীৱনৰ প্ৰধান ঘটনাবোৰৰ পৰা সদায়ে আঁতৰি থাকিব খোজে। কিন্তু তেনেকুৱা এজন মানুহৰ বাবে কি এনেকুৱা দুঃসহ ঘটনা থাকিব পাৰে সি ভাবি পাব নাপায়। সেয়েহে বুঢ়াই তল পেলাই ৰাখিব খুজিলেও তাৰ উৎকণ্ঠা বাঢ়িহে যায়।

কথাৰ মোৰ সলাই সি বুঢ়াক কৈয়ে পেলালে, "ককা, তইতো এটা কথা মোক কওঁ বুলিও কোৱা নাই।"

"কি অ,' কি কথা ?" বুঢ়াই ল'ৰাটোৰ কথাৰ আঁত ধৰিব নোৱাৰি তভাতৈয়াকৈ সুধিলে।

"সেইয়াযে তই ইয়ালৈ প্ৰথম অহা কথা," লৰাটোৱে তাৰ ভ্ৰূযুগল ওপৰ কৰি চকু দুটা ডাঙৰকৈ মেলি কলে।

"অ', সেইয়াহে।" বুঢ়াই যেন অলপ ৰস পালে তেনেকুৱা ধৰণে ক'লে। "সেই বিলাকনো আৰু কি শুনিবিঅ'—বহুত পুৰণি হ'ল।" তাৰ কথাত নিমাখিত ভাব এটা নিহিত আছিল।

"পুৰণি হলেতো শুনি ভাল লাগে, ককা !" ল'ৰাটোৰ কণ্ঠ-স্বৰত কৌতুহল প্ৰকাশ পালে।

'মোৰ আৰু পুৰণি হলে কেনেবা লাগে দেখোন," বুঢ়াই অলপ বৈ ক'লে। লগে লগে সি দীঘলকৈ হুমুনিয়াহ এটি কাঢ়ি পুনৰ ক'লে, "আমিতো সাধুকথা হৈয়েই যাম— তোৰ সাধুকথা শুনি ভাল লাগে নেকি ?"

"লাগেতোন—সকতে মাই কিমানযে সাধুকথা কৈছিল !" সি উৎসাহিত হৈ ক'লে। সেই সময়ত তাৰ সৰু কালৰ জোনাক-স্নিগ্ধ সন্ধিয়াবোৰলৈ মনত পৰিছিল। সিহঁতৰ চোতালৰ আগত ফুলি থকা শেৱালি জোপা আৰু তাৰ তলতে চাকিগছি মাজত লৈ সকলৈ থাপনা'ৰে তুলসীজোপাও তাৰ মনৰ পৰ্দাত উদ্ভাসিত হৈ উঠিল। জোনাক ৰাতি নীলাকৈ সুনিৰ্মল আকাশখনৰ লগ লাগি

কেনেকুৱা যে সৌন্দৰ্যৰ সৃষ্টি কৰিছিল । তাৰ মনত আছে লৰমকালি ঠিক শেৱালি জোপাৰ তলতে ডাওৰ বেতৰ পাটীখনত মাকৰ কোলাত মুৰ থৈ সি তাৰ দাদা-বাইদেউসকলৰ সৈতে সাধু শুনিছিল । বান্দৰ আৰু শিয়ালবপৰা আৰম্ভ কৰি নীলা আকাশৰ ৰূপোৱালী পৰীৰ সাধুলৈকে কিমানেইযে সাধু সি মাকৰপৰা নুশুনিলে ! কিন্তু বুঢ়াৰ কাহিনীবোৰতো আৰু সাধু হ'ব নোৱাৰে, সি ভাবিলে, আৰু সাধু হ'ব লাগিলে সেইবোৰ জীয়া সাধু হ'ব লাগিব । সেয়েহে সি ক'লে, "তোৰ সাধুবোৰ পিচে জীয়া সাধু হ'বদেই—সেইবোৰ তোৰ জীৱনৰহে কথা ।"

পিচ মুহূৰ্ততে সি ভাবিলে, বুঢ়াই যদি এই কাহিনীবোৰ ক'বলৈ বেয়া পায় ! তাৰ জীৱনতো হয়তো কিছুমান দুৰ্বল মুহূৰ্ত আছে, যিবিলাক নেকি প্ৰকাশ কৰিব খুজিলে বুঢ়াৰ কলিজাত আঘাত লাগে । সি নিজেও কিছু পৰিমাণে আহত হ'ল আৰু সেয়েহে সি আনমনা সুৰেৰে ক'লে "তই যদি বেয়া পাৱ, নালাগে বাৰু ক'ব ।"

"সেইয়া, তোৰো যে কথাবোৰ আৰু ভাইটি ! মই জানো বেয়া পাও বুলি কৈছো ?" সি প্ৰায় ল'ৰাটোৰ কথাৰ ওপৰতে কৈ ফলেক ৰ'ল । তাৰ পাছত পুনৰ ক'লে, "কথা হ'ল সেইবোৰ ক'ব গলে এখন ৰামায়ণ হ'ব ।"

"তই চমুৱাই কৰি আকৌ," লৰাটোৱে তাৰ কৌতুহল সম্পূৰ্ণ প্ৰকাশ কৰি ক'লে ।

"হাজাৰ হলেও বাৰশৰ তল বুজিছ ?" বুঢ়াই কৌতুকেৰে ক'লে । "ঠিক আছে, শুনিব খুজিছ যেতিয়া শুনিবি আৰু," ল'ৰাটোৰ ক্ৰমবৰ্দ্ধমান কৌতুহলৰ ওচৰত বুঢ়াই পৰাজয় বৰণ কৰিবলৈ বাধ্য হ'ল । সি অলপ পিচুৱাই গৈ পিছতে থকা গছডালত আউজি বহিল আৰু ওপৰমূৱা হৈ এখন্তেক চকু মুদি কিবা চিন্তা কৰি ল'লে । সি যেন সেইখিনি সময়তে তাৰ কাহিনীৰ সুতিটো বিচাৰি ল'লে । সি লাহে লাহে চকু মেলি ল'ৰাটোৰ ফালে চালে । পাছত এটা ৰহস্যপূৰ্ণ হাঁহিৰে সি লৰাটোক সুধিলে," বাৰু মোৰ বয়স এতিয়া কিমান বুলি ভাব ?"

"কিয় তয়োতো কৈছিলি যাঠি বছৰ বুলি ।"

"অ' যাঠিতকৈ দুই এবছৰ কিবা বেছি হ'ব ।... পিছে দেখাত তেনেকুৱা যেন লাগে নেকি ?"

"দেখাৰলৈ অৱশ্যে তেনেকুৱা যেন নালাগে।" ল'ৰাটোৱে লাহে লাহে ক'লে।

"আজিৰ পৰা ঠিক ত্ৰিশ বছৰ আগেয়ে মই ইয়ালৈ প্ৰোনপ্ৰথম-বাৰৰ বাবে আহিছিলো।" বুঢ়াই তাৰ দৃষ্টি মহাবাহুৰ ওপৰত ৰাখি ক'লে। সি যেন ল'ৰাটোৰপৰা প্ৰাৰ লগা উত্তৰক প্ৰাহ্যই নকৰিলে তেনেকুৱা বোধ হ'ল। সি পুনৰ ক'লে, "তেতিয়া তই জন্মা দূৰৰ কথা, তোৰ মাৰ-বাপেৰও ইয়াত নাছিলে।"

"তেতিয়াহ'লেতো তেতিয়া তোৰ বয়স ত্ৰিশ বছৰমান আছিল, নহয় জানো?" ল'ৰাটোৰ কথাত আচৰিত হোৱাৰ সুৰ।

"উঁ, তেনেকুৱাই হ'ব, চেহেৰাৰে কিন্তু তেতিয়াও এই মত জনেই আছিলো দেই।

বুজিছ, তেনেকুৱা মানুহক আজি-কালিৰ বাঘেও খাব ভয় কৰে। আৰু সেই কাৰণেই তেতিয়া এই জাৰণি ডোখৰত আহি ঘৰ সাজিব পাৰিছিলো।"

"ইয়াততো আগতেও বাঘ নাছিল।"

"নাছিল মানে? নথকাৰ বাপেক আছিল।" বুঢ়াই 'বাপেক' শব্দটোত জোৰ দি ক'লে।

"ঔ আই! সেইটো আকৌ কেনেকুৱা কথা?"

"কেনেকুৱা কথা তই বুজিবি? আচ্ছা, ইয়াত যে এখন সৰু-সুৰা হাবিয়েই আছিল তই জান নে নাজান?"

"জানো।"

"তেনেহ'লে? হাবি মানেই বাঘ আৰু বাঘ মানেই..."

"হাবি।" ল'ৰাটোৱে বুঢ়াৰ মুখৰ কথা কাঢ়ি ক'লে।" "অ', তাৰ মানে তই ভয়তে ভূত দেখাৰ দৰে বাঘৰ ভয়তে বাঘ দেখিছিলি?" তোৰ স্নাহসো দেখিছো বহুত!' ল'ৰাটোৰ কথাত ঠাট্টাৰ সুৰ।

"তই মোৰ ভয়হে দেখিলি?" বুঢ়াই ওভোতাই প্ৰশ্ন কৰিলে। "আৰু তেতিয়াৰ পৰাই যে অকলে হাবি কাটি ঘৰ সাজি ইয়াত সিংহ বিক্ৰমেৰে বসবাস কৰি আছো সেইটো দেখিও নেদেখা হলি!"

"তই অকলে?"

"অকলে মানে বহুমত আগে আগে আছিল দেচোন।"

"অ, হ'ল হ'ল। তই আচলতে বহুমত চাচাৰ জোৰতহে

ইয়াত সিংহ বিক্ৰমেৰে আছিলি ।" বুঢ়াক তজ পেলাবলৈকে ল'ৰা-টোৱে তেনেদৰে ক'লে ।

"হে-হে-হে !" বুঢ়াই তাক অবাক কৰি হাহি ক'লে, "তই দেখোন কথাটো বুজিছই ।"

ল'ৰাটোৱে অবশ্যে জানে বুঢ়াই পাকে-প্ৰকাৰে নিজকে যেনেকুৱা প্ৰতিপন্ন কৰাব বিচাৰিছে প্ৰকৃতপক্ষে সি তেনেকুৱা নহয় । বুঢ়া সাহসী, সংযমী, সংগ্ৰামী। সি জনাত বুঢ়াৰ গোটেই জীৱন সংগ্ৰাম কৰোতেই গ'ল । বুঢ়াৰ আজিৰ অৱস্থা তাৰ সংগ্ৰামী জীৱনেৰই প্ৰতিফলন । তেনেকুৱা জীৱন ল'ৰাটোৰ প্ৰিয় । তাৰ বাবে সংগ্ৰামী জীৱনত মধুৰ আমেজ আছে । সাধাৰণ ঘটিৰাম-বাতিৰামে সেই জীৱনৰ সোৱাদ পাব নোৱাৰে – সেই জীৱনক আঁকোৱালি লব নোৱাৰে । বুঢ়াই পাৰিছে বুলিয়েই সি অমৃতৰ সোৱাদ লব পাৰিছে—এই বুঢ়া বয়সতো সি আন দহজনৰ দৰে তিনিমূৰীয়া হ'ব লগা হোৱা না'ই । এটি নিঃসঙ্গ অথচ পূৰ্ণ সামাজিক জীৱনৰ প্ৰাণকেন্দ্ৰ সি । ভাবিলে ল'ৰাটোৰ আচৰিত লাগে, ক'ৰ মানুহ ক'লৈ আহি এটি ভিন্নসুৰী সামাজিক জীৱন আঁকোৱালি লৈছে, নিজে জীপ দি প্ৰতিপালন কৰিছে ; অথচ নিজৰ বাবে একোকে ৰখা নাই—ঠিক যেন ডাৱৰৰ দৰে—উষ্ণপৰ্বতকূলক সান্ত্বনা দি, নদী-নদ, খাল বিল পূৰ্ণ কৰি নিজে ৰিক্ত হৈ পৰিছে ।

"ককা," সি লাহেকৈ মাতিলে । "তোৰ আচল ঘৰ বৰপেটাতহে আছিল, নহয় জানো ?" সি প্ৰসঙ্গটো পুনৰ উত্থাপন কৰি সুধিলে ।

"অ, বৰপেটাত ।...কিয় নামটো শুনা নাছিলি নেকি ?" সি হঠাৎ প্ৰশ্ন কৰিলে ।

"কিয় নুশুনিম ?" ল'ৰাটোৱে ততাতৈয়াকৈ উত্তৰ দিলে । "ভূগোলত পাইছিলো নহয় বৰপেটা হাতী-দাঁতৰ অলংকাৰৰ বাবে বিখ্যাত ।"

"অ', পাইছিলি যদি পাইছিলি ; এতিয়া পিচে নাই ।" বুঢ়াই নিলিপ্ত ধৰণে ক'ব খুজিছিল যদিও তাৰ কথাৰ শেষৰ ফালে যেন দুখ মিহলি হৈছিল । আচকাতে তাৰ সমুখলৈকে প্ৰস্ফুটিত হৈ থকা বৰপেটাৰ অলিয়ে-গলিয়ে বিস্তাৰিত এনেকাৰ হাতীদাঁতৰ কাৰুকাৰ্য খচিত অনুষ্ঠান সমূহৰ ধ্বংসপ্ৰাপ্ত ভগ্নাৱশেষৰ ছবি

এখন ক্ষণ্ডেকৰ বাবে হলেও তাৰ মনৰ দাপোণত প্ৰতিফলিত হৈছিল। সেয়েহে অলপমান বৈ উথলি উঠিব খোজা বেজাৰৰ জোলাওখন সামৰি কণ্ঠসহকাৰে সামৰি ক'লে, "বুজিছ মানুহে এতিয়াও কয় বোলে কাউৰীৰ 'কা' নুশুনা ঠাইতো বৰপেটীয়াৰ মাত শুনা যায়! আনে যি ধৰণেই অৰ্থ নকৰক, আচলতে কি জান? বৰপেটীয়াসকল স্বভাৱতেই দু:সাহসী—দুঃসাহসিক কামবোৰ কৰি ভাল পায়। খাৰ-খোৱা অসমীয়া হ'লে কি হ'ব—একেবাৰে খামি ভ'ঠ মানুহ। চাবিচোন, অসম নালাগে ভাৰতৰ ক'ত বৰ-পেটীয়া নাই। তই আকৌ সকলোকে মোৰ দৰে অশিক্ষিত গোট গৰু বুলি নাভাবিবি। প্ৰায় আটাইবোৰেই শিক্ষিত—মাত্ৰ মোৰ দৰে দুই এজনেহে শালৰ মাজত শিঙিৰ দৰে হৈ আছো।"

ল'ৰাটোৱে লগে লগে একো নক'লে। সি কেইটামান মুহূৰ্ত নীৰৱে থাকি বুঢ়াৰ কথাখিনিকে এবাৰ জুকিয়াই চালে। সি জানে বুঢ়া অশিক্ষিত হলেও তাৰ জ্ঞান, বিচাৰ শক্তি বহুত শিক্ষিততকৈও বহু ওপৰত। বুঢ়াই নিজকে নমাই দেখুওৱাটো নিতান্তই তাৰ মহত্বৰহে স্বাক্ষৰ। এনেকুৱা মানুহ এজনক যে কিয় সেই সমাজ-খনে বান্ধি ৰাখিব নোৱাৰিলে, সি ভাবি উলিয়াব নোৱাৰে। সি বুঢ়াক সুধিলে, 'তই বাৰু ঘৰ এৰি কিয় গুছি আহিছিলি? তহঁত বাৰু খুব দুখীয়া আছিলি নেকি?"

বুঢ়াই ল'ৰাশিৰ ফালে চাই পাতলকৈ হাঁহিলে; যেন সি ল'ৰা-টোৰ অজ্ঞতাক উপহাসহে কৰিছে। তাৰ পিচত ক'লে, "ঘৰৰ অৱস্থা আমাৰ কোনোদিনেই বেয়া নাছিল, বুজিছ? পথাৰৰ ধান, গোহালিৰ গৰুৱে ঘৰখনৰ অৱস্থা জয়-জয়, ময়-ময় নকৰিলেও বাহিৰ ভৰাল ঘৰ বাৰ মাহৰ কোনোদিনেই উদি হোৱা নাছিল। শুনিছো, ককাদেউতাৰ সময়ত আমাৰ হাতীও এটা আছিল।" বুঢ়াই এটি গৰ্বভৰা হাঁহিৰে তাৰ কথাখিনি শেষ কৰিলে। আচলতে তাৰ অতীতৰ সেই ৰঙীণ দিনবোৰ স্মৰণ কৰাৰ সুবিধাটো পাই তাৰ ভাল লাগিছিল।

ল'ৰাটোৰ কৌতুহল তেতিয়া চৰম সীমাত। সি সুধিলে, "তেনেহলে তোৰ মাৰ-বাপেৰ সকতে চুকাইছিল নেকি?

বুঢ়াই ল'ৰাটোৰ ফালে এবাৰ উকা দৃষ্টিৰে ঘূৰি চালে। ল'ৰাটোৰ চকুত সদা থকা সচা আন্তৰিকতাৰ উম পাই সি আৰম্ভ

হ'ল। সি মুখ ঘুৰাই ব্ৰহ্মপুত্ৰলৈ চালে। দুবৈত পানীৰ মাজত আবৰ এথোপা পানীৰ সোঁতত ঘুৰি ঘুৰি তল-ওপৰকৈ থকা তাৰ চকুত পৰিল।

"আই মোৰ জন্মৰ কেইবছৰমান পাছতেই ঢুকাইছিল," সি লুইতৰ ফালে চাই থাকিয়েই ক'লে। "মই যেন আইৰ মুৰ খাবলৈকে জন্ম লৈছিলো। পিতায়ে মোক তুলি-তালি ডাঙৰ কৰিলে। আই কেনেকুৱা মই জীৱনত নাজানিলোৱেই।" বুঢ়াই অলপ ৰ'ল। অতীতৰ দুখৰ দিনবোৰ স্মৰণ কৰোতে তাৰ কষ্ট হৈছিল—তাৰ আনমনা, গহীন হৈ পৰা চকুহালে অন্ততঃ সেয়াই নির্দেশ কৰিছিল। জীৱনত কোনোদিনেই মাতৃ-প্ৰেমৰ সোৱাদ নোপোৱা বুঢ়াৰ মন যেন এই মুহূৰ্তত ৰিঙা হৈ পৰিছিল।

ল'ৰাটোৰ বেয়া লাগিল। নিজে ইচ্ছাকৃত ভাবেই বুঢ়াৰ দুখৰ কাৰণ হ'ব লগা বাবে সি কিবা দোষী দোষী যেন অনুভৱ কৰিলে। কিয়ে তাৰ কৌতুহল। সি নিজে কিয় নিজৰ কৌতুহলখিনিক দমাই ৰাখিব নোৱাৰে সি ভাবি উৱাদিহ নাপায়। নিজৰ সাধাৰণ কৌতুহলখিনি পুৰাবলৈ গৈ বুঢ়াৰ সোলোক-ঢোলোক হৈ পৰা বুকু অন্তৰখন সাময়িক ভাবে হলেও সি আৰু সোলোক-ঢোলোক কৰিহে দিলে। নিজাৰে অন্তৰ্দ্বন্দ্ব চম্ভালি ৰখাটো তাৰ বাবে কষ্টসাধ্য হৈ উঠিল। সি যেন এই মুহূৰ্ত্তেতেই বুঢ়াৰ ভৰিত ধৰি ক্ষমা খুজিব আৰু লগে লগে ক'ব, 'তোক দুখ দিয়া বাবে ক্ষমা কৰিবি, ককা'। সি জানে, ক্ষমা খুজিব যোৱাটো বুঢ়াৰ সহ্য নহয়; বৰং সি আৰু বেছি আঘাতহে পাব। এটা সৰু ল'ৰাৰ দৰে বুঢ়াই খঙতে ফাটি পৰিব। মুখেৰে বহুত কথাকেই ভোৰ ভোৰাই সিহঁতৰ পৰস্পৰৰ মাজত থকা আত্মীয়তাৰ ওপৰতো সি খিয়োদগাৰ কৰিব।

বুঢ়াৰ গহীন মুখখনলৈ চাই ল'ৰাটো প্ৰকৃততে উপায়বিহীন হ'ল। কেইটামান মুহূৰ্তৰ নীৰৱতাও এই সময়ত কেইটামান যুগ যেন বোধ হ'ল। সি নিজকে আৰু ৰাখিব নোৱাৰিলে। হাত দুখন মোহাৰি মোহাৰি অতি বিনীত ভাবে সি বুঢ়াক সুধিলে, "ককা, তোক মই দুখ দিলো নহয়?"

"ধেৎ, অকৰাটো!" বুঢ়াই তাৰ কথাখিনি হাঁহি উকৰাই দিব বিচাৰিলে। সি ল'ৰাটোৰ পিঠিত হাত বুলাই ক'লে, "কিনো

দুখ দিয়া হ'ল অ' ? মোকহে লাজ লাগিব লাগিছিল আজি এই মাঠি বহুৰীয়া বুঢ়া বয়সতো নিজৰ অতীত সুঁৱৰি দুখ কৰা বাবে। . . . সংসাৰৰ মায়া এই বুঢ়া বয়সতো এৰিব নোৱাৰা হৈছো অ'। কি কৰিবি ! বুঢ়া আৰু সৰু ল'ৰা একে নহয় জানো, আজি তোৰ ঠাইত মই হোৱা হলেও ঠিক এনেদৰেই প্ৰশ্ন সুধিলোহেতেন। নিজৰ ঠাইৰ ইতিহাস জানিবলৈ কাৰ মন নাযায় তয়ে কচোন ভাইটি। গতিকে তই নিজে নিজে কিবা এটা ধৰি লৈ বহি নাথা-কিবি, বুজিছাতো ?" বুঢ়াই একেলগে কথাখিনি কৈ অলপ ৰ'ল। তাৰ পিচত কিবা এটা ভাবি পুনৰ ক'লে, "বাৰু, এতিয়া শুনি যা মোৰ কাহিনী—মই কৈ গৈছো।"

বুঢ়াই ভৰি দুখন কোঁচাই আঠু দুটাৰ ওপৰত হাত দুখন তুলি দিলে। তাৰ পিচত হাত দুখনেৰে মুঠি মাৰি ধৰি পোন হৈ বহিল আৰু এবাৰ হাঁহি লৈ ক'লে, "সেই সময়ত এতিয়াৰ দৰে পৰিয়াল-পৰিকল্পনা নাছিল যদিও আমাৰ পিতায়ে দুবাৰ বিয়া নকৰালে। তথাপিও দুই ভাই আৰু পিতাক লৈ আমি বেছ সুখী-য়েই আছিলো। বুজন হোৱাৰ পাছত প্ৰায়ে পিতাই আৰু ককায়ে পথাৰলৈ গৈছিল আৰু মই আছিলো গৃহিনী। বুজিছ, সেই তাহা-নিতেই যে ৰন্ধা-বঢ়া আদি ঘৰুৱা কাম শিকিলো, আজি-কালিৰ চহৰীয়া ছোৱালীৰ কথাটো বাদেই, এতিয়াও যি কোনো তিৰোতাই মোৰ লগত পাত্তা নাপায় বুলি মই ডাঠি ক'ব পাৰো।" বুঢ়াই শেষৰখিনি কওঁতে মাটিতে এটা ভুকু মাৰি দিলে।

বুঢ়াই 'আজি-কালিৰ চহৰীয়া ছোৱালী' বুলি কওঁতে ল'ৰা-টোৰ কিন্তু তাৰ লগত কলেজত একেলগে পঢ়া গলধনলৈ বৰ পৰা ভোৰোৰাই ৰখা চুলিৰে নতুন মডেলৰ তিৰবিৰাই থকা চশমা পৰিহিতা আৰু প্ৰতিদিনে ঘড়ীৰ ফিটা সলনি কৰি পিন্ধি অহা গোমোঠা মাৰি থকা দাম্ভিক ছোৱালীজনীৰ কথাকেই মনত পৰিল। তাৰ সন্মুখত অতিকৈ গহীন হৈ পৰা ছোৱালীজনীৰ প্ৰতি তাৰ কোনো ধৰণৰ শত্ৰুভাৱ নাই যদিও ছোৱালীজনীয়ে তাক চূড়ান্ত অভদ্ৰ বুলি ঘৃণা কৰাটো সি ভালদৰেই জানে। এই সম্পৰ্কে অৱশ্যে তাক শ্ৰদ্ধাৰ দৃষ্টিৰে চোৱা অপূৰ্ব ভায়োলিন বজোৱা পৰ-ক্ষৰৰ অতি ওচৰৰ গীতাজনীয়ে তাক কিছু কথা কৈছিল। বুঢ়াৰ নিচিনা মানুহ এজন এনেকুৱা ছোৱালী এজনীৰ কবলত পৰিৰ

লাগিলে যেতিয়া স্বামীপ্ৰবৰৰ কেনেকুৱা গতি হ'ব তাকে কল্পনা কৰি তাৰ হাঁহি উঠিল। ন'ৰাটোৱে হাঁহি হাঁহিয়েই ক'লে, "তোক গৃহিণী পাতি তোৰ 'গৃহস্থ' জনীয়ে তেন্তে বেচ ঠেঙৰ ওপৰত ঠেং তুলি খাইছিলে দেই।"

"অকল গৃহিণীয়েই নে? লগুৱা পতা নাছিলে?" বুঢ়ায়ো হাঁহি ক'লে।

আচলতে বুঢ়াৰ সকলো সামাজিক সংসাৰখনত বুঢ়াই যে কিহৰ ভাও লোৱা নাই তাক বোধহয় স্বয়ং ঈশ্বৰেও নাজানে। বুঢ়া একে সময়তে এজন গৃহস্থ, বিপৰীতে এজন লগুৱা, এজন মৰমীয়াল স্বামী, বিপৰীতে এজন দায়িত্বশীল পিতৃ; বুঢ়াৰ পৰিচয় কিন্তু তাতেই শেষ নহয়। নতুন ঠাইত নতুনকৈ জীৱনৰ পাতনি মেলোতে সি আছিল এজন পেশত চাহবনুৱা। সেইবুলিয়ে মাথো ব্যক্তিগত জীৱনৰ বাবে সি তাৰ সমস্ত শ্ৰম নিয়োগ কৰিছে সেয়াও নহয়। তাৰ জীৱনৰ দিশ বহুত। এজন সামাজিক ব্যক্তি হিচাপে সিহঁতৰ ন সমাজৰ প্ৰতি অব্যক্ত অথচ গুৰু দায়িত্ব সি কাহানিও উলংঘা কৰা নাই; বৰং নতুনকৈ সমাজ এখন ৰচনা কৰাত সিহে যে সদায়ে অগ্ৰভাগ লৈ আহিছে সেয়া অনস্বীকাৰ্য্য। কেইঘৰমান মানুহ থুপ খাই থাকিলেই যে সমাজ হ'ব নোৱাৰে বুঢ়াই তাক ভালদৰে উপলব্ধি কৰে। সেয়েহে সামাজিক জীৱনৰ মূল চালিকা শক্তি মানবীয় দৃষ্টিকোণৰ ওপৰত সি সঘনে গুৰুত্ব দিয়ে।

বুঢ়াৰ ব্যক্তিগত জীৱন নিতান্তই সাধাৰণ—কোনো ধৰণৰ ঐশ্বৰ্য নাই। জীৱনত মোৰ বুলিবলৈ বুঢ়াৰ আছে তাৰ সৰু পৰিয়ালটোক সামৰি ঘৰটো আৰু খেতি মাটি অলপমান। প্ৰধানকৈ মাটিখিনিৰ উপাৰ্জনৰ ওপৰত ভৰসা কৰিয়েই বুঢ়া আজিলৈকে বাচি আছে। ডেকাকালত অবশ্যে যথেষ্ট শ্ৰম কৰিছিল আৰু সেই অনুপাতে পাইছিলও। বাগানৰ চাকৰিৰ উপৰিও সময় পালেই পাৰিবাৰিক বিভিন্ন কাম-কাজৰ মাজত নিজকে নিমজ্জিত ৰখাটো সেই সময়ত তাৰ স্বভাৱেই আছিল। তেতিয়া দেহত দহোটা হাতীৰ জোৰেৰে মত্‌মতাই ফুৰা অৱস্থা—মন গ'লেই চন; মাথো স্থিৰতা ৰাখিলেই হ'ল। সেই হেন নেদেখা দেহটোৱে ডেকা বয়সৰ মনৰ বান্ধ-টোও আছিল একেবাৰে এঠালতীয়া মাটিৰে বন্ধোৱা—কিবা এটা কামত লাগিলে শেষ নোহোৱা পৰ্যন্ত আনৰ কথাটো বাদেই, স্বয়ং ব্ৰহ্মায়ো তাক লৰাব নোৱাৰে। সেই যে ডেকা কালৰ অভ্যাসটো—

আজি বুঢ়াকালতো তাৰ সহচৰ ; বৰং আগতকৈও সি আজি আৰু দৃঢ়। হয়তো বয়সৰ শাৰীৰিক দুৰ্বলতাই সেইখিনি বঢ়োৱাত ইন্ধন যোগাইছে। নহলে কিমানজনেনো লাও লোৰা অবস্থাৰে চাহ বনুৱাৰ জীৱন আৰম্ভ কৰি ৰসেশ্বৰৰ আজিৰ দৰে জীৱন লাভ কৰিছে ? অৱশ্যে বুঢ়াৰ জীৱনত সমৃদ্ধি নাই, সুখ আছে। সেয়েহে দিনটো গেৰাৰি খাটি মৰিলেও সি আন দহ জনৰ দৰে ভাগি পৰিব লগীয়া হোৱা নাছিল, বা নালাগে। এতিয়াৰ কথা অৱশ্যে সুকীয়া ; বয়সে দহি আনিব ধৰা দেহ—ডেকাকালৰ উদাম, শক্তি আৰু নাই, নাইবা ঘূৰাই আনিব খুজিলেও সি আনিব নোৱাৰে। সেয়া সম্ভৱো নহয়।

"ঔ আই ! লগুৰা আকৌ কিয় ?" ল'ৰাটোৱে বুঢ়াৰ কথাখিনি তুলি ধৰি ক'লে। "একেবাৰে বেদমাতা গায়ত্ৰী, তযু চৰণৰ দাসানুদাস।"

হাতৰ অঙ্গী-ভঙ্গী কৰি ল'ৰাটোৱে কথাখিনি শেষ কৰাৰ লগে লগে দুয়োজনে একেলগে ডাঙৰকৈ হাঁহি উঠিল। সিহঁতে হাঁহি হাঁহিয়েই অলপ সময় পাৰ কৰি দিলে।

"তই, ভাইটি, কলেজ পাই আজি-কালি খুব দুষ্ট হৈছ দেই।" বুঢ়াই পেটত সোঁহাতখনেৰে চেপা মাৰি ধৰি কোনোমতে হাঁহি থমাই কলে।

ল'ৰাটোৱে পুনৰ উঠিব ধৰা হাঁহিৰ জাউৰিটো কণ্ঠতে সামৰি ৰাখি ক'লে, "উ...., এতিয়া হবলা মইহে দুষ্ট হলো।"

"নহয় নো কি আকৌ ?"

"উ· · · ·, হয়, হয়। তই জানো পিচে কমটো আছিলি ?"

"তোতকৈ ভাল আছিলো দে।"

"হৈছে, হৈছে— এটা কথা কলে এতিয়াই লাজত পৰিবি।" লৰাটোৱে কথাখিনি সিক্ৰাবিলে।

"কি কথা অ' ? তই কি কথা ক'ব পাৰ ?" বুঢ়ায়ো জিদ ধৰিলে।

"জানো নহয় যি জানিব লাগে। ফুল ফুলিলে গোন্ধ ওলাবই।"

"আৰে। ওলালে ওলাবদে। তই কি জান প্ৰথমতে ক।"

"কও তেনেহলে ?"

"মই তোৰ মুখত সোপা দিছো নেকি ?"

"মোৰ দোষ নাই তেন্তে ?"

"হাবে, নকব কিয় !" বুঢ়া অধৈর্য হৈ পৰিল।

"তোৰ গৃহিনীজনী যে...", লৰাটোৱে কথাখিনি সম্পূৰ্ণ নকৰাকৈ ক'লে।

"অ, পিছে কি হ'ল ?" বুঢ়াই নিৰ্বিকাৰভাৱে ক'লে।

"তই যে পলুৰাই আনিছিল।" ল'ৰাটোৱে দুষ্টালিপূৰ্ণ হাঁহিৰে ক'লে।

"অ,' কথা তই ভালকৈহে পোনাইছ," কথাখিনি কৈ বুঢ়াই যেন খিৰাটি ৰস পালে, তেনেধৰণে ডাঙৰকৈ হাঁহি উঠিল। পিচত হাঁহিৰ ভমকটো শাম কটাত পুনৰ ক'লে মই আকৌ আন কিবা সাংঘাতিক বুলিহে ভাবিছিলো।"

"তই পলুৰাই আনিছিলিতো ! সেই কাৰণে একো ঘটনাই নহয়, নহয় জানো ?" ল'ৰাটোৱে কৌতুকেৰে ক'লে।

"ঘটনা আকৌ কিয় নহ'ব ? হয়, কিন্তু তাৰ আগতে এটা কথা জানি থ, মই হলে পলুৰাই অনা নাছিলো।"

"হয় নেকি ? মই আকৌ তই পলুৰাই অনা বুলিহে ভাবিছিলো।"

"তই যেনেকৈ ভাব ভাবি থাক, মই কিন্তু সচা কৈছো।"

"তেনেহলে তই পলুৰাই অনা নাছিলি যদিনো কোনে আনিছিল।"

"নিজে নিজে গুছি আহিছিল আকৌ।"

"হলেও কথা একেটাই দেচোন। তলে তলে হেৰিতো আছিল।" লৰাটোৱে হাঁহি দমাই ৰাখি কথাখিনি ক'লে।

সঁচা কথা, এসময়ত বুঢ়াৰ জীৱনলৈও ফাগুণ আহিছিল চিৰা-চৰিত ভাবেই। যৌবনৰ সাময়িক মাদকতাই তাৰ জীৱনতো জোৱাৰ নোতোলা বুলি ক'লে সত্যৰ অপলাপ কৰাহে হ'ব। তাৰ শাৰীৰিক কান্তিয়েই হওক বা গছ নোহোৱা দেশত এৰাই বৃক্ষ হোৱাৰ দৰে আখৰ জোটোৱা জ্ঞানকণেই হওক—কোনোবা অজানাৰ অন্তৰত হিল্লোল তুলিবলৈ সেই সময়ত কোনোটোৱেই কম নাছিল। ডেকা ৰসেশ্বৰৰ জীৱন লগৰী তেনেদৰেই নিৰ্বাচিত হৈছিল আৰু বাপেক-মাকৰ অজ্ঞাতে ৰসেশ্বৰে গম পোৱাৰ আগতে তেৱাই ৰসেশ্বৰৰ ঘৰ—মন যোগোৱাত নিজকে নিয়োজিত কৰিছিল ।

বুঢ়াৰ মনত পৰিল সেই দিনটোলৈ, যিদিনা প্ৰথম ছোৱালী এজনীয়ে লাজ লাজকৈ তাৰ ওচৰলৈ লিখা-পঢ়া শিকিব আহিছিল। তেতিয়া তাৰ লগতে কেইঘৰমান মানুহ আহি ঘৰ সাজি বহিছিল

মাথোন। ছোৱালী জনীক আগতেও সি কাম কৰোতে নাইবা গছৰ ছাঁত বহি কেতিয়াবা ৰামায়ণখন পঢ়োতে সিহঁতৰ ঘৰৰ খিৰিকিৰ মুখত দেখিছিল যদিও সি যেন সিদিনাহে প্ৰথম দেখিছিল আৰু সেই দৃষ্টিতে সি অনুভৱ কৰিছিল উপচি পৰা যৌৱনেৰে ছোৱালীজনী প্ৰকৃততে ধুনীয়া আছিল। সাধাৰণ মজদুৰৰ ছোৱালী বুলি তাইক ধৰিব পৰাটো কঠিনেই আছিল। যি নহওক, আটাইতকৈ ভাৱৰ কথা আছিল এই যে সিদিনাই সিহঁত পৰস্পৰে পৰস্পৰৰ প্ৰতি থকা উমখিনি অনুভৱ কৰিছিল। তাৰোপৰি সিদিনাৰ পৰাই যৌৱনোজ্জ্বল ৰমেশ্বৰে সকলোতে মাথোন সৌন্দৰ্যহে দেখিছিল। সেই দিনকেইটা যে কেনেদৰে অতি খৰকৈ পাৰ হৈছিল সেয়া ভাবিলে বুঢ়া ৰমেশ্বৰৰ দেহ-মন এতিয়াও ৰোমাঞ্চিত হৈ উঠে। কাম কাজত তাৰ কেনেদৰে মন নবহা হৈছিল, কেনেদৰে ছোৱালীজনী অহা সময়লৈ অধীৰ আগ্ৰহেৰে সি প্ৰতিদিনে বাট চাই ৰৈ আছিল, কেনেদৰে অ-আ, ক-খক দূৰতে বিদূৰ কৰি সিহঁত দুয়োটাই প্ৰেমালাপত মত্ত হৈছিল, সেই-বোৰ ভাবিলে তাৰ গাটো এতিয়াও গৰম হৈ উঠে। যিদিনা সি প্ৰথম ছোৱালীজনীক সাবতি ধৰি প্ৰথম চুমাটো খাইছিল, আৰু ছোৱালী জনীয়েও মৃদু আপত্তিৰে তাক বিয়াৰ কথা সোঁৱৰাই দিছিল সিদিনাতো তাৰ গা সাতখন-আঠখন যেন লাগি গৈছিল। কিন্তু সাংসাৰিক জ্ঞানত অনভিজ্ঞ ডেকা ৰমেশ্বৰে বিয়াৰ যা-যো কৰাৰ আগতেই তাৰ বাবে পৃথিৱীৰ সবাতোকৈ আশ্চৰ্যকৰ ঘটনাটো ঘটিছিল। তাৰ মনত আছে, তেতিয়া বহাগৰ বিহুৰ বিহুৱা বতৰ। ঠিক সাত বিহুৰ দিনা সন্ধিয়া বাহিৰৰপৰা ঘূৰি আহি প্ৰথমে দেখিছিল তাৰ ঘৰত চাকি জ্বলোৱা। তাৰ খিচতে ভিতৰত সোমাই সি দেখিছিল তাৰ একমাত্ৰ বিচনাখনত এহাত ওৰণি লৈ বহি থকা ন কইনাজনীক। তেতিয়াই তাৰ গাৰ নোমবোৰ থিয় হৈ উঠিছিল। সি ঘৰত সোমোৱাৰ লগে লগে মূৰ দাঙি চোৱা ন কইনাজনীৰ ওৰণিৰ আঁৰত সেই ছোৱালীজনীক দেখি তাৰ কি কৰো, কি নকৰো লাগি পৰিছিল। যি নহওক, সি সাময়িক বৈচিত্ৰতাখিনি অতিক্ৰম কৰাৰ আগতেই তাৰ ন কইনাজনীয়ে সকলোখিনি চম্ভালি লৈছিল। সি জানিব পাৰিছিল, ছোৱালীজনীৰ মাক-দেউতাকে তাইৰ বিয়া আন কোনোবা অচিনাকি ডেকা এজনৰ লগত পতা কথাটো তাই কেনেকৈ বেৰৰ আঁৰৰপৰা শুনিছিল, কেনেকৈ তাই সেই বিয়া বন্ধ কৰিবলৈ মাকক

খাটনি ধৰিছিল আৰু শেষত তাই সফলকাম নহৈ কেনেকৈ নতুন বিহা-মেখেলা পিন্ধি ৰসেশ্বৰৰ ঘৰলৈ আহি ন কইনাৰ বেশ লৈছিল। ৰমেশ্বৰৰ অবশ্যে আপত্তি কৰিবলগীয়া একো নাছিল; বৰং কামফেৰা ইমান সহজে হৈ যোৱাত সি ভালহে পাইছিল কিয়নো নতুন ঠাইত আহি বহাগত গৃহিণী পলুৱাই আনিব পৰাকৈ পুৰণি সি কেতিয়াও হোৱা নাছিল।

ৰসেশ্বৰৰ মনত আছে, তাৰে কেইদিনমান পিচলৈকে সি আনৰ আগত লাজতে মুখ উলিয়াব পৰা নাছিল; সকলোৰে পৰা আঁতৰি আঁতৰি ফুৰিছিল। বিপৰীতে তাৰ ন কইনাজনী কিন্তু আছিল কাকো খাতিৰ নকৰা বিধৰ। তায়েই সকলোখিনি চম্ভালি লোৱাৰ উপৰিও ৰসেশ্বৰকো সহজ কৰি তুলিছিল। সকলোখিনি স্মৰণ কৰোতে তাৰ ওঠেৰে হাঁহি এটি বাগৰি গ'ল।

বুঢ়া বহুত সময় নীৰৱে থকাৰ পিচত নিজে নিজে হাঁহি উঠা দেখি ল'ৰাটোৱে মাত লগালে, "তোৰ গৃহিণীৰ কথা মনত পেলাই হাঁহিছ নেকি অ' ককা? হাজাৰ হ'লেও 'হেৰি' থকা কথাতো!"

বুঢ়াই একো নক'লে; পুনৰ এবাৰ হাঁহিলে মাথোন।

বুঢ়াই একো নোকোৱা দেখি ল'ৰাটোৱে পুনৰ ক'লে, "তই যে গৃহিণী পলুৱাই আনিব লোৱাৰ মই পিচে আগতেই জানিছিলো!"

"কিয়—তই কেনেকৈ জানিলি?" বুঢ়াই থতমত খাই সুধি পেলালে।

"সেইটোও আকৌ কৈ দিব লাগিব নেকি?"

"নক'লে মই কেনেকৈ জানিম?"

"অ', শুন তেনেহ'লে। তই নিজেইতো এসময়ত গৃহিণী হ'ব লগা হৈছিল, নহয় জানো?

"অ', পিচে কি হ'ল?"

"তই নিজেই গৃহিণী হৈ থাকি কোনোমতেই পলাই আহিছ, আৰু তই আনক কেনেকৈ পলুৱাই আনিবি?" ল'ৰাটোৱে দুষ্টামি-পূৰ্ণ হাঁহি এটিৰে ক'লে।

"তাৰ আগতে কচোন কোনে কৈছে তোক মই পলাই অহা বুলি।" বুঢ়াই অলপ বেঁকা ক'লে। ল'ৰাটোৰ কথাখিনিয়ে তাৰ অন্তৰত কিবা ক্ৰিয়া কৰিছিল নেকি বুজা নগ'ল।

"মই নিজেই কৈছো আকৌ।" ল'ৰাটোৱে প্ৰায় লগে লগেই উত্তৰ দিলে।

"উ'''." বুঢ়া হঠাতে আনমনা হৈ পৰিল। তাৰ মুখৰ হাঁহি লোপ পালে—সি গহীন হৈ গ'ল। সি পুনৰ ক'লে, "পলাই আহিছো হয়; পিচে মোৰ নিচিনা অৱস্থাত পৰা হ'লে কেইজন বলিয়া নোহোৱাকৈ বাচি থাকিলেহেতেন সেয়া মাথো ভগৱানেহে জানিব—তই তেনো কি বুজিবি?"

বুঢ়াৰ গহীন মুখখনলৈ চাই ল'ৰাটোৰ বেয়া লাগি গ'ল। সঁচা কথা ক'বলৈ হলে বুঢ়াক দুখ দিবলৈ, তাৰ বৃদ্ধ অন্তৰখনত আঘাট হানিবলৈ গ'লে ল'ৰাটোৱে নিজৰ অন্তৰতে খোচ লগা যেন অনুভৱ কৰে। বুঢ়াৰ এই পৰিবৰ্তনৰ মূলতে যেন মাথো সিহে, তেনেকুৱা ধাৰণাই তাৰ মনত সেয়েহে ক্ৰিয়া কৰিব ধৰিলে। তাৰ ভাব হ'ল, বুঢ়াৰ লগত কটোৱা ইমান সুন্দৰ দিনবোৰৰ পিচত আজিহে যেন কিবা কেণা লাগিব ধৰিছে। কিবা এটা ধেমালিকৈ ক'ব খুজিলেও সেইটোৱে আকৌ ওলোটা ক্ৰিয়াহে কৰে। এই অনমনীয় বুঢ়াজনৰ লগত সি অলপ চাই-চিতিও কথা ক'ব নোৱাৰেনে? কিহে পাইছিল তাক এইবোৰৰ বকলা মেলিবলৈ—তাৰ নিজৰ ওপৰতেই খং উঠি যায়। তথাপিও সি নিজেও উপায়বিহীন। সি নিজে নিজকে যিমান নুবুজাওক কিয়, যিমান খং নকৰক কিয়, তাৰ কৌতুহলপূৰ্ণ মনটোৱে সকলোবোৰকে উকৰাই লৈ যায়। তাৰ বুকুতকৈও আপোন জন্ম ঠাই টুকুৰাৰ জীয়া কাহিনী কাহিনী, কাৰ জনৰ নিজ মুখেৰে শুনাৰ দুৰন্ত বাসনাই তাক উদ্বাউল কৰি তোলে। সি নিজকে ধৰি ৰাখিব নোৱাৰা হয়। সাময়িক আবেগজড়তাই তাক ক্ষন্তেকৰ বাবে হ'লেও এখন বেলেগ পৃথিবীলৈ লৈ যায়। তেতিয়াই তাৰ ভিতৰত সোমাই থকা কৌতুহলপ্ৰিয় সত্ত্বাটোও মূৰ্ত হৈ উঠে। এই সত্ত্বাটোৰ দুৰন্ত গতিৰ কথা সি জানে; সি এইটোও জানে যে মানব জীৱনৰ সৈতে ই অঙ্গাঙ্গিভাৱে জড়িত। ইয়াক ঠেলি থোৱা তেনেই দুৰূহ।

কেইটামান অসহ্যকৰ নীৰৱ মুহূৰ্ত পাৰ হৈ যোৱাৰ পাছত বুঢ়াই ইতিমধ্যে নিজকে চম্ভালি লৈছিল। সি পাতলকৈ হাঁহি এটা মাৰি ল'ৰাটোৰ ফালে চালে। ল'ৰাটোৱে তললৈ মূৰ কৰি নীৰৱে থকা দেখি সি মাতিলে, "ভাইটি।"

ল'ৰাটোৱে বুঢ়াৰ ফালে খুব দাঙি চালে। সি যেন চকুৰে বুঢ়াই কিয় মাতিছে সুধিলে।

"মোৰ কাহিনী নুশুন ?" বুঢ়াই তাৰ চকুৰ ফালে চাই ক'লে।

"তই ক'লেহে শুনিম।"

"অ, শুনি যা তেনেহলে। মই কৈছিলো নহয় আমি দুই ভাই আৰু পিতায়ে ঘৰ চলাই থকা বুলি—বুজিছ, বেছ সুখীয়েই আছিলো। কোনো ধৰণৰ হাই-উৰুমি নাইবা খাম-খেয়ালিয়ে আমাৰ মাজত ঠাই পোৱা নাছিল। আমি মতা কেইটাই ঘৰ সৰা-মচাৰে ধৰা আৰম্ভ কৰি ৰন্ধা-বঢ়ালৈকে যাবতীয় সকলোবোৰ কাম-কাজেই কৰিছিলো দেচোন, তথাপিও আমাৰ দাঁতে-ওঠে কোনোদিনেই লগা নাছিল। পিচে কিনো কৰি, ঈশ্বৰে নসহিলে, বুজিছ ? এবাৰ আই ভগৱতী লৰি প্ৰথমতে পিতাইক সিফলীয়া কৰিলে। আৰু তাৰ দুদিনমান পিচতে দদাইক। মোৰ মনত আছে তাৰে কেইদিনমান পাছতেই দদাইৰ বিয়া হোৱাৰ কথা আছিল। মই তেনেই নিঠৰুৱা হলো। বয়সো তেতিয়া কুৰি বছৰমান হৈছিলে—জীৱনটো কি তেতিয়াও বুজি উঠিব পৰা হোৱাই নাই। তাতে আকৌ পিতাই আৰু দদাইৰ মৰমৰ বান্ধোনে মোক অন্ধ কৰি ৰাখিছিল। বুজিছ, তাৰ পিচৰ কেইদিন যে ঘৰত কেনেকৈ আছিলো মই নিজেই ক'ব নোৱাৰো। আই ভগৱতীয়ে গৰকা ঠাইত এনেয়েও মানুহে সোমাব ভয় কৰে; গাওঁখনৰ সবাৰো এক অৱস্থা, তাতে আকৌ অকলে; ভাবি চাচোন। সকলো মৰমৰ বান্ধোন ছিঙি যোৱাত মন একেবাৰে নৰহা হ'ল। তথাপিও মৰণত শৰণ লৈ কেই বছৰমান কটালো। ভাবিছিলো দিন গ'লে হয়তো ভাল লাগি আহিব। প্ৰথম অৱস্থাত ওচৰ-চুবুৰীয়াৰ পৰাও যথেষ্ট সহায়-সহযোগ পাইছিলো। আমাৰ আত্মীয় কেইঘৰমানে আহিও মোৰ লগত হাত মিলাইছিল; কিন্তু কোনে আৰু কিমানদিন মোৰ লগতে লাগি থাকিব দেচোন! মোমাইদেৱেতো মোক তেওঁলোকৰ তালৈকে লৈ গৈ তাতেই ৰাখিব বিচাৰিছিল।"

"পিচে তই গ'লিনে ?" ল'ৰাটোৱে মাজতে সুধিলে।

"গৈছিলো, কেইদিনমান তাতেই আছিলো। পিচে ভাল নালাগিল—সকলোৱে যেন ভাজে কিবা পুতৌৰ চকুৰেহে চাব বিচাৰি-

ছিল। বুজিছ, মানুহৰ মৰম আৰু পুতৌ দুটা সম্পূৰ্ণ বেলেগ বস্তু। মৰম সদায়েই বাঞ্চনীয়; কিন্তু পুতৌ সহ্য কৰাটো বহুতৰ বাবেই কঠিন হয়। সেয়েহে দুদিনমান থাকি মোমাইদেউৰ ঘৰৰ পৰাও গুছি আহিলো। আহি ঘৰতে আৰু কেইবছৰমান কটালো। খেতি-মাটিখিনি আধি দিয়া হৈছিলেই। সেয়েহে ঘৰুৱা বিভিন্ন কাম-কাজৰ মাজতেই নিজকে ডুবাই ৰখাৰ চেষ্টা কৰি চালো যদিও কোনো কামত নাছিল। আচলতে কি জান, না-ভাবো বুলিলেহে বিভিন্ন ধৰণৰ চিন্তাবোৰে আহি জুমুৰি দি ধৰেহি। মনটো ভাল হওক গুছি ক্ৰমান্বয়ে বেয়াহে হ'ল। দিন-বোৰ নাযায়-নুপুৰাই যেন লাগিব ধৰিলে। মোমাইদেউকে লৈ গাঁওৰ বহুতে বিয়া পতাৰ কথাও কৈছিলে; কিন্তু তেতিয়া বিয়া নাইবা ঘৰ কোনোটোৰেই বাঞ্চোন মোৰ বাবে নাছিল। সেইবোৰৰ মেৰ-পেঁচত সোমালে মোৰ বলিয়া হৈ যাম যেন বোধ হৈছিল। কিবা এটা বিঙা বিঙা ভাবে মোক বাৰুকৈয়ে অতীষ্ঠ কৰি তুলিছিল। নিৰ্জীৱ পদাৰ্থৰ দৰে মোৰ কামনা-বাসনাবোৰ শুকাই নোহোৱা হৈ গৈছিল। নিতান্তই নকৰিলে নোহোৱা কামবোৰ কৰি গৈছিলো মাথোন। খোৱা-লোৱাৰতো একো ঠান্-ঠিত্ নাছিলেই। কেতিয়াবা মন গ'লে দুপৰীয়াতে দিন আৰু ৰাতিৰ সাজ একেলগে ৰান্ধি খাও, কেতিয়াবা ৰাতিয়েই ৰান্ধি পিচদিনালৈ পঁইতা ভাত কৰি থৈ দিও, আৰু কেতিয়াবা মন নগলে একো নাৰান্ধোৱেই— পেটত গাঁঠি দি শুই থাকো। মুঠৰ ওপৰত জীৱনটো মোৰ বাবে একেবাৰে দুৰ্বহ হৈ পৰিছিল। তয়ে ভাবি চাচোন, সাধাৰণ তেজ-মঙহৰ মানুহ এজন হৈ তেনেকৈ আৰু কিমান দিন থাকিব পাৰো। সেয়েহে এদিন ৰাতি গুছি আহিলো। আহিবৰ আগেয়ে চোতালত থিয় হৈ শেষবাৰৰ বাবে মৰমৰ পঁজাটোক হেপাহ পলুৱাই এবাৰ চাই লৈ আঠু কাঢ়ি সেৱা কৰোতে মোৰ দুচকু সেমেকি উঠি-ছিল।"

শেষৰ কথাখিনি কওতে বুঢ়া অভিভূত হৈ পৰিছিল। তাৰ নাকৰ পাহ দুটি ফুলি উঠিছিল। সেয়েহে কথাখিনি কৈ সি থমকি ৰ'ল।

জ'ৰাটোৱে বুঢ়াৰ অৱস্থাটো বুজি পালে। বুঢ়াৰ প্ৰতি সহানুভূতিত তাৰ মন উথলি পৰিছিল। সেই সহানুভূতিকে উদঙাই

দিবলৈ সি ক'লে, "যিমানেই ভগা-ছিঙা নহলেও নিজৰ মৰমী ঘঁৰাটো চিৰদিনৰ বাবে এৰি আহিবলৈ খুব দুখ লাগে, নহয় ককা ? মইতো দুদিনৰ বাবে ক'ৰবালৈ গ'লেও ইয়াৰে কথা

বাৰে বাৰে মনত পৰি থাকে—থাকিব নোৱাৰা হও।"

বুঢ়াই ল'ৰাটোৰ ফালে ঘূৰি চালে যদিও একো নক'লে—এটা ম্লান হাঁহিৰে সি ল'ৰাটোক যেন উত্তৰটো দি দিলে আৰু লগে লগেই সি পুনৰ লুইতলৈ চালে। ল'ৰাটোৱেও একো কোৱাৰ ভৰসা নাপাই মৌন হৈ ৰ'ল; অৱশ্যে সি মাজতে কিবা কৈ বুঢ়াৰ চিন্তা সূত্ৰত ব্যাঘাত জন্মাবও খোজা নাছিল।

বুঢ়াই অলপ সময় পাছত পুনৰ লুইতৰ ফালে চাই থাকিয়েই লাহে লাহে ক'লে, "সিদিনা আহিবৰ সময়ত গুৰুজনাৰ কীৰ্ত্তন ঘৰৰ বাৰান্দাত আঠু কাঢ়ি সেৱা কৰোতে দুচকুৰে পিৰ্ খিৰ্ কৈ চকুপানী সৰিছিল। গুৰুজনাই আশীৰ্বাদেই দিছিল নে অভিশাপেই দিছিল নাজানো; তেবাৰ ভেটিটোৰ ফালে চোৱাৰ সাহস তেতিয়া মোৰ নাছিল। মইহে যেন গুৰুজনাৰ ভেটিটো অশুচি কৰিলো, তেনেকুৱা ভাব এটায়ো মোক পীড়া কৰিব ধৰিছিল।" বুঢ়াই কথাখিনি কৈ এবাৰ দীঘলকৈ উশাহ ললে। তাৰ চকু দুটি তেনেই চলচলীয়া হৈ পৰিছিল। আবেগ-জড়তাখিনি কাতি কৰিবলৈকে বুলি সি ক্ষন্তেক ৰ'ল; পিচত এবাৰ ঢোক খিলি পুনৰ মৃদু হাঁহি এটি ফুটাই সি ক'লে, "বুজিছ, সেয়াই শেষ। সিদিনাৰ পৰা আৰু বৰপেটাৰ ফালে মুখ ঘূৰোৱা নাই। নাজানো, আমাৰ সেই ওখ ভেটিটোৰে ঘৰটো এতিয়াও আছে নে এৰাবাৰীত পৰিণত হৈছে—ওখকৈ শিঙাল পহু দুটাৰে সৈতে গুৰুজনাৰ কীৰ্ত্তন ঘৰটোৱে বা কেনেকুৱা হৈ আছে। সেই সকালোবোৰ মনত পৰিলে চকু এতিয়াও সেমেকি উঠে, বুজিছ ?" বুঢ়াই শেষৰখিনি ল'ৰাটোকে কৈ অলপ ৰ'ল।

বুঢ়াই নীৰৱ হোৱা দেখি ল'ৰাটোৱে ক'লে, "সেই পুৰণি ঘৰ চাবলৈ তোৰ এতিয়াও খুব মন যায়, নহয়নেককা ?"

"মন যোৱাটোৱেই স্বাভাবিক, নহয় জানো ?" বুঢ়াই খিচিকিয়াই হাঁহি ওলোটাই প্ৰশ্ন কৰিলে। "আগতে মন প্ৰায়ে উবি গৈছিল," সি পুনৰ ক'লে, "এতিয়া বয়স হ'লতো—তাতে আকৌ তইঁতকো পালো; সেয়েহে তেনেকুৱা টান নোহোৱা হ'ল।

তথাপিও মাজে-সময়ে মনত নপৰা নহয়—ঠিক আজি যেনেকৈ পৰিছে ; কিন্তু প্ৰধানকৈ মনত পৰে বিভীষিকাময় সেই নিশাটোৰ কথা, যিয়ে নেকি মোৰ জীৱনলৈ বিপ্লৱ আনি দিছে ।”

“সেই নিশাটো মানে ?” ল’ৰাটোৱে ধৰিব নোৱাৰি সুধিলে ।

“মই ঘৰৰ পৰা গুছি অহা সেই নিশাটো ।”

“অ’, তই ওলাই অহাৰ পাছত কিবা ঘটিছিল নেকি ?”

“কি ঘটিছিল সোধাতকৈ কি ঘটা নাছিল তই তাকে নোসোধ কিয় !” বুঢ়াই কথাখিনি অলপ জোৰকৈয়ে ক’লে । পিচত সি খন্তেক বৈ কথাৰ সুৰ সলনি কৰি পুনৰ ক’লে, “বুজিছ, সিদিনা যে কেতিয়া কেনেকৈ আহি ৰেল গাড়ীত উঠিলো মই নিজেই ক’ব নোৱাৰো । মাথোন মনত আছে গোটেই ৰাতিটো খোজ কাঢ়ি কাঢ়ি তেনেই লেবেজান হৈ পৰিছিলো । আচলতে মূৰৰ ভিতৰত অহৰহ চলি থকা চিন্তাৰ ধুমুহাজাকেই মোক অৱশ কৰি পেলাইছিল । মিছা নকওঁ; এটা সময়ত আত্মহত্যাৰ চিন্তায়ো মূৰত কুটকুটাবলৈ সাহস পাইছিল । পিচে আই ভগৱতীয়েও যাক নোৱাৰিলে সি মৰা আৰু ইমান সহজনে ? বুজিছ, মই নমৰিলো ; তহঁতৰ আগত এইদৰে লেকচাৰ মাৰিবলৈকে মই বাচি গলো ।”

শেষৰ কথাখিনি বুঢ়াই হাঁহি হাঁহি ক’লে । গম্ভীৰ হৈ পৰা পৰিবেশটোৰ মুখাখন খুলি দিবলৈকেই সি তেনেদৰে কৈছিল যদিও সেইখিনিয়ে ল’ৰাটোৰ ওপৰত বিশেষ প্ৰভাৱ পেলাব নোৱাৰিলে । সি মিচিকিয়াই হাঁহিলে যদিও সেই হাঁহিত প্ৰাণ নাছিল । সি পানীত নাচি থকা বৰশীৰ জৰী ডালেৰে দৃষ্টি পোনাই আনুমানিক দূৰত্বেৰে টোপটোলৈ চালে । টোপটো সি দেখা নাছিল যদিও পানীৰ মধ্যমীয়া গভীৰতাত সোঁতৰ লগতে দোলা দি থকা অভিজ্ঞতাৰে সি গম ধৰিব পাৰিছিল । তাৰ মনতো এক বিচিত্ৰতা সি অনুভৱ কৰিছিল । বহু সময়ৰ পিচত যেন সি মূৰত গামোচাৰে মৰা গাঁঠিটোহে খুলিলে—তাৰ তেনেকুৱা বোধ হৈছিল ।

মানুহৰ জীৱনটো যে কিমান জটিল, ল’ৰাটোৱে ভাবে ; ধ্বংস পদে পদে—সৃষ্টি খুব কম । মহৎ জীৱন এটাৰ সৃষ্টি ইমান সহজ নহয় । তাৰ মনত পৰিল এমাৰছন’ৰ কথা এষাৰ—‘বিশ্বৰ নীতিকথাই হৈছে প্ৰগতি । এই নীতিত যিয়ে ইন্ধন যোগাব নোৱাৰে সিয়ে সময়ৰ লগত খুজিব নৈতে নিশ্চিহ্ন হৈ যোৱাতো ধুৰাপ ।’

প্ৰগতি নিশ্চয় বজাৰত কিনিব পৰা কোনো বস্তু নহয়, নাইবা মুখেৰে 'প্ৰগতি, 'প্ৰগতি' কৈ গল ফালি মৰিলেও প্ৰগতি নহয়, যেনেকৈ বাছ-ট্ৰাকৰ পিঠিত 'দেশ প্ৰগতিৰ পথত', 'এতিয়া কামৰ সময়' বুলি লিখিলেই প্ৰগতি নাহে। অতি প্ৰাসঙ্গিকভাবে 'জয় আই অসম' বুলি লিখি হাটে-বজাৰে নাইবা বাছ-ট্ৰাক-চাইকেলৰ পিঠিত ওলোমাই লৈ ফুৰিলেও অসমৰ জয় নাইবা প্ৰগতি নহয়, যদিহে প্ৰতিজন অসমীয়াই দেশক গঢ়িবলৈ সচেষ্ট নহয়। সংগ্ৰাম অবশ্যেই অনিবাৰ্য্য; ল'ৰাটোৱে কিন্তু সংগ্ৰাম আৰু এটি নাম জীৱনৰে বুলি গোৱাৰ ভৰসা নাপায়। সংগ্ৰামত হেনো মাদকতা আছে—কেনেকুৱা মাদকতা সি নাজানে, নাইবা সেয়া উপলব্ধি কৰিবও সি পৰা নাই। কথাটো শিয়ালৰ বাবে আঙুৰ টেঙা হোৱাৰ দৰে নহয়তো। সি বিশ্বাস কৰে এটা স্বচ্ছন্দ জীৱনত—য'ত হিংসা-দ্বেষ নাই, বৈষম্য নাই—য'ত মানুহে মানুহৰ প্ৰগতিত প্ৰতিবন্ধক হৈ থিয় দিয়া নাই। সংগ্ৰাম অবশ্যে অবশ্যম্ভাৱী—সিও স্বীকাৰ কৰে; কিন্তু সংগ্ৰাম কৰিবলৈকেই জীৱন বোলা কথাষাৰ সি বিশ্বাস কৰিবলৈ টান পায়। ৰমেশ্বৰ নাইবা পদো-বুঢ়াৰ কথা অবশ্যে সুকীয়া। সিহঁত দুয়োয়ে সাময়িকভাবে হ'লেও জীৱনৰ কক্ষপথৰ পৰা এসময়ত বিচ্যুত হৈছিল। জীৱন আৰম্ভ হোৱাৰে পৰা সিহঁতে সংগ্ৰাম কৰিব লগা হৈছে; সিহঁতৰ তেজত সংগ্ৰাম মিহলি হৈ আছে। সিহঁতে সেয়েহে জীৱন বুলিলে সংগ্ৰামকেই বুজে আৰু বুজাটোও তেনেই স্বাভাবিক। তথাপিও দুয়োজনৰে মাজত আকাশ-পাতাল প্ৰভেদ। ৰমেশ্বৰ সাহসী, সংগ্ৰামী—পৰিস্থিতিৰ মোকাবিলা কৰাৰ ক্ষমতা তাৰ আছে। আনহাতে পদোবুঢ়া অৰ্থাৎ পদৰাম সংগ্ৰামী যদিও বিক্ষিপ্ত।

পদোবুঢ়া অৰ্থাৎ পদৰামৰ নামটো মনলৈ অহাৰ লগে লগে মানুহজনৰ ছবিখনো ল'ৰাটোৰ মনৰ পৰ্দাত ভাঁহি উঠে। তাৰ মনত পৰে ওখকৈ শকত-আবত চেহেৰাৰে সেই বলিষ্ঠ মানুহজনক। গোটেই মুখমণ্ডল বসন্তৰ দাগেৰে ভৰা মলিয়ন বৰণেৰে মানুহজনৰ কক্ষ চাৱনিটোত নিহিত ভয় লগা ভাবটোৱে মানুজনক বিশেষকৈ সকলোৰে পৰা আঁতৰাই ৰাখিছিল। মানুহজন যে কেনেকুৱা প্ৰকৃতিৰ আছিল ভাবিলেই তাৰ আচৰিত লাগে। ৰমেশ্বৰ বুঢ়াৰ বাহিৰে আন কাৰো লগত কথা-বতৰা থকা সি তাৰ জীৱনত দেখা

নাপালে। মানুহজনে সদায়ে অকলে অকলে থাকিব বিচাৰিছিল—গাওঁখনৰ আন কাৰো লগতে যেন তাৰ কোনো সম্পৰ্ক নাছিল। নিজৰ ঘৰটোৰপৰা ৰৰশী বোৱা সময়খিনিত বাদে আন সময়খিনিত প্ৰায় নোলাইছিলেই বুলিব লাগে। ৰৰশীও বাইছিল সচৰাচৰ মানুহ নথকা সময়খিনিত আৰু মানুহ নোযোৱা ঠাইখিনিত—খুব পুৱাবে পৰা দুপৰীয়ালৈ আঁতৰৰ জোপোহাৰ আঁৰৰ এটুকুৰা ঠাইত, য'ত কোনেও কাহানিও যাবলৈ ইচ্ছা নকৰে। সমাজ আৰু মানুহৰ প্ৰতি মানুহজন ক্ৰমাগতভাবে বিতশ্ৰদ্ধ হৈ পৰিছিল। সংসাৰৰ বান্ধোন তাৰ বাবে নোহোৱা হৈ আহিছিল আৰু তাৰ ঠাই অধিকাৰ কৰিছিল এক অাহৈতুক ঘৃণাই। সেই ঘৃণাই তাৰ মানবীয় অনুভূতিক উটুৱাই লৈ গৈছিল।

পদোৰ্বুঢ়াৰ বিষয়ে সি বহুত কথাকেই জানে—তাৰ ককাৰ বসেশ্বৰেই এসময়ত কৈছিল। ল'ৰাটোৱে জানে, পদৰাম শৈশবতেই পিতৃ-মাতৃৰ স্নেহৰপৰা বিতাড়িত হৈছিল। দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰাটোৱে যেন মূলতঃ তাৰ পাপ আছিল! তাতে আকৌ আন দহজনক আকৃষ্ট কৰিব পৰাকৈ তাৰ শাৰীৰিক কান্তিও নাছিল। এই দুইটা উপসৰ্গই তাৰ বাবে কঢ়িয়াই আনিছিল মাথো ঘৃণা আৰু অবহেলা। এই ঘৃণা আৰু অবহেলাই তাৰ দেহ-মন বিষাক্ত কৰি তুলিছিল—সংসাৰৰ প্ৰতি, জীৱনৰ প্ৰতি মায়াহীন, মোহহীন কৰি তুলিছিল। মানুহৰ প্ৰতি তাৰ আস্থা নোহোৱা হৈ গৈছিল; বিপৰীতে সিও মানুহক ঘৃণা কৰিবহে শিকিছিল। সৰুৰেপৰা বাপেক-মাকৰ মৰমনো কি গম নোপোৱা এইজন মানুহে পৃথিৱীখনৰ সোৱাদ একেবাৰেই নাপালে। জীৱনৰ সচাঁ আৱেগ-অনুভূতি, মৰম-চেনেহৰ মূল্য তাৰ বাবে যেন একেবাৰেই নাছিল—নিজৰ পৰিধিৰ ভিতৰতে সোমাই থাকি সি প্ৰকাৰান্তৰে তাকেই ক'ব বিচাৰিছিল। অযত্ন পালিত শিশু এটাৰ জীৱন কেনেকুৱা হ'ব পাৰে তাৰেই প্ৰতিভূ স্বৰূপ পদৰামে নিজেই যেন সংসাৰৰ প্ৰতি এক প্ৰত্যাহ্বান হিচাবে থিয় দিব বিচাৰিছিল আৰু জীৱনৰ শেষ মুহূৰ্তলৈকে অনমনীয়ভাবে সি তাৰ বিদ্ৰোহ ঘোষণা কৰি গৈছিল। সেই বিদ্ৰোহৰ উত্থান ভালদৰে পাইছিল বুঢ়াই। পদোককাকৰ জীৱনৰ সৈতে বহু বছৰ জুৰি জড়িত হৈ থকাৰ পাছত পদৰামৰ অন্তৰত লুকাই কৰকৰা লগা মৰম-চেনেহৰ মূল্যায়ন বুঢ়াই ঠিক ধৰণে

কৰিবলৈ সমৰ্থ হৈছিল। পদৰামৰ ক্ষেত্ৰত বুঢ়াৰ কৃতিত্ব সেইখিনিতেই।

আনহাতে ল'ৰাটোৰ চিন্তাৰ বিপৰীতে বুঢ়াই সেই সময়ত সি নিজে সৃষ্টি কৰিব খোজা কেতবোৰ আপোন ৰসিকতাখিনিকে মনৰ ভিতৰত পাগুলি আছিল। ল'ৰাটোৱে বিশেষ কাণসাৰ নকৰি অন্যমনস্ক হৈ থকা দেখি সি মাত লগালে, "ভাইটি!"

"হুঁ," ল'ৰাটোৱে যেন বহুত দূৰৰপৰাহে সহাঁৰি দিলে।

"কি ভাবিছ?"

ল'ৰাটোৱে লগে লগে একো নক'লে। সি ভৰি দুখন কোচাই দুই আঠুৰ ওপৰত হাত থৈ মূৰটো তাৰে ওপৰত বেকাকৈ ৰাখি এবাৰ দীঘলকৈ উশাহ ল'লে আৰু তাৰ পাছত উত্তৰ দিলে, "ভাবিছো পদোককাৰ কথা।"

"অ, পদৰামৰ কথা!" বুঢ়াৰ ওঠেৰে এটি ম্লান হাঁহি বাগৰি গ'ল।

বুঢ়াৰ মানস পটত অতীতৰ স্মৃতিবোৰ ভাঁহি উঠিল। কেনেকৈ সিহঁতে বাগানত এবা এৰি নোহোৱাকৈ কাম কৰিছিল, তেতিয়াৰ জোপোহাৰে ভৰা এই ঠাই ডোখৰত হাবি কাটি ঘৰ সাজিছিল, এই বিস্তীৰ্ণ প্ৰান্তৰত জীৱন ৰচনা কৰিছিল—সেই সকলোবোৰ এটাৰ পিচত এটাকৈ তাৰ মনত পৰি গ'ল। লুইতক আকোৱালি লৈ এশ এটা স্মৃতিয়ে তাৰ মনত হেতা-ওপৰা লগালে। সি তাৰ মনৰ ভিতৰতে নিজকে নিজে ক'লে, 'বেচেৰাটো! আমাৰ জীৱন একেটা সুৰতেই বন্ধা আছিল। জীৱনৰ সুৰটোহে মাথো শেষলৈ ৰচাই ৰাখিব নোৱাৰিলি!'

সঁচা কথা, ৰসেশ্বৰতকৈ পদৰাম জীৱন ৰচনাত তেনেই নিস্পৃহ আছিল। পদৰাম তেতিয়াৰ পৰাই আছিল কিছু পৰিমাণে অসামাজিক। তথাপিও ৰসেশ্বৰৰ লগত হাত মিলাবলৈ ইমান বছৰে সি কোনো কাৰ্পণ্য কৰা নাছিল।

বুঢ়াৰ মনত পৰিল সেই দিনটোলৈ, যিদিনা সি পদৰামক উদ্দেশ্যবিহীনভাবে ঘূৰি ফুৰা অৱস্থাত লগ পাইছিল। প্ৰথম দিনা বিশেষ মনোযোগ দিয়া নাছিল যদিও দ্বিতীয় দিনাও একে অৱস্থাতে লগ পাই সিয়েই প্ৰেনতে মাত লগাইছিল। ৰসেশ্বৰে এনেয়েও প্ৰতিবেশীৰ সন্ধানত আছিল বাবে মানুহজনৰ লগত সম্বন্ধ গঢ়ি তুলিব বিচাৰিছিল। সেয়েহে প্ৰাথমিক পৰিচয় পৰ্বৰ অন্তত যদিও মানুহ-

জনৰ কথা কোৱা ধৰণৰ ওপৰত ৰসেশ্বৰৰ খংতেই উঠিছিল। তথাপিও মানুহজনে কামৰ সন্ধানত অঘৰী জীৱন যাপন কৰা বুলি জানিব পাৰি প্ৰতিবেশী এজন বংৰোৱাৰ আশাত সিয়েই মালিকক কৈ-মেলি বাগানতে তাৰ দৰে সাধাৰণ কাম এটাৰ যোগাৰ কৰি দি তাৰ নতৈ সজোৱা ঘৰটোলৈকে লৈ গৈছিল। কিয়নো তাৰে দুদিনমান আগতে ৰহমত গুছি যোৱাত ৰসেশ্বৰ অকলশৰীয়া হৈ পৰিছিল। গোনতে দুয়োজনেই একেলগে আছিল যদিও কেইদিনমান পাছতেই পদৰামেও নিজৰ ঘৰ হাবি কাটি সাজি লৈছিল। তেনেদৰেই দিন যোৱাৰ লগে লগে দুয়োজনৰে মাজত সৌহাৰ্দ্য গঢ়ি উঠিছিল—পৰস্পৰে পৰস্পৰক লৈ আলাপ-আলোচনা চলাইছিল। পদৰামৰ কথা-বতৰাৰ পৰা ৰসেশ্বৰে অনুভৱ কৰিছিল তাৰ এই স্বভাৱৰ অন্তৰালত যেন এক বিৰাট ইতিহাস লুকাই আছে। সি সেই সকলোবোৰ পাতিপাতিকৈ খুটিয়াই চাব বিচাৰিছিল যদিও এনেয়েও কম কথা কোৱা পদৰামে নিজৰ জীৱনক লৈ সম্পূৰ্ণ নিমাতে থাকিব বিচাৰিছিল। আনহাতে ৰসেশ্বৰে তাৰ জীৱনৰ ঘাত-সংঘাতবোৰৰ বকলা মেলি পদৰামক সহজ কৰি তুলিব বিচাৰিছিল। ৰসেশ্বৰৰ এই অব্যক্ত নেৰা-নেপেৰা চেষ্টাৰ বহু পাছতহে সি পদৰামৰ জীৱন কাহিনী জানিব পাৰিছিল। কেনেদৰে পদৰামে সৰুৰেপৰা সকলোৰে ঘৃণাৰ পাত্ৰ হৈ আহিব লগা হৈছিল, কেনেদৰে আনৰ ঘৰত সৰুৰেপৰা লগুৱা থাকি জীৱন নিৰ্বাহ কৰিব লগা হৈছিল, কেনেদৰে বয়স হোৱাৰ লগে লগে বিভিন্ন ঠাইত বিভিন্ন মানুহৰ ঘৰত কাম কৰি পেট পুহিব লগা হৈছিল, কেনেদৰে জীৱনৰ সকলো কামনা-বাসনাক কুলকলিতে বিসৰ্জন দিব লগা হৈছিল ইত্যাদি সকলোবোৰ কথাই পদৰামে তাক কৈছিল। আটাইখিনি বৰ্ণাওতে সিদিনা পদৰামৰ চকুত পানী দেখি ৰসেশ্বৰ সচাঁকৈয়ে অভিভূত হৈ পৰিছিল। দেখাত পৰ্বত প্ৰমাণ কঠোৰ মানুহৰজনৰ ভিতৰখন পাতালী গংগাৰ ফল্গু ধাৰাৰে ধৌত হৈ থকা জানিব পাৰি সি খুবেই আচৰিত হৈছিল। সেয়েহে পদৰামৰ প্ৰতি সহানুভূতিত তাৰ মন উপচি পৰিছিল। সি অনুভৱ কৰিছিল পদৰামৰ জীৱনৰ তুলনাত সি তাৰ জীৱনত পোৱা সংঘাতবোৰ যেন একোৱেই নহয়; পদৰামৰ তুলনাত সি যেন বহুত পাইছে, বহুত ভোগ কৰিছে।

পদৰামৰ প্ৰতি ৰসেশ্বৰৰ কৰিব লগীয়া তেতিয়া বিশেষ একো-

ষেই নাছিল যদিও সিদিনাৰপৰাই পদৰামৰ কিছু পৰিবৰ্তন হোৱা সি লক্ষ্য কৰিছিল। তাৰ হৃদয়ত স্তূপীকৃত হৈ থকা ঘৃণাৰ প্ৰাচীৰ-খনৰ বোজা তাৰ কাহিনীৰে ব্যক্ত কৰি পদৰামে কিছু পাতল যেন অনুভৱ কৰিছিল। তাৰ আগৰ গোঁৱাৰামিও কিছু পৰিমাণে হ্ৰাস পাইছিল আৰু তাৰ কাম-কাজতো উদ্দীপনা বুঢ়া ৰসেশ্বৰে আগ্ৰহেৰে লক্ষ্য কৰিছিল। পদৰামৰ এই সামাজিক পৰিবৰ্তনত ৰসেশ্বৰ নিজেই আপ্লুত হৈছিল। সেই সময়তেই দুয়োজনে লগ লাগি নিজৰ জীৱনৰ বাবে, এখন নতুন সমাজ ৰচনাৰ বাবে কিমান যে কাম কৰিছিল! শাৰীৰিক শক্তিৰে কোনোজনেই কম নাছিল বাবে এটাৰ পিচত এটাকৈ কামবোৰ কৰি যোৱাত কোনোজনেই খিচহকি আহিব লগীয়া হোৱা নাছিল। বয়সেৰে যদিও ৰসেশ্বৰ দুবছৰ মানে ডাঙৰ আছিল তথাপিও সৰুৰেপৰা বিভিন্ন পেশাদাৰী কাম-কাজৰ মাজতে আৱদ্ধ থাকিব লগীয়া হোৱা বাবে পদৰাম সাধাৰণভাৱে হলেও ৰসেশ্বৰতকৈ বেছি কৰ্মঠ আছিল। পদৰামৰ দেহটো সৰুৰেপৰা তেনেভাৱেই গঢ় লৈছিল। সেইহেন মানুহজনে হঠাতে তাক এৰি কেনেকৈযে সিফলীয়া হ'ল ভাবিলে তাৰ আচৰিত লাগে। বয়সৰ ফালৰপৰা চালেতো সিহে আগ আছিল।

ৰসেশ্বৰে হঠাতে মনত পৰাৰ নিচিনাকৈ কৈ উঠিল, "বুজিছ ভাইটি, মইহে আগতে সিফলীয়া হ'ব লাগিছিল; মই তাতকৈ দুই-তিনি বছৰে ডাঙৰ। সিয়ে কিয় মোক এৰি গ'লগৈ!..." শেষ-বখিনি বুঢ়াই নিজাক নিজে কোৱাদি ক'লে।

উত্তৰ হিচাপে ল'ৰাটোৱে একো নকলে। আচলতে তাৰ ক'ব লগীয়া একো নাছিলো; সি কিন্তু বুঢ়াৰ কথাৰ সুৰটো উপলব্ধি কৰিব পাৰিলে। সেই সুৰটোৱে তাক অভিভূত কৰিছিল। সি জানে, গাঁওখনৰ প্ৰায় আটাইবোৰে পদৰাম অৰ্থাৎ পদোককাৰ প্ৰতি পোষণ কৰি থকা বেয়া ধাৰণাৰ বিপৰীতে ৰসেশ্বৰেই একমাত্ৰ ব্যক্তি যিজনে নেকি তাৰ প্ৰতি সকলো সময়তে সহানুভূতিশীল আছিল। গাঁওবাসীয়ে তাক চেৰাই যাব খোজা অৱস্থাত মাথো ৰসেশ্বৰে তাক তুলি ধৰিব বিচাৰিছিল। ল'ৰাটোৱে নিজেও প্ৰথমতে সাধাৰণ গাঁওবাসীৰ ধাৰাণাৰেই বশবৰ্তী আছিল। কাৰণ সাধাৰণ গাঁও-বাসীৰ দৰে সিও পদৰামৰ জীৱনলৈ ভুমুকিয়াই চোৱা নাছিল। অৱশ্যে আনবোৰৰ দৰে পদৰামৰ জীৱনৰ ভিতৰলৈ সুমুৱাই যাব

খোজাটো সি কাহানিও অপ্ৰয়োজনীয় বুলি ঠেলি পঠিওৱা নাছিল, বৰং ৰসেশ্বৰৰ পৰা পদৰাম সম্পৰ্কীয় বহু কথাই সি জানি লৈছিল। পদৰামৰ জীৱনৰ ঘাত-প্ৰতিঘাতৰ লগত চিনাকি হ'বৰ বাবে সি চেষ্টাৰ ত্ৰুটি কৰা নাছিল। তথাপিও প্ৰদোককাৰ চাৰিত্ৰিক দিশটো সম্বন্ধে সি যেন কাহানিও মুক্ত হ'ব নোৱাৰে, তাৰ তেনেকুৱাই ধাৰণা হয়। অৱশ্যে ৰসেশ্বৰেওঃযে পদৰামৰ সকলো কথাকেই নিৰ্বিবাদে মানি লৈছিল তেনেকুৱা নহয়। পদৰামৰ কিছুমান আচৰণ, বিশেষকৈ তাৰ গোঁৰাৰামিক সি কেতিয়াও বৰদাস্ত কৰা নাছিল। কিন্তু তাৰ কৃতিত্ব এইখিনিতেই আছিল যে পদৰামে নিচেই সৰুকালৰেপৰা পাই অহা সংঘাতবোৰৰ ভেটিত সেইবোৰৰ সুস্থিৰ মীমাংসাত উপনীত হোৱাৰ পক্ষপাতী সি আছিল। পদৰামৰ বিদ্ৰোহী মনটোৰ সৈতে সি সম্যকভাবে পৰিচিত আছিল বাবেই সি তাৰ চিন্তাধাৰাৰ ওচৰত কাহিনীও পৰাজিত হ'ব লগা হোৱা নাছিল।

'দুয়োজন বুঢ়াৰ মাজত কিমান প্ৰভেদ!' লৰাটোৱে ভাবে। দুয়োজনে নিজৰ বক্তক্ষয়ী শ্ৰম বিনিয়োগ কৰি হাবিতলীয়া এই ঠাইডোখৰত ঘৰ সাজিছে, জীৱিকা উলিয়াইছে—মুখ্যতঃ এখন নতুন সমাজ ৰচনা কৰিছে; অথচ তাৰে এজন যেন তেনেই নিৰ্জীৱ—আবেগ অনুভূতি যেন একেবাৰেই নাই। সেইজনৰ বাবে জীৱনৰ মাধুৰ্য্যতা একেবাৰেই নাই—জীৱনটো এটা দুঃসহ বোজা মাথোন, ওৰে বাটটো কেঁকাই-গেথাই কোনোমতে বৈ গৈছে; যন্ত্ৰ এটাৰ দৰে কৰিব লাগে কৰিছে, খাব লাগে খাইছে—নাই কোনো উচ্ছলতা—অথাই সাগৰত পল গণি থকা এজন নাৱৰীয়া মাথোন। আনজন আকৌ কেনে সতেজ! জীৱনক অকল তেওঁহে যেন পূৰ্ণভাৱে উপভোগ কৰিছে। দিন-ৰাতিৰ হাড় ভগা শ্ৰমেও তেওঁৰ ককাল বেকা কৰিব পৰা নাই। তেওঁৰ প্ৰতিটো কামৰ পিচতেই মন-প্ৰাণ মুক্ত হৈ আছে—ক্লান্তি নাই, শ্ৰান্তি নাই—শান্ত সমাহিতভাবে জীৱন তথা সমাজৰ সামূহিক প্ৰগতি সাধনত নিমগ্ন।

এনেকুৱা বিজনি যেতিয়াই তাৰ মনলৈ আহে, সাধাৰণতে সমসাময়িকভাবে সকতে ক'ৰবাত দেখা খেল এটাৰ কথা তাৰ মনত পৰি যায়। এটা ভাওৰ অন্তৰ্নিহিত সাদৃশ্য সি সেই মুহূৰ্তত অনুভৱ কৰে। সি দেখিছিল গোটা বাঁহ এডাল চাচি-চুকৰি নিমজ কৰি তেলেৰে জোকৰ পিচিত যেন পিচল কৰি থিয়কৈ পুতি ৰখা আৰু চেওতীয়া ল'ৰাবোৰে

সেইভাল খিচলি পিচলি বগাবলৈ চেষ্টা কৰা বিজুলিটোৰ কথা ভাবিলে সি সেই মুহূৰ্তত খেলটো চকুৰ আগতে দেখা যেন পায়। একেদৰেই খৰালি শুকাই লেৰেলা পৰি যোৱা লুইতখন দেখিলেও তাৰ কুলীয়া পাঠ্যপুথিত থকা সংস্কৃতৰ শ্লোক এটালৈ তাৰ ঘনাই মনত পৰে। তাৰ ভাল লগা এই শ্লোকটোৰ অৰ্থ এনেকুৱা— 'উষ্ণ সূৰ্য্যৰশ্মিৰে উত্তপ্ত পৰ্বতকুলক সান্ত্বনা দি, দহি যোৱা ফুলনি-বননিবোৰক পুনৰ্জীবন দি, নানা নদী-নদ পুৰাই, হে মেঘ, তুমি যে আজি ৰিক্ত হৈ পৰিছা সেয়াই তোমাৰ উত্তম সৌন্দৰ্য। শ্লোকটোৰ সজীৱতাখিনি তাৰ ভাল লাগে বাবেই সি সেই সময়ত মনে মনে এবাৰ গাই লয়। সময়ত তাৰ ভাব হয় ৰমেশ্বৰ বুঢ়া আৰু খৰালিৰ সেই লুইতখনৰ মাজত যেন পাৰ্থক্য খুব কমেইহে আছে।

ল'ৰাটোৱে সপ্ৰশংস দৃষ্টিৰে বুঢ়ালৈ চালে। তাৰ মনলৈ বহুতো কথাই আহিছিল যদিও বুঢ়াই তেতিয়াও লুইতলৈ চাই নিজৰ ভাবনাতে বিভোৰ হৈ থকা দেখি একো নক'লে। ল'ৰাটোৱে জানে, সি নিজেই পদোককাকৰ কথা উলিয়াই দিয়াৰ পাছত বুঢ়াৰ এতিয়া তাৰ প্ৰিয় বন্ধু পদৰামলৈকে মনত পৰিছে। সি বুঢ়াৰ চিন্তাত ব্যাঘাত নজন্মাই তাৰ ভাবনাৰ মাজতে তাক এৰি দিলে।

ৰমেশ্বৰৰ মনত আছে, তাৰে ঠিক দুবছৰ পাছতেই সি তাৰ জীৱন লগৰী পাইছিল নাটকীয়ভাৱে। বয়সত সৰু হলেও পদৰামেও পিচে এই বিষয়ত পিচ পৰি থকা নাছিল। সিও তাৰে কেই মাহ মান পিচতেই ৰমেশ্বৰৰ বিয়াৰ উকলি মাৰ নৌযাওঁতেই তাৰ গৃহিণী গোটাই লৈছিল। নক'লেও হয়, তাৰ এই পৰিৱৰ্তনৰ মূলতে আছিল ৰমেশ্বৰ। ৰমেশ্বৰেই সামাজিক জীৱনৰ প্ৰতি তাৰ আস্থা বঢ়োৱাৰ উপৰিও তাৰ সাংসাৰিক জীৱনৰ পাতনিয়ে পদৰামকো নিশ্চয় উদ্বুদ্ধ কৰিছিল। সেয়েহে ৰমেশ্বৰৰ দৰে একে নাটকীয়ভাৱে সিও তাৰ জীৱন লগৰী গোটাইছিল। সেই সময়ত আৰু সেইখন ভাৰণিয়ে হৈ থকা নাছিল; ক'ৰবাত বিহাৰী বিক্সাৱালাটো, ক'ৰবাত নেপালী দাৰোৱানটো, ক'ৰবাত উড়ীয়া চাহবনুৱাটো পুলি-পোখাৰে সৈতে বহি লৈ সমাজ জীৱনৰ সূচনা কৰিছিল। ৰমেশ্বৰ বা বহমত্তৰ দৰে দুই-এঘৰ নিভাজ অসমীয়াও জীৱিকাৰ সন্ধানত আহি ঘৰ পাতি নবহাকৈ থকা নাছিল যদিও

মানুহবিলাক তেনেই সেৰেঙা-সেৰেঙিকৈ আছিল। আন কোনোবা থাকক নাথাকক, ৰসেশ্বৰ আৰু পদৰামেই প্ৰধানতঃ সেই মানুহ-বোৰক লাগি ধৰি দিছিল বাবে সিহঁতেও পদৰামৰ অন্তৎ চাৰিত্ৰিক বৈশিষ্ট্যৰ সৈতে পৰিচিত নোহোৱাকৈ থকা নাছিল। দুই-এজনে হয়তো পদৰামৰ আকস্মিক পৰিবৰ্তন আঁৰ চকুৰে লক্ষ্যও কৰি-ছিল। তথাপিও এইজন গোঁৱাৰ চৰিত্ৰৰ ডেকা পদৰামে কাকো একো নজনোৱাকৈয়ে সিদিনা এহাত দীঘল ওৰণিৰে মানুহজনীক আনি তাৰ ঘৰ সুমুৱাইছিলহি সিদিনাতো আটাইবোৰে দস্তুৰমত অবাক। আনকি ৰসেশ্বৰেও পদৰামৰ পৰা এই বিষয়ে ঘুণাক্ষৰেও একো জানিব পৰা নাছিল। বহুতে বহুত কথাই কৈছিল যদিও পিচতহে ৰসেশ্বৰে গম পাইছিল কেনেদৰে অতি আচৰিতভাবে আৰু অতি তাৎক্ষণিকভাৱে মিছাতেই বদনামী হ'ব লগা হোৱা ফুল কুমলীয়া গাভৰু এজনীক বচাবৰ বাবে তাইৰ পাণি গ্ৰহণ কৰিব লগীয়া হৈছিল। সেয়েহে ঘটনাটো জনাৰ পিচত সিদিনা পদৰামক তাৰ সাহসৰ বাবে মনে মনে সি সহস্ৰবাৰ তাৰিফ কৰিছিল।

সি যি নহওক, অতি আচৰিত তথা অপ্ৰত্যাশিতভাবে ঘটনাটো ঘটি গলেও পদৰামৰ গোঁৱাৰ চৰিত্ৰৰ বাবেই সিহঁতে কৰিব লগা বা কৰিব পৰা একোৱেই নাছিল। অবশ্যে সিহঁতে, বিশেষকৈ ৰসেশ্বৰে বেয়াও পোৱা নাছিল। সিহঁতৰ মাজত তেতিয়ালৈ যিখিনি বুজা-বুজি গঢ়ি উঠিছিল তাৰেই সিহঁতে পদৰামৰ পৰিবৰ্তন সদায়ে কামনা কৰিছিল। তাক সমাজমুখী কৰিবলৈ ৰসেশ্বৰেতো নিজেও আগতে চেষ্টা কৰিছিলেই। সেয়েহে কিবা এটা হওক বুলিয়েই পদৰামৰ অনিচ্ছাস্বত্বেও সিয়েই ভোজ-ভাতৰ আয়োজন সাধাৰণভাবে হলেও কৰিছিল। পদৰামৰ ইয়াৰ পিচৰ গতি-বিধিও সি আগ্ৰহেৰে লক্ষ্য কৰিছিল। কিন্তু সি কি ভাবিছিল ৰসেশ্বৰে হ'লে নাজানিলে—ঘৰৰ মানুহজনী গোটোৱাৰ পিচত নিজৰ খোলাৰ ভিতৰত গভীৰভাবে সোমাই যোৱাত বাহিৰে পদ-ৰামৰ আন একো পৰিবৰ্তন ৰসেশ্বৰহঁতৰ চকুত পৰা নাছিল।

কথাখিনি নিজৰ মনতে পাগুলি লৈ বুঢ়াই দীঘলকৈ এটি হুমুনিয়াহ কাঢ়িলে।

ল'ৰাটোৱে ঘূৰি বুঢ়ালৈ চালে। বুঢ়াই হঠাতে হুমুনিয়াহ পেলোৱা দেখি সি মাত লগালে, "ককা।"

"হু...।" বুঢ়াই বহু দুখৰ পৰা সহাঁৰি দিয়াৰ নিচিনাকৈ ক'লে।

"পদোককাৰ কথা তোৰো মনত পৰিছে নহয় ?" ল'ৰাটোৱে ওচৰতে পৰি থকা শুকান টিকিৰা ডাল এটুকুৰা ওচৰৰে পানীত পেলাই দি ক'লে। ডালটোৱে সৃষ্টি কৰা সৰু সৰু ঢৌ কেইটামান পাৰত ঠেকা খাইছিলহি।

বুঢ়াই ল'ৰাটোলৈ চাই এটি ম্লান হাঁহি হাঁহিলে। সি তাৰ পিচত ক'লে, "মনত নেপেলোৱাকৈ থাকিব পাৰিলেহে ! তাতে আকৌ ইমান বছৰৰ সান্নিধ্য !"

বুঢ়া ক্ষন্তেক ৰ'ল। সি ঘূৰি লুইতলৈ চালে—যেন লুইতৰ বুকুতহে সি সিহঁতৰ কথাবোৰ বিচাৰি চাইছে। বুঢ়াই পুনৰ ক'লে, "বুজিছ, দুয়োটাই লগ লাগি কিমান কাম কৰিছিলো। তই শুনিলে এতিয়া হয়তো ভাবিবি মই মিছাতেই আস্ফালন কৰা বুলি।"

"নাভাবোদে, "ল'ৰাটোৱে উত্তৰ দিলে। "মইতো এনেয়েও তহঁত দুয়োৰে কিছুমান কথা জানোৱেই। তই মাথো কৈ যাচোন।"

"অ, তই জানই যদি মইনো আকৌ কেলেই ক'ব লাগিছে ?"

"হ'লেও সেয়া আনৰ মুখৰ পৰা শুনা কথাহে," ল'ৰাটোৱে তপৰাই উত্তৰ দিলে। "তোৰ মুখৰ পৰা শুনিবলৈ পালেহে ভাল লাগিব।"

"কিয় ? মই কথা ক'লে মৌ সৰে নেকি ? "বুঢ়াই ঘপৰাই কৌতুকেৰে সুধিলে।

"মৌ নহয়," ল'ৰাটোৱে গহীনভাবে ক'লে, "অমৃত।"

"অ, হয় নেকি ? তেনেহলে ময়েই বুঢ়া হৈ মৰোনে, তয়েই অমৃত খাই অমৰ হব এতিয়া।"

"তই কৈ যা আকৌ।"

"শুন," বুঢ়াই ক'বলৈ আৰম্ভ কৰি ক'লে। সি কান্ধৰ গামোচাখনেৰে মুখখন এনেয়ে এবাৰ মচি ল'লে। তাৰ লগে লগে সি সাময়িক কৌতুহলখিনিও আঁতৰাই পেলালে। সি ক'বলৈ ধৰিলে, "এই যে আমাৰ গাওঁৰ ৰাস্তাটো, তহঁতে এতিয়া যাৰ ওপৰেৰে দপদপাই ফুৰ, অকল ধনৰাম আৰু মোৰ বাবেই হোৱা

বুলিব লাগে ; অবশ্যে শেষবক্ষালৈ দেহীয়া বিক্ৰাবালাই আহি তাব বিক্ৰাখন অনা-নিয়া কবাব সুবিধাব বাবে দুকোদালকৈ মাটি কাটিব লৈছিল। গাওঁৰ মাজতযে নামঘৰটো দেখিছ, য'ত ল'বাবোৰে এতিয়া পুথিভঁৰাল বনোৱাব যো-জা কৰিছে, সেইটোৰ বাবেও আমি দুয়োজনে যে কিমান খাটিব লগীয়া হৈছিল। ৰাস্তাৰ কাষতে যে প্ৰকাণ্ড আমগছ কেইজোপা আছে, সেই গছ কেইজোপাক সুধিবি-চোন আমাৰ কথা—ইয়াৰ প্ৰতিটো মাটিৰ কণিকাকো সুধিব পাৰ, সিহঁতেও ক'ব ; লুইতৰ চৌবোৰ যে, ইয়াতো আমাৰ জীৱনৰ সুৰ পাবি। মানুহবোৰৰ কথা কিন্তু নকওঁ—ইহঁতৰ স্থিৰতা নাই—সবেই মৰণশীল। যি নহওক, ৰহমত থকা হলে আৰু এজনৰ নাম বেছিকৈ পালিহেতেন ; কিন্তু পদৰাম অহাৰ দুদিনমান আগতেই সি গ'লগৈ। বেচেৰাই এতিয়ালৈ বা জীয়াই আছেইনে মৰিছেই, আৰু আছে যদি ক'ত বা কেনেদৰে আছে এতিয়ালৈ একো নাজানিলো। যাওক, তাৰ বাবে আৰু আক্ষেপ নকৰো।"

বুঢ়াই একে লেথাৰিয়ে কথাখিনি কৈ শেষ কৰিলে। পদৰামৰ প্ৰতি পোষণ কৰা তাৰ মনোভাবটো এইখিনিতেই স্পষ্ট হৈ ধৰা দিলে। সেইখিনি বুজি পোৱাত ল'ৰাটোৰ একো কষ্ট নহ'ল। ব্যক্তিগত হিচাপে পদোককাকক সি আগতে বেয়া চকুৰে নাচালেও ভাল চকুৰেও চোৱা নাছিল। আন সকলোৰে দৰে পদৰামৰ আত্মকেন্দ্ৰিক স্বভাবটোক সিও দুচকু পাবি দেখিব পৰা নাছিল। অবশ্যে ৰসেশ্বৰৰ পৰা পদৰামৰ মনোবৈজ্ঞানিক দিশটো এবাৰ জুকিয়াই চোৱাৰ পিচত তাৰ প্ৰতি তাৰ নিজৰ ধাৰণা সলনি কৰিবলৈ চেষ্টা কৰিছিল যদিও পদৰামৰ গোঁৰাবামিৰ বাবেই সেয়া সম্ভব হৈ উঠা নাছিল। আচলতে তাৰ বাবে পদৰামৰ সান্নিধ্যলৈ অহাৰ কোনো সুযোগেই নাছিল। সেয়ে নীৰৱ দৰ্শক হৈ থকাত বাহিৰে তাৰ আন একো উপায় নাছিল।

সি যি কি নহওক, বুঢ়াৰ কথাখিনি শুনাৰ পাছত ল'ৰাটোৰে কিন্তু মগজুৰ যথেষ্ট কচৰৎ কৰিব লগা হ'ল। সন্দেহ নাই, বুঢ়াৰ কথাৰ ধৰণত সি খুবেই আচৰিত হৈছিল। জাবণি কাটি মাটি উলিয়াই মাটি কামুৰি থকা মানুহ এজনৰ কথাৰ এনে অমিয়া সুৰে তাক আপ্লুতও কৰিছিল। কিন্তু একে সময়তে গাওঁখনৰ

প্ৰতিটো উপাদানকে সাঙুৰি কোৱা বুঢ়াৰ কথাই তাক বহুত কথা-কেই ভাবিবলৈ বাধ্য কৰাইছিল। কোন প্ৰান্তৰ মানুহ কোন ঘাটত আহি ডিঙা বান্ধিছেহি, অচিনা-অজানা নদীত কেনেদৰে জীৱন-ডিঙা বাই গৈছে ভাবিলে তাৰ সঁচাকৈয়ে আচৰিত লাগে। ডিঙা তুলুঙা হ'ব পাৰে; তথাপিও কোনোবাই গুৰি ধৰি, কোনোবাই ব'ঠা মাৰি কেনেদৰে অকণো ভেদ ভাব নাৰাখি ডিঙা অগ্ৰগামী কৰিছে—সকলো যেন একেখন ডিঙাৰেই যাত্ৰী—সময়ত বামেৰেও ডিঙা পাৰ কৰি নিবলৈ সাজু।

পাৰ্থখনৰ সামগ্ৰিক ছবি এখন মনৰ ভিতৰতে ভাবি লৈ তাৰ ভাল লাগি গ'ল। জীৱন সি প্ৰকৃততে তেনেকুৱাই পৰস্পৰ সহ-যোগিতা আৰু আন্তৰিকতাৰে পূৰ্ণ হোৱাটো বিচাৰে—য'ত কৰ্মই মাথো হ'ব মানুহৰ পৰিচয়; কামৰ ভেটিতহে মানুহৰ প্ৰয়োজনী-য়তা জোখাঁ হ'ব আৰু সৰ্বাগ্ৰ নীতি হ'ব সকলোৰে বাবে সমান। সকলোৰে জনা কথা, এয়া কল্পনা বিলাসিতা নহয়—ঐতিহাসিক সত্য। মুখেৰে দৰিদ্ৰ জনগণৰ ওপৰত বৰ বৰ বক্তৃতাৰ ফুলজাৰি উকৰাই পিচত নেজ কোচাই ভোট যুদ্ধত অৱতীৰ্ণ হৈ এম্, এল্, এ—মন্ত্ৰীৰ গাদীত বহি জনগণক বৈকুণ্ঠধামত তুলি থব খোজাৰ দৰে চূড়ান্ত ভণ্ডামিৰ পক্ষপাতী সি কাহানিও নহয়; বৰং তাৰ দ্বাৰাই যে পৰোক্ষভাবে হলেও স্থিতাবস্থাকেই বাহাল ৰাখিব খোজা হয় সি সেয়া ভালদৰেই বুজি পায়। কিন্তু ৰসেশ্বৰ নাইবা পদৰামৰ দৰে এইচাম মানুহক তেনেদৰে চলনা কৰিব বিচাৰিলে সময়ে নিশ্চয় কেতিয়াও ক্ষমা নকৰে।

সাধাৰণ চাহবনুৱাৰ জীৱন আঁকোৱালি লৈও সিহঁতে কেতিয়া যে সময় উলিয়াই এই কামবোৰ কৰিছিল ভাবিলে আচৰিত লাগে। দিনটোৰ প্ৰায় সৰহ ভাগ সময় বাগানৰ কামত অতিবাহিত কৰাৰ পিচত বাকী সময়খিনি আৰু আনকি নিশাৰ জিৰণিকণো সিফলীয়া কৰি থৈ পুনৰ তেজক পানী কৰা অবৈতনিক কামত নিজকে নিয়োজিত কৰাৰ মানসিক প্ৰস্তুতিখিনিয়েই বা কেনেকৈ আহৰণ কৰিছিল তাক অনুধাবন কৰাও যাৰে-তাৰে কাৰণে নিশ্চয় সম্ভৱ নহয়। সন্দেহ নাই, দৈহিক সক্ষমতা অন্যতম প্ৰধান হোৱা আছিল; কিন্তু তেতিয়াও প্ৰশ্ন থাকিয়েই যায়—সেই দৈহিক সক্ষমতা থকা

যাক্কেও সিহঁতে জীৱনত কি পালে ? অকল ৰসেশ্বৰ বা পদৰামৰেই নহয়, গাওঁখনৰ সিহঁতৰ শ্ৰেণীৰ মানুহবোৰৰ যদি সমীক্ষা উলিওৱা যায় তেতিয়াহলে ফলাফল এটাই মাথো পোৱা যাব আৰু সেয়া হ'ল সিহঁত প্ৰত্যেকেই ক্ষয়িষ্ণু কৰ্মদক্ষতাৰে এটি যন্ত্ৰবিশেষ মাথোন—বৃহৎ সমাজখনত সিহঁত অন্ততঃ তেনেভাবেই ব্যৱহৃত হৈ আহিছে। উদাহৰণ স্বৰূপে, ৰসেশ্বৰ চাহ বনুৱা আছিল, জীৱনৰ শেষ সীমনাত সি আজিও চাহ বনুৱা হৈয়েই আছে। তাৰ ডাঙৰ পুতেকটোৱে ৰিক্সা চলাব লৈছে, সৰু পুতেকটোৱে কোনোমতে টকাৰ অভাৱৰ বাবে কলা বিভাগত বি, এ-টো পাছ কৰাৰ পিচত আৰু উধাৰ নোৱাৰিলে বাবে গাওঁৰেই স্কুলখনত শিক্ষক হৈ সোমাইছে। আচলতে দুয়োজন ভাই-ককাইৰে বুদ্ধি ভালেই আছিল যদিও সৰুভায়েকৰ প্ৰভাৱৰ বাবেই ডাঙৰ ভায়েকে নিজৰ পঢ়া ইস্তাফা দিব লগা হৈছিল। পদৰামৰো অৱস্থা প্ৰায় একেই আছিল। মাথোন থকাৰ ভিতৰত ৰসেশ্বৰতকৈ সি মাটি অলপ গোটাইছিল। তাৰ ল'ৰা এজনে বাগানতেই চকিদাৰী কৰে, ছোৱালীজনী কোনোবা মুছলমান ডেকা এজনৰ লগত পলাই যোৱাৰ আজি তিনি বছৰেই হ'ল ; ক'ত গৈছে, কি কৰিছে, নাইবা জীয়াই আছে নে মৰিছেই বেচেৰা পদৰামে একো গম পোৱা নাছিল। দেহীয়া নামৰ বিহাৰী ৰিক্সাৱালাটো—বেচেৰাই সিহঁতৰ নিজৰ দেশত এসাঁজ খাই দুসাঁজ শুকাই থাকোতে তাৰেই আত্মীয় কোনোবা এজনে কৈছিল অসমলৈ আহিবলৈ [আচলতে সিহঁতৰ 'দেচ'ত সেইটো প্ৰবাদৰ নিচিনাই হেনো !] —অসমত হেনো কষ্ট নকৰাকৈয়েই খাই-বৈ থাকিব পাৰি ; নিজ দেশত সুবিধা নহলেই চাপৰি মেলিলেই হ'ল—সি তাৰ ল'ৰা-তিৰোতা, আত্মীয়-কুটুম্ব লৈ বসতি আৰম্ভ কৰাৰ পাছত আজিও ৰিক্সাৱালা হৈয়েই আছে। পৰিবৰ্তনৰ ভিতৰত অকালতে দাড়ি-চুলি পকিছে, অনবৰত ঘোকোৰ-ঘোকোৰকৈ কাহি থকা হৈছে যদিও প্ৰথম অৱস্থাত ৰিক্সাৱালাৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা অৱস্থাত তাৰ অৱস্থা বেছ স্বচ্ছলেই আছিল। তাৰ ল'ৰা দুটায়ো এতিয়া চহৰৰ মাৰোৱাৰীৰ ৰিক্সা ভাৰাতীয়াকৈ চলায়। আন চাহ বনুৱাবোৰৰ ভিতৰত লচমন আৰু লচমীয়ে যিহঁতৰ বস্তিৰ পৰা আঁতৰি আহি গাওঁখন আৰু সিহঁতৰ বস্তিৰ মাজ ভাগতে ঘৰ সাজি বসতি কৰিবলৈ

জোৱাৰ খাহত আজি এবাহ পেনপেনীয়া ল'ৰা-ছোৱালীৰে নিজৰ ঘৰটোক হাঁহৰ গৰালৰ দৰে কৰি পেলাইছে। ঠিক হাঁহৰ গৰালৰ দৰেই বেচেৰাৰ ঘৰৰ পৰা ল'ৰা-ছোৱালী জাকৰ খেক্-খেক্, প্যেক্-পেক্ কেতিয়াও নুশুছে—যেনেকৈ নুশুছে লচমনৰ চেৰাৰং ডাটীত যোৱাটো। গেলা খাই লচমনে যি হাৰত সিহঁতৰ দোৱানেৰে বজাৰ বচন মাতে, সেই একেই হাৰত সিহঁতৰ অৱস্থাও দিনে দিনে খৰি আহিছে। আকৌ চাপৰকৈ ধেনুভিৰীয়া অকণমান ঘঁৰাটোত তিনিজনীকৈ তিৰোতা আৰু এবাহ ল'ৰা-ছোৱালীৰে যাধেৰ মিঞা নামৰ বাংলাদেশীজনে যে কেনেদৰে সোমাই থাকে ল'ৰাটোৱে কল্পনাই কৰিব নোৱাৰে। যাধেৰ মিঞা ঘৰত থকা সময়ত কোনোবা 'হ্যালাৰ বেটা' অথবা কোনোবা 'হ্যালাৰ বেটী'ক 'কোটল কৰমু' বোলাৰ নিচিনা টেটু ফলা দপদপনিৰে গাওঁখন বৌজাল-খৌজাল হৈ থকাটো সিহঁতৰ বাবে আজি-কালি তেনেই নগণ্য কথা। এতিয়া তালৈকে কোনোৱেই কাণষাৰ নকৰে।

অতিপাত গাজা খাই গাজাৰ ধোঁৱাৰ মাজতে কুণ্ডলী খকাই থাকিব খোজা প্ৰমোদ শৰ্মাৰ ঠাইত প্ৰমোদ ছিলিম নাম পোৱা মানুহজনক আকৌ ল'ৰাটোৱে দেখিবই নোৱাৰে। সি ক'ব পৰা হোৱাৰে পৰা খিৰালিৰ চুকত তিনিমুৰীয়া হৈ ছিলিম টানি থকা অৱস্থাত দেখা মানুহজনক সি তাৰ জীৱনত আৰু বোধ হয় বেলেগ অৱস্থাত দেখিবলৈ নাধাৰও। প্ৰমোদ ছিলিমৰ আদিপুৰুষেও ক-ৰ কাণটো চিনি পাইছিলনে নাই সন্দেহ; সি কিন্তু ভাটখাতৰ টেক্কা-কুৰী কেইখন ভালদৰেই চিনি পায়। সেই মানুহজনে যে কেনেকৈ আজিলৈকে অকল ল'ৰা-তিৰোতাৰ ওপৰত নিৰ্ভৰ কৰি বতি আছে ভাবি সি উৰাদিহ নাপায়। মানুহজনৰ স্বভাৱৰ বিপৰীতে ল'ৰা-তিৰোতাইহে অ'ত-ত'ত কাম কৰি তাৰ সংসাৰখন বৰ্তাই ৰাখিছে। তাৰ লগে লগে ল'ৰা-কেইটাৰো জীৱন ধ্বংস হৈ গৈছে-প্ৰতি মুহূৰ্ততেই। মূঠৰ ওপৰত সিহঁতৰ নিজৰ জীৱনলৈ কাৰো একোৱেই নাই। নতুনকৈ বসতি কৰিবলৈ লোৱা চহৰীয়া চাকৰিয়াল সকলৰ কথা অৱশ্যে সুকীয়া—জীৱনত তেওঁলোকে বহুত খাইছে, বহুত ভোগ কৰিছে, আৰু বহুতো খোৱাৰ আশাও তেওঁলোকৰ আছে; কিন্তু শতাব্দী জুৰি বঞ্চনাৰ গ্ৰাস হৈ থকা এই শ্ৰমজীবি কেইজন—সিহঁতৰ জন্মও তেনেকৈয়েই হয়, মৃত্যুও

তেনেকৈয়েই হয়। কিবা যেন বংশানুক্ৰমিক পৰম্পৰাৰ ভিতৰত সিহঁত সোমাই পৰিছে—প্ৰত্যেকেই যেন বৃত্তীয় ক্ৰমৰ একো একোটা বিন্দুহে।

ল'ৰাটোৱে আহেকৈ মুখ ঘূৰাই বুঢ়ালৈ চালে। বুঢ়াৰ সমগ্ৰ জীৱনৰ যাতনা ল'ৰাটোৰ মুখতেই প্ৰতিফলিত হৈছিল। আচলতে বুঢ়াৰ দৰে সেই চাম মানুহক সি অন্তৰেৰে উপলব্ধি কৰিবলৈ চেষ্টা কৰে বাবে সি প্ৰায়েই সিহঁতৰ সুখ-দুখৰ সমভাগী হ'ব পৰীয়াত পৰে। সেয়েই সিহঁতৰ জীৱনৰ আৰু গভীৰলৈ তাক সুমুৱাই লৈ যায়—সি সেই মানুহবোৰক জানিব পাৰে। সেয়েহে তাৰ চিন্তা-ধাৰা কাণসমনীয়া আন ল'ৰাবোৰতকৈ বহুগুণে বেছি পুৰঠ; তাৰ বিচাৰ-বুদ্ধিয়ে সময়ত বহুত প্ৰৌঢ় ব্যক্তিক লাজুত পেলোৱাটোও একো আচৰিত নহয়, যেনেদৰে আচৰিত নহয় বুঢ়াই তাৰ সন্মুখত ভেৰা-চেকা খোৱাটো।

অতি আগ্ৰহেৰে বেদনাক্লিষ্ট চাৱনিৰে ল'ৰাটোৱে বুঢ়াৰ ফালে চাইছিল যদিও তাৰ মুখত সি বিচৰা বস্তুটো নাপাই সি যেন হতাশ হ'ল। বুঢ়াৰ মুখমণ্ডলতো সি ক্লান্তি তথা বেদনাৰ ব্যঞ্জনাই আশা কৰিছিল যদিও সি তাৰ লেশমাত্ৰ প্ৰতিফলনো নাপালে। সেইবাবেই সি আচৰিত হয়—মানুহ কেনেকৈ ইমান হোজা হ'ব পাৰে ভাবি। নিজে কি পাইছে, কি পোৱা নাই তাক ভাবি নোচোৱাকৈ কোনে বাৰু ইমান নিৰ্লিপ্তভাৱে কাম কৰি যাব পাৰে? বৈষয়িক চিন্তাবোৰক দূৰলৈ ঠেলি দি কোনে বাৰু আজি-কালি নিস্বাৰ্থভাৱে সমাজৰ হকে কাম কৰিব? এতিয়াৰ মন্ত্ৰী-এম্, এল্, এ বোৰেই দেখো দল বাগৰা, ঘোঁচ খোৱা আদিৰ সাঙুৰি লৈ নিজাববীয়াকৈ পাঁচ-বছৰীয়া পৰিকল্পনা বনাই লয়। ডাক্তৰ, ইঞ্জিনীয়াৰ, অফিচাৰ-অভাৰচিয়াৰ, কণ্ট্ৰেক্টৰ,-কণ্ডাক্টৰ আদিৰ সংজ্ঞাৰ ক্ষেত্ৰততো আজি-কালি বিপ্লৱেই আহি গৈছে। ডাক্তৰ হোৱাতো আজি-কালি এটা চখহে মাথোন—ইঞ্জীনিয়াৰজন অফিচত বহি বাওহাত ক্ষেত্ৰত সুমুৱাই সোঁহাতেৰে খচ্‌মচ্‌কৈ চহীটো কৰিবলৈকেই মাথোন; আকৌ অফিচাৰ-অভাৰচিয়াৰ নাইবা কণ্ট্ৰেক্টৰ-কণ্ডাক্টৰ মানেই যে টকা সেয়া সৰ্বজনবিদিত কথা। 'মানুহবোৰ যে কেনেকুৱা হৈ গ'ল', সি ভাবিলে। লগে লগে তাৰ মনত পৰি ব'ল এটা দিবাৰিকলৈ—কোনোবা এখন আলোচনীত মেডিকেল

কলেজ হাস্পাতালৰ ডাক্তৰণী এজনীক উপলক্ষ্য কৰি কোনোবা এজনে লিখিছিল। সুন্দৰকৈ ব্যঙ্গাত্মকভাৱে সকলোখিনিকেই উদঙাই দিয়া লিমাৰিকটো আছিল এনেকুৱা—

'মেডিকেল কলেজৰ ডাক্তৰণী তাই কিনো চাৰা প'জ,
ভিন্নাৰ পাখী শাৰী আৰু পিন্ধে লো-কাট ব্লাউজ,
ডিউটিৰ সময়ত প্ৰেমত মজে
ৰোগীয়ে মাতিলে দেওধনী নাচে :
ডাক্তৰ হোৱাটো চখহে মাথো, বজৰুৱা এটি চইচ ॥'

লিমাৰিকটো মনতে ভাবি প্ৰথমতে সি হাঁহি উঠে যদিও পিচ মুহূৰ্ততে ডাক্তৰণীজনীক উপলক্ষ্য কৰি প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি পোষণ কৰা তীব্ৰ ব্যঙ্গখিনি অনুধাৱন কৰিব পাৰি সি লজ্জা বোধ কৰে। এই সকলোবোৰ যে প্ৰচলিত সমাজ ব্যৱস্থাৰে আনটো পিঠি সি বুজি পায়। ইয়াত সকলো পথৰে উপপথ আছে, আৰু সময় বুজি সেয়েহে উপপথেই প্ৰধান আৰু উত্তম পথ হৈ পৰাতো একো নতুন কথা নহয়। একেদৰেই কোৰ্ট-কাছাৰীৰ কাম ইয়াত বাওঁহাতেৰে হয়—টকা থাকিলে বিশ্ববিদ্যালয়ৰ উচ্চতম ডিগ্ৰী ডক্টৰেট্ পৰ্যন্তও হেনো কিনি লব পাৰি। ল'ৰাটোৰ বয়স খুব এটা নহলেও এইবোৰ অনুভৱ কৰাৰ জোখাৰে সি আৰু অনভিজ্ঞ হৈ থকা নাই। সি জানে, কণ্ডাক্টৰ বা ড্ৰাইভাৰ, কাছাৰীৰ মহৰী বা কেৰাণী, নাইবা পুলিচ, মিলিটাৰী সকলোৰে সৰু-ডাঙৰ একোখন ঘৰ আছে—সিহঁতৰো জীয়াই থকাৰ অধিকাৰ আছে। সেয়েহে যেতিয়া সিহঁতে দিনৰ দিনটো গেৰাৰি খাটি মৰিও দৰমহাৰ টকা কেইটাৰে পৰিয়ালক ভৰণ-পোষণ দিব নোৱাৰে তেতিয়াই দুইক তিনি কৰা পথ হাতত লবলৈ বাধ্য হয়। আন ওখ ওখ পদবী-ধাৰী সকলৰ দৰে কিন্তু সেয়া বেংক বেলেঞ্চৰ বাবে নহয়; অভাৱেই স্বভাৱ নষ্ট কৰাৰ দৰে পেটৰ দায়ত পৰি নিজৰ বিবেকক তাড়ণা দি নিতান্তই নহয় বাবে কৰা কামহে। নহলে বন্দুক বা কলমেৰে আনৰ জীৱন ধ্বংস কৰি কোনে বাৰু নিজৰ জীৱন প্ৰতিষ্ঠা কৰিবলৈ যাব? মানুহবোৰ আজি আৰুতো অন্ধ-মগজীয়া হৈ থকা নাই। তথাপিও এই সকলোবোৰ মানুহ যেন এফালে, আৰু আনফালে ৰহস্যময়। সিহঁতৰ জীৱন যেন ড্ৰয়িং ৰুমত সজাই থোৱা প্লাষ্টিকৰ ফুলহে। আনফালে [illegible]

খোৱা বকুল ফুল প্ৰবাহ মাধোৱ—নিজে সৌধৰ্ম্ম বিলাই নিজে হৈ পৰিছে।

বুঢ়াক জুখি চাবলৈকে বুলি সি হঠাতে সুধিলে, "তই'তে খিচে জীৱনত কি পালি, ককা ?"

"হু ! কি কলি ?" ল'ৰাটোৰ কথাখিনি শুনি বুঢ়া যেন উচপ খাইহে উঠিল।

বুঢ়াই উচপ খাই উঠা দেখি তাৰ মানসিক অন্তৰ্দ্বন্দ্বখিনি অনুধাবন কৰিব পাৰি সি মনৰ ভিতৰতে এবাৰ হাঁহিলে। বুঢ়াৰ লগত সেই সম্পৰ্কত মোকাবিলা এটা কৰি লবলৈ সি প্ৰকৃততে দৃঢ়সংকল্প হৈ লৈছিল। সি জানে, প্ৰশ্নটো বুঢ়াৰ বাবে অতি অপ্ৰত্যাশিত যদিও অনাহূত নিশ্চয় নহয়। সেয়েহে সি এইবাৰ বুঢ়াৰ চকুলৈ চাই ক'লে, "ককা, তইতো পাওঁথনৰ বাবে আজীৱন কাম কৰি গৈছ, গাওঁখনক জীৱন দিছ ; কিন্তু তোৰ নিজৰ বেলিকা একা ? তইনো জীৱনত কি পালি ?"

ল'ৰাটোৰে কৈ থকাৰ সময়ত বুঢ়াই বিস্ময় বিস্ফোৰিত নেত্ৰে তাৰ মুখৰ ফালে চাই আছিল। সেয়েহে সি লগে লগে একো নকলেও অৰ্থাৎ ক'ব নোৱাৰিলেও পিচ মুহূৰ্ততে খৰধৰকৈ ক'লে "কিয়—তোক, তহতক।" সি কিবা ভাবি ক্ষন্তেক ৰ'ল। তাৰ পাছত পুনৰ ক'লে, গাওঁখনৰ বাবে, মোৰ জীৱনৰ বাবে তহঁত প্ৰত্যেকেই একোটা কিমান ডাঙৰ সম্পদ ! বুজিছ, এই সম্পদ অমূল্য—" কোনো মূল্য দিয়েই ইয়াক কিনিব নোৱাৰিবি।" শেষৰখিনি সি অলপ হাঁহি ক'লে। তাৰ কথাখিনিত সি সমস্ত আবেগ ঢালি দিছিল।

ল'ৰাটোৰ অন্তৰ স্নেহেৰে পূৰ্ণ হৈ পৰিছিল। কাৰো প্ৰতি কোনো ধৰণৰ অনীহা প্ৰকাশ নকৰাকৈ বুঢ়াই কোৱা কথাখিনিত তাৰ দুখো লাগিছিল। সি শেষৰ মিহলি সুৰেৰে ক'লে, "জীৱনত তই এইবোৰক লৈয়ে বাচি থাকিব পাৰিবি নহয় ?"

"পাৰিমতোন—তহঁতেই মোৰ্বয়ে জীৱন !"

"জীৱনত তোক আৰু আন একোৱেই নালাগে ?" সি প্ৰায় লগে লগেই জোৰ দিয়েই কথাখিনি ক'লে।

ল'ৰাটোৰ কথাৰ সুৰত আচৰিত হৈ বুঢ়াই তাৰ মুখলৈ চালে। ল'ৰাটোৰ চকুত মিহিত থকা তীব্ৰ চাৱনিক সি এইবাৰ

সহজভাৱে লব নোৱাৰিলে। সি তলমূৰা হ'ল আৰু কেইটামান মুহূৰ্ত নীৰবে বৈ কিবা ভাবি গলে। তাৰ পিচত সি লাহে লাহে মূৰ দাঙি সন্মুখৰ লুইতলৈ চাই ক'লে, "এই ষাঠি বছৰীয়া জীৱন-টোত আজিলৈকে বহুত দেখিলো, বুজিছ? বহুত পালো। গতিকে জীৱনৰ শেষ সীমাত আজি আকৌ নতুনকৈ কি বিচাৰিম অ'? গলমকৈ হলেও ইয়াত এই সুন্দৰ সমাজখন পাইছো, তোৰ দৰে, তহঁতৰ দৰে পৰিষ্কাৰ মনৰ মানুহবোৰ পাইছো—এতিয়া তয়ে ক'চোন ইয়াত বাদে আজিৰ যুগত মোৰ এই ভাটি বয়সত আৰু নো কি লাগিছে। তাতে আকৌ মই থাকিমেই বা আৰু কিমান দিন? পদৰামতো গ'লেই। গতিকে বাকী থকা দিন কেইটাও যেনি-তেনি পাৰ হৈ গ'লেই হয় আৰু! মাথো এটাই আশা শেষ মুহূৰ্তলৈকে থাকিব—তহঁত আটাইবোৰই যেন কুশলে থাকিব পাৰ, গাওঁখনত যেন কোনো অশুভ ছাঁয়াই ঠাই নাপায়। আকৌ তোক মই আগতেও কৈছো—তোৰ ওপৰত মোৰ পূৰা মাত্ৰাই আস্থা আছে।" বুঢ়াই একে লেখাৰিয়ে একেটা সুৰতে কথাখিনি কৈ শেষ কৰিলে। তাৰ কথাত আবেগ নিহিত থাকিলেও প্ৰথমৰ স্বাভাৱিক সুৰটো নাছিল। সি কিছু পৰিমাণে দুৰ্বল হৈ পৰা পৰিলক্ষিত হৈছিল। সন্দেহ নাই, ল'ৰাটোৰ পোনপটীয়া কথাষাৰে তাক ভৰাই তুলিছিল।

ল'ৰাটোৱে ভিতিলৈকে আহিব ধৰা কথাখিনি প্ৰকাশ নকৰি মুখ ঘূৰাই লুইতলৈ চালে। দৰাচলতে তাৰ অন্তৰ স্নেহেৰে পৰিপূৰ্ণ হৈ পৰিছিল। বুঢ়াৰ নিলিপ্ততাই তাৰ এই বিপৰ্যস্ত চিন্তাধাৰাত আৰু ইন্ধনহে যোগাইছিল। সি নিজকে অতি কষ্টেৰেহে চম্ভালি লৈছিল। কিয়নো সি জানিছিল, তাৰ ভিতি ভেদি ওলাই আহিব খোজা সমালোচনামূলক কটূক্তিখিনি বুঢ়ায়ো চম্ভালি লোৱাত কষ্ট পাব। সেয়েহে বিশৃঙ্খল এই ভাবনাখিনিক হেতুকি বাধি ক্ষন্তেকৰ আবেগ-জড়তাখিনিক মষিমূৰ কৰিবলৈকে বুলি সি প্ৰশান্ত লুইতলৈ চাইছিল। কিন্তু দূৰলৈ তল-ওপৰকৈ নাচি থকা বৰশীৰ জৰীডাল ভেতিয়া পানীৰ মাজত কোনোবাখিনিত দৃষ্টিৰ আঁৰ হৈ আছিল। সেয়েহে জৰীডালৰ পোনে পোনে দৃষ্টি বুলাই নি সি লুইতৰ সীমাহীন তৰঙ্গায়িত জলপৃষ্ঠলৈকে চাই ৰ'ল!

গাওঁখনৰ প্ৰতি থকা বুঢ়াৰ মৰমৰ কথা ল'ৰাটোৱে যে নাজানে তেনেকুৱা নহয়—সি জানে আৰু উপলব্ধি কৰিবলৈ চেষ্টা

কৰে। বুঢ়া নিজেই যিহেতু গাওঁখনৰ ইতিহাসৰ লগত ওতঃপ্ৰোত-ভাবে জড়িত, আৰু যিহেতু তাক বাদ দি গাওঁখনৰ ইতিহাসেই অসম্ভৱ, সেইবাবেই গাওঁখনৰ প্ৰতি থকা তাৰ স্বাভাৱিক মোহ, আকৰ্ষণ অতি সহজেই অনুমান কৰি লব পৰা যায়। কিন্তু তাৰ প্ৰত্যুত্তৰত গাওঁখনৰ পৰা প্ৰাৰম্ভণীয়া একোকেই যে সি আঁকিলৈকে পোৱা নাই ল'ৰাটোৱে সেই কথা জানে। সি এইখিনিও বুজে যে বুঢ়াই কোৱা কথাখিনি সি নিজকে নিজে দিয়া সান্তনা-বাণীৰ বাহিৰে আন একো নহয়। প্ৰকাৰন্তৰে সি নিজে নিজৰ নিঃস্ব অৱস্থা-টোকে উদঙাই দিছে।

ল'ৰাটোৱে ভবাৰ দৰে একে ধৰণৰ বিপ্ৰতীপ চিন্তাবোৰ বুঢ়াৰ মনতোযে আজি-কালি উদয় নহয় সেইটো নহয়। বাস্তৱ অভিজ্ঞতাই তাক বহুতো কথা শিকালে ; বুজন হ'বলৈ পৰা সি বহুত দেখিলেও। সি যেতিয়া বৰপেটাত আছিল তেতিয়াও দেখি-ছিল ইয়াত আহিও বহুতেই দেখিলে। নীৰৱ, দুৰ্বল মুহূৰ্তবোৰত সেই সকলোবোৰ চিন্তাই জাগুৰ খাই উঠে। তাৰ চকুৰ আগত ভাঁহি উঠে বিভিন্ন জনৰ বিভিন্ন ৰূপ। সি নিজ চকুৰে দেখিছে লাওলোৱা 'মতীয়া' নামৰ লেডুপেডীয়া মাৰোৱাৰীটোৱে অলপ কেইবছৰমানৰ ভিতৰতে বৈ পৰা বৰপেটটোৱে 'মতিলাল বাবু' হৈ পৰা। বসেশ্বৰ অহাৰ পাঁচ-ছয় বছৰমান পিচত গাওঁখনলৈ আহোতে মতীয়াই লোটা এটা আৰু কম্বল এখনকে সম্বল হিচাপে লৈ আনিছিল। এতিয়া মতিলাল বাবু হোৱাৰ প্ৰাকৃত গাওঁৰ কথাটো বাদেই চহৰতো এটি দুমহলীয়া ঘৰ সজালে, অৱশ্যে শুনা কথা, সি এতিয়াও হেনো ঘৰৰ ভিতৰ ফালে থৈলাৰ পৰ্দা আঁৰে। এসময়ত পাঁচ পইচাৰ কাৰণে কাও-কাওকৈ মৰা মতীয়াই এতিয়া 'হনুমানজী'ৰ মন্দিৰৰ বাবে পাঁচ হাজাৰ টকা দান কৰে, কোনোবা মহিলা-সমিতিত পাঁচশ টকা বৰঙণি দিয়ে, বিভিন্ন অনুষ্ঠানৰ পৃষ্ঠ-পোষকতা কৰে। আটাইতকৈ ডাঙৰ কথা এয়ে যে সাতশ পঞ্চাশখন চাহ বাগিচাৰ ভিতৰত আন কেইখনৰ কিবা প্ৰগতি-অধোন্নতি হওঁকেই বা নহওঁকেই, মতিলাল বাবুৰ বাগান কেইখনে, কিন্তু 'টী বোৰ্ড'ৰ পৰা সদায়েই আগতেই সমীহ আদায় কৰে।...তুফানক দেখিছে— যিয়ে নেকি নিজৰ দেশত দেখি অহা পদ্মাৰ বঙা পানীৰ অসহনীয় দুৰ্দশাৰ স্মৃতি লুইতৰ বগা পানীৰ কোমল পৰশেৰে মনৰ মাজৰপৰা

যদি সেন্দাই পুনৰ ন উদ্যমেৰে নিজৰ জীৱনৰ ভাগ্য-ৰথিৰ উদয় দেখিবলৈ গোৱাৰ আশাত কঠোৰ জীৱন সংগ্ৰামকো হাঁহিমুখে গ্ৰহণ কৰিবলৈ প্ৰস্তুত হৈছে। সি আগতকৈ এতিয়া পৰিপাটী, চাফ-চিকুণ হৈছে— মুখলৈ সজীৱতা আহিছে—ভেটি-মাটি টুকুৰাও আহল-বহল, গছ-গছনিৰে পূৰ্ণ হৈ উঠিছে। ...বাহাদুৰক দেখিছে—সুন্দৰকৈ ঘৰ-বাৰী সাজি জীৱনৰ প্ৰাতনি মেলাৰেপৰা নেৰানেপেৰা শ্ৰমেৰে বৰ্তমানৰ অৱস্থা পোৱাইছে। পৰিবৰ্তনৰ ভিতৰত তাৰ গোহালিটো আগতকৈ ডাঙৰ হৈছে, আগৰ এজনী গাই গৰুৰ পৰিবৰ্তে এতিয়া চাৰিজনী হৈছে, গাখীৰৰ ব্যৱসায়ৰো পৰিসৰ আগতকৈ বহুত বাঢ়িছে। তাৰ ৰঙাপৰা কেচুৱাজনী এতিয়া দহজনৰ থৰ লগাব পৰা গাভৰুত পৰিণত হৈছে। ওচৰৰে চহৰখনৰ পৰা মন্ত্ৰীৰ কথাও সি জানে, যিয়ে নেকি এম, এল, এ, নিৰ্ব্বাচনৰ সময়ত সিহঁতক বহুমূলীয়া আশ্বাস দিছিল— অমুক কৰিব, তমুক কৰিব, ওলোমা দলং দিব, কৰ্মৰ বিনিময়ত খাদ্য আঁচনি প্ৰয়োগ কৰিব, আৰু যে কত কিমান সোণ-খটোৱা আশ্বাস! মন্ত্ৰী হোৱাৰ পিচত গঁগেদেৰে অমুকো নকৰিলে, তমুকো নকৰিলে, ওলোমা দলঙৰ কথাও শূন্যতে ওলমি থাকিল; নিজৰ টিনপাতৰ ঘৰৰ ঠাইত কিন্তু দুমহলীয়া ঘৰ উঠিল, ঘৰৰ আগত সুদৃশ্য টেক্সি এখনে শোভা কৰিলে; মানুহজনৰ অৱয়ৱো যথেষ্ট সলনি হ'ল। নতুনকৈ বসতি কৰিবলৈ লোৱা চহৰীয়া চাকৰিয়াল কেইজনকো সি লক্ষ্য কৰিছে; তেওঁলোকৰ নতুনকৈ সজা ঘৰকেইটাৰ টিনপাতৰ চকুত চাঁত মাৰি ধৰা চিকমিকনিও সি দেখিছে। বাসেৰৰ কিন্তু একেবাৰে বাবে লালায়িত নহয়; ধন-সম্পদৰ প্ৰতি মোহ তাৰ কোনো দিনেই নাছিল, আজিও নাই। মাথো বাচি থকা দিনকেইটা পেটত গাঠি দি কটাব পাৰিলেই তাৰ বাবে যথেষ্ট। ভাত বাহিৰে তাক আৰু একো নালাগে। আগতে পৰিয়ালৰ কথা চিন্তা কৰিব লাগিছিল; আজি-কালি ল'ৰা ডাঙৰ হৈছে—তাৰ ভাগৰ চিন্তাখিনিও সিহঁতে এতিয়া কৰে। গতিকে সি এতিয়া বহি থাকিলেও চলে যদিও সি বহি থাকিবও নোৱাৰে; কিয়নো তাৰ দেহটো মাথো কাম কৰিবৰ বাবেই। সৰুৰেপৰা তেনেকুৱা চণ্ডত অভ্যস্ত হৈ গৈছে। এতিয়া বহি থাকিব খুজিলে হাত-ভৰি কুটকুটাই থাকে।

এইখন পৃথিবীত যে পাপ-পুণ্য বোলা কোনো বস্তুৱেই নাই বুঢ়াই সেয়া আজি-কালি বাৰেকৈয়ে অনুভৱ কৰে। যিমানকে

পাপ-পুণ্যৰ কোনো ব্যৱধান নাৰাখি দুই হাত মেলি অগ্ৰসৰ হৈছে সেই সকলেই আজিৰ সমাজত আগস্থান পোৱা সি লক্ষ্য কৰিছে; সি অৱশ্যে জানে চিটী বাছ নাইবা ৰেলগাড়ীত বিনা টিকটে ভ্ৰমণ কৰা যাত্ৰীৰ লেখীয়াকৈ সেইসকল মানুহৰ মন সদায়েই শংকাগ্ৰস্ত। মুৰ দাঙি স্পষ্টভাৱে কথা কোৱাৰ নিচিনা মনোবল তেওঁলোকৰ নাই। এইটো সন্দেহাতীত যে কৰো বুলিলে ৰসেশ্বৰেও বহুত কিবা কিবিয়েই কৰিব পাৰিলে হয়। পদৰামৰ দৰে সিও মাটি অলপ বঢ়াব পাৰিলে হয়— অলপ চেষ্টা কৰা হলে মতীয়াৰ দৰে ঘৰৰ সন্মুখতে তেল-নিমখৰ দোকান এখন সিও দিব পাৰিলে হয়— হয়তো বাগানৰ চিমেণ্ট চুৰ কৰি খিচত মেনেজাৰৰ হাতে-ভৰিয়ে ধৰি কাও-বাও লগাই ধনৰাজৰ দৰে চহকীও হ'ব পাৰিলে হয়; কিন্তু ৰসেশ্বৰৰ বাবে এই সকলোবোৰ তেনেই অৰ্থহীন। নিজৰ একান্ত প্ৰয়োজনীয়তাৰ ওপৰত সি গুৰুত্ব দিয়ে যদিও আন মানুহৰ দৰে টকা-পইচাক বিশেষভাৱে মূল্য দিবলৈ সি কাহানিও শিকা নাছিল; বৰং বিষয়-সম্পত্তিক আগস্থান দি মানবীয় সত্বাটোক বলিদান দিওতাসকলক সি মনে-প্ৰাণে ঘৃণাহে কৰে। তেনেকুৱা মানুহবোৰে প্ৰকৃততে খাবৰ বাবেহে জীয়াই থাকে নে জীয়াই থাকিবৰ বাবেহে খায় সি ভাবি নাপায়। যদি সেইচাম মানুহে জীয়াই থাকিবৰ বাবেই খায় তেনেহলে গোটেই জীৱন জুৰি টকা, টকাকৈ গেৰিয়াই কিয়যে হাবাথুৰি খায় বুঢ়াই কল্পনাই কৰিব নোৱাৰে। তেনেকৈ গেৰিয়াই মৰি এই দুদিনীয়া সংসাৰত সেই চাম মানুহে আন একোৰে কথাই যে চিন্তা কৰিব নোৱাৰে সেয়া সি ভালদৰেই জানে, আৰু যদি নোৱাৰেই তেন্তে সেইসকলৰ এইখন সমাজত বাচি থকাৰ কিবা প্ৰয়োজন আছে বুলি সি নাভাবে।

বুঢ়াৰ হঠাতে মনত পৰিল তাৰ জীৱনৰ আগবয়সত, সি যেতিয়া ৰবৰপেটাত আছিল তেতিয়াই শুনা টোকাৰী গীত বোৰৰ কথা। আচলতে টকা-পইচাৰ প্ৰতি সি যথেষ্ট উদাস বাবে সেইবোৰৰ কথা ভাবিলে সেই গীতবোৰলৈ তাৰ আগতেই মনত পৰে। ৰবৰপেটাত থাকোতে তেনেকুৱা গীত সিহঁতে যে কিমান শুনিছিল! সেই সময়ত সিহঁতৰ তাতে প্ৰতো মাট-ভাওনা যোৰতো যে কিমান সুৰদী গীত-মাত আছিল! তেতিয়া সি ভাওনাও বহুত চাইছিল যদিও তাৰ কিন্তু বিশেষকৈ ভাল লাগিছিল অঙ্ক নাট এজনে

গোৱা টোকাৰী গীতবোৰ শুনিছে। ল'ৰাজনে প্ৰায়ে সিংহদ্বাৰ পাৰতে আহি গীত গাইছিল। গীতবোৰ আছিল তাৰ বয়সতকৈ বহুগুণে কঠোৰ। অন্ধ যদিও অতীব সুন্দৰ চকু দুটাৰে ধুনীয়াকৈ ল'ৰাজনে হাতৰ টোকাৰীটো বজাই বজাই দৰদী সুৰত গাইছিল—

'ধন ধন কৰি মই ধন সঞ্চিলো
বহুদিন খাব পাম বুলি,
ধন ৰৈলা পৰি দেহা গৈলা চলি
যেন কচুৰ পাতৰ পানী অ।'

সেই অন্ধ ল'ৰাটোৰ গীত ৰমেশ্বৰে প্ৰায়ে শুনিছিল। নকলেও হয়, সেই ল'ৰাটোৰ প্ৰতিও গভীৰ আকৰ্ষণ তাৰ মনত তেতিয়াৰ ভেকা ৰমেশ্বৰে অনুভৱ কৰিছিল। সেয়েহে তাৰ গীত শুনাৰ ছলতে তাক সহায় কৰা আৰু তাৰদ্বাৰাই তাৰ লগত পৰিচিত হোৱাটো ৰমেশ্বৰৰ অন্যতম উদ্দেশ্য আছিল। অৱশেষত তেনেদৰেই এদিন তাৰ লগত ৰমেশ্বৰৰ অন্তৰংগতা গঢ়ি উঠিছিল যদিও তাৰে কেইদিন-মান পিচৰপৰা সি আৰু তাক লগ নোপোৱা হৈছিল। সেই সুমধুৰ কণ্ঠৰ অধিকাৰী অন্ধ লৰাজনযে এতিয়া ক'ত আছে, কি কৰিছে সি একো নাজানে। আজি ইমান বছৰৰ ব্যৱধানৰ পাছত সি বা কেনেকুৱা হৈছে, আগৰ নিচিনাকৈ গীত গায় নে নাগায়, নে লঘোণে থাকিব লগা হোৱাৰ বাবে তাৰ গীতবোৰো শুকাই নোহোৱা হৈ গৈছে ইত্যাদি বিভিন্ন ধৰণৰ ভাববোৰ তাৰ মনলৈ আহিল। তাৰ মুখখনত্বে ইমান মৰম লগা আছিল, সি মনতে ভাবিলে, অন্ধ হ'লেও তাৰ চকু দুটা সঁচাকৈয়ে ধুনীয়া আছিল। বুঢ়াৰ মনত আছে, তাৰ চকুদুটা সম্পৰ্কে সি এবাৰ কওঁতে সি এটি ম্লান হাঁহিৰে উত্তৰ দিছিল, 'কোনো কামৰেই নহয় এই চকুদুটা—মোক মাথো উপলুঙা কৰিবলৈকে কপালত ওলমি আছে!'

"ও...স্!" বুঢ়াই দীঘলকৈ এটি হুমুনিয়াহ কাঢ়িলে। আচ-লতে অন্ধ ল'ৰাটোৰ কথা মনত পৰাত তাৰ কেনেবা কেনেবা লাগিছিল। সেই মুহূৰ্তত অন্ধ ল'ৰাটোৰ প্ৰতি উথলি উঠা ভাবা-বেগখিনি সি ক'ব নোৱাৰাকৈয়ে হুমুনিয়াহটোৰ মাজেৰে ফুটি ওলাল।

"ককা," বুঢ়াই বহুতো সময় নীৰৱতাৰ পাছত হুমুনিয়াহ পেলোৱা দেখি ল'ৰাটোৱে মাত লগালে।

"হু!" বুঢ়াই ল'ৰাটোৰ ফালে ঘূৰি চালে। ল'ৰাটোৰ হাতত

সি সচকিত নোহোৱাকৈ থকা নাছিল ; কিয়নো অন্ধ ল'ৰাটোৰ কথা মনত পৰা সময়খিনিত সি তাৰ ভাইটিৰ উপস্থিতিৰ কথা অনুভৱ কৰিব পৰা নাছিল। বুঢ়াই ল'ৰাটোৰ মুখৰ ফালে একে লেথাৰিয়ে কিছু সময় চাই ৰ'ল। দুয়োজন ল'ৰাৰে মাজৰ অবিশ্বাস্য সাদৃশ্যখিনি আগৰ দৰে সেই মুহূৰ্তটো সি উপলব্ধি কৰিছিল— বিশেষকৈ দুয়োজনৰে ভৰা মুখেৰে সেই বৈ পৰা চকুদুটা আচৰিত ধৰণে একে ; মাথো পাৰ্থক্য এয়ে যে এজনে দেখা পায় আৰু আনজনে নেপায়।

"দীঘলকৈ হুমুনিয়াহ পেলালি যে!" তাৰ মুখলৈ চাই থকা বুঢ়াৰ চকুত চকু থৈ সি ক'লে।

"নাই অ'," বুঢ়াই মুখ ঘূৰাই মিচিকিয়াই হাঁহি ক'লে, "বুঢ়া মানুহৰ কথানো আৰু কি কবি ; পিৰালিৰ চুকত বহি হুমুনিয়াহ কাঢ়োতেই যায় আৰু!" সি অন্ধ ল'ৰাজনৰ কথা নুলিয়াই সন্মুখৰ দিগন্তৰ ফালে চাই ক'লে।

বুঢ়াই উদাসীন হৈ পৰা দেখি সি ক'লে, "হলেও তহঁতৰ হুমুনিয়াহৰ কিন্তু মূল্য আছে।"

"কেনেকৈ?"

"কাৰণ তহঁতৰ হুমুনিয়াহবোৰ অভিজ্ঞতাৰ পৰা আহে," ল'ৰাটোৱে অলপ সময় ৰৈ ক'লে। তাৰ পিচত সি বুঢ়ালৈ চাই ওঠত হাঁহি বুলাই পুনৰ ক'লে, "যেনে ধৰচোন, তই এইমাত্ৰ হয়তো কিবা ভাবি আছিলি—ভাল হওক, বেয়া হওক অতীতৰ বহুতো স্মৃতিয়ে এইৰূপ সময়াতে তোৰ মনলৈ হয়তো আহিছিল—বিগত দিনবোৰ ঘূৰাই পাব নোৱাৰা বাবে তোৰ বেয়াও লাগিছিল আৰু সেইবাবেই তই দীঘলকৈ হুমুনিয়াহ কাঢ়িছিলি। এই চিন্তা-ভাবনাবোৰ, যাৰ বাবে তই হুমুনিয়াহ পেলালি, আহিছে তোৰ অভিজ্ঞতাৰ পৰা।"

ল'ৰাটোৱে কথা কৈ থকা সময়খিনিত বুঢ়াই দ্বিতীয়বাৰৰ বাবে তাৰ মুখলৈকে চাই আছিল। আনে হাঁহি উৰুৱাই দিব খোজা বিষয়বস্তু এটাকে ল'ৰাটোৱে তাৰ সন্মুখত গুৰুত্ব সহকাৰে দাঙি ধৰাত সি আচৰিত নোহোৱাকৈ থকা নাছিল। সি নিজেও কোনো গুৰুত্ব নিদিয়াকৈ তেনেকৈ কৈছিল যদিও ল'ৰাটোৰ প্ৰত্যুত্তৰ শুনি সি লাজ পোৱা যেনেই হৈছিল। সি সেয়েহে তলমূৰা হৈ ক'লে, "ঠিকেই কৈছ তই। বুঢ়া কালচোৱা ঘৰ আপদীয়া সময় অ'।

নাভাবো বুলিলেও চিন্তাবোৰে এটাৰ পিচত এটাকৈ আহি ভুমুৰি দি ধৰেহি। যিমানেই দিন গৈছে চিন্তাও সিমানেই বাঢ়িহে গৈছে।”

কথাখিনি কৈ বুঢ়া অলপ সময়ৰ বাবে ৰ’ল। তাৰ পিচত সি হঠাতে মুৰ দাঙি ল’ৰাটোলৈ চাই ক’লে, “এইমাত্ৰ তই যে ঘমুনিয়াহ পেলোৱা বুলি কৈছিলি তেতিয়া আচলতে মোৰ ডেকা-বয়সতে মাথো কেইদিনমানতে গঢ়ি উঠা বন্ধু এজনলৈ মনত পৰিছিল।”

“কোননো সেইজন?” ল’ৰাটোৱে ব্যগ্ৰভাৱে সুধিলে।

“তই জানই,” বুঢ়াই উত্তৰ দিলে। “সেই যে অন্ধ গীত গাই ফুৰা ল’ৰাজনৰ কথা তোক মই আগতে কৈছিলো, তোৰ নিশ্চয় মনত আছে।”

“অ’তো আকৌ, নাথাকিব কিয়!” ল’ৰাটোৱে তপৰাই উত্তৰ দিলে। “সেই ল’ৰাজন দেখাত মোৰ লগত একেই আছিল, নহয় জানো?”

“কৈছহেনে!” বুঢ়াই উৎসাহিত বোধ কৰি ক’লে। “তহঁত দুয়োটাৰে বিশেষকৈ চকু দুটাত যে কি আচৰিত সাদৃশ্য আছে! নেদেখিলে বিশ্বাস কৰাই টান, বুজিছ?”

ল’ৰাটোৱে লগে লগে একো নক’লে। সি ক্ষন্তেক সময় মৌন হৈ ৰ’ল। মনৰ ভিতৰতে অন্ধ গায়ক ল’ৰাজনৰ ছবি এখন আধা-মাধাকৈ কল্পনা কৰি লৈ সি আবেগ জড়িতভাৱে ক’লে, “তোৰ মুখত সেই গায়কজনৰ কথা শুনি শুনি মোৰ এতিয়া তেওঁক চাবলৈ বিৰাট ইচ্ছা হৈছে, জান?” ল’ৰাটোৱে তেনেদৰে ক’লে যদিও অন্ধ গীত গোৱা ল’ৰাজনক লগ পোৱা যে তাৰ বাবে তেমেই অসম্ভৱ সেয়া সি নিজেও জানিছিল। সেয়েহে তাৰ অন্তৰত প্ৰবলৰ পৰা প্ৰবলতৰ হৈ উঠা ইচ্ছা শক্তিক কথাৰে প্ৰকাশ কৰিয়েই সি ক্ষান্ত থাকিব লগা হৈছিল।

“তোক দেখুৱাব পৰা হলে মযো নিশ্চয় সুখী হলোহেঁতেন, কিন্তু সেয়া আৰু বোধহয় কাহানিও সম্ভৱ নহব,” বুঢ়াই শেষৰখিনি লুইতলৈ চাই লাহে লাহে ক’লে। অৱধাৰিতভাৱে বৈ থকা লুইতৰ বিশাল জলৰাশিয়ে সেই একেই গতিৰে বৈ আছিল। সি বিৰিঙি ঝিলিকি ধূসৰ আনটো প্ৰান্তৰলৈ চাব খুজি ব্যৰ্থ হ’ল। লুইতৰ বুকুৰে সি এইবাৰ দৃষ্টি চপাই আনিলে। পানীৰ মাজতে তাৰ

ৰৰশী দুটাৰ জৰী দুডালে একা-বেঁকা আঁচ দুডালৰ দৰে নাচি থকা সি দেখিলে। লগে লগে ইমান সময়ে পাহৰি থকা তাৰ ৰৰশী দুটালৈ মনত পৰি গ'ল। সি ওচৰৰ জৰীডালেৰে দৃষ্টি বুলাই আনি চকটোৰ ওপৰত ৰাখিলে। তাৰ দৃষ্টিয়ে ঠিক লাগী ৰৰশীটোকে সামৰি লৈছিল। আজি কিমান বছৰ ধৰি যে সি তাৰ এই ৰৰশীটো লুইতত পেলাই আহিছে—এই ৰৰশীটোৰে যে সি কিমান মাছৰ কলিজা ফুটালে—তেমত ওফন্দি থকা কিমানজনী প্ৰকাণ্ড বৌ-বৰালীক যে সি এইটো ৰৰশীৰে ওফৰাই পেলালে, সেয়া ভাবিলে তাৰ এতিয়াও ৰজিৎ ৰজিৎ যেন লাগে। তাৰ মনত আছে এই ৰৰশীটোৰে তাক কোনোদিনেই ঠগোৱা নাই। বুঢ়াৰ হঠাতে ৰৰশীটোৰ প্ৰতি মোহ লাগি গ'ল। সি চকাটোৰ ওপৰেৰে তাৰ সেঁাহাতখন বুলালে। তাৰ ৰৰশী বোৱা দিন ধৰি এই ৰৰশীটোৰে তাৰ লগ এৰা নাই; কিমান বছৰ যে হৈ গ'ল! আগৰ উজ্জ্বলতাখিনি নোহোৱা হলেও চকাটো আগতকৈ যথেষ্ট সহজ হৈছে—বহুতখিনি ক্ষয়ো গৈছে—চকাটোৰ চাৰিওফালে মেৰিয়াই ৰখা ৰৰশীৰ জৰীডালৰ সঁাচ দকৈ বহি গৈছে; তথাপিও ৰৰশীটো তাৰ অতি মৰমৰ। প্ৰতিদিনেই ৰৰশী বাবলৈ আহি সি তাৰ এইজনী ৰৰশীকহে পেলায়; এলাগীক দূৰতে তাৰ জোলাভাখনৰ ভিতৰতে ৰাখি থৈ দিয়ে। সি অৱশ্যে কেতিয়াবা ভাবে, তাৰ যেন সেই ৰৰশীটোৰ প্ৰতি তেনেকুৱা মনোভাৱ ঠিক হোৱা নাই। সেয়া যেন নিতান্তই তাৰ অহমিকা মাথোন; কিন্তু এলাগী ৰৰশীটোৱে মাছৰ বাবে সি এদিন প্ৰতীক্ষা কৰিব লগা হলেও তাৰ তেনেকুৱা চিন্তা লগে লগে ক'ৰবালৈ উৰি যায়। দিনটোৰ ব্যৰ্থতা একমাত্ৰ এলাগী ৰৰশীটোৰ বাবেহে যেন—তেনেকুৱা মনোভাৱহে মূৰ্ত হৈ উঠে। আনহাতে লাগী ৰৰশী-টোৰে দিনৰ পিচত দিন অপেক্ষা কৰি থাকিলেও ৰৰশীটোক সি দোষ নিদিয়ে। তেতিয়া দোষ লাগিব মাছৰ গাত—মাছবোৰ কণা, ভোদা, অপদাৰ্থ ইত্যাদি কিমান যে গালি সি তেতিয়া বৰষে। কেতিয়াবা আকৌ ভাবে, মাছবোৰ আগতকৈ চতুৰ হ'ল। তাক বুঢ়া পাই ধেমালি কৰিবলৈ বিচাৰে। সি প্ৰতীক্ষা কৰি থকা এই বৌজনীও যেন তেনেকুৱাই এজনী মহা ধূৰ্ত, হেপ বুজি তাক চলিব আহিছে; পিচে বুঢ়া নিজেও জানো কম। মাছজনী যদি ডালে ডালে, তেন্তে সি পাতে পাতে।

'হেৰ আকৰী, অমূকা বুঢ়াৰ লগত খেলি কি পাৰ পাবি অ' ?' বুঢ়াই মনৰ ভিতৰতে মাছজনীক উদ্দেশ্যি কলে। সি তাৰ পিচত গৰ্বপূৰ্ণ হাঁহি এটি মাৰিলে—যেন মাছজনী তাৰ বাবে একোৱেই নহয়, ইচ্ছা কৰিলেই সি পানীৰ মাজৰপৰা ধৰি আনিব পাৰে। সি এইবাৰ ল'ৰাটোলৈ চাই কলে, "বুজিছ ভাইটি, এই মাছজনীয়ে মোৰ লগত এতিয়াও ধেমালি কৰিয়ে আছে; পিচে মোৰ লগত ধেমালি কৰি সাৰি যাব পাৰিব ? হহ ! বুঢ়াৰ লগত ধেমালি— অমূকাই আজিলৈকে কিমানজনী বৌ বৰালিৰ কলিজা ফুটালো, আৰু এইজনী। হেই কালৰী। শুনি ল, এইবাৰ বুঢ়াৰ হাতত পৰিছ। তোৰ দিন চমু চাপি আহিছে, জানি থ। বুঢ়া বাপেৰক চিনি পোৱা নাছিলি নহয় ? পাবি, পাবি—যেতিয়াই তোৰ কলিজা ফুটাই চেৰ্ চেৰ্কৈ টানি লৈ আহিম তেতিয়াই চিনি পাবি।" শেষৰখিনি সি তাৰ কল্পনাৰ বৌজনীক উদ্দেশ্য কৰিয়েই পানীৰ মাজলৈ চাই কৈছিল।

বুঢ়াৰ কথা শুনি ল'ৰাটোৰ হাঁহি উঠিল। বিশেষকৈ কল্পনাৰ মাছজনীক লৈ কৰা তাৰ তৰ্জন-গৰ্জন শুনি তাৰ হাঁহি দমাই ৰাখিব নোৱাৰা অৱস্থা হৈছিল। তথাপিও সি কষ্টেৰে হাঁহি দমাই ৰাখি গহীন হোৱাৰ ভাও ধৰি ক'লে, "ককা, তই আৰু এইজনী মাছ কাহানিও নাপাব।"

"কিয় অ' ? কিয় নাপাম ? বুঢ়াই ঘপহকৈ সুধিলে।

"তোৰ ধমকি শুনিয়ে মাছজনীয়ে সৌৱা হাৰ্ট ফেইল কৰিলে," সি একে গহীনভাৱে ক'ব খুজিছিল যদিও শেষৰফালে হাঁহি উঠি গ'ল। বুঢ়ায়ো কথাটো বুজিব পাৰি হাঁহি দিলে। ল'ৰাটোৰ কথাত সি অলপ লাজ পোৱা যেনো হৈছিল।

"হাৰ্ট ফেইল কৰিলেও এই বুঢ়াৰ হাতৰপৰা সাৰিব নোৱাৰে, বুজিছ ?" বুঢ়াই নিজৰ বুকুত থপৰিয়াই হাঁহি হাঁহি ক'লে। "পানীৰ তলত আনকি জলকুঁৱৰীৰ দেশলৈ লৈও বিচাৰি আনিম, বুজা নাই ?"

"বাপৰে! আজিলে আন যিহকে কৰ কৰ; জলকুঁৱৰীৰ দেশলৈ কিন্তু মৰিলেও নাযাবি।" ভাওৰ কিবা এটাহে যেন হ'ব ধৰিছিল ল'ৰাটোৱে ঠিক তেনেকুৱা ধৰণে ক'লে।

"কিয় ?"

"জলকুঁৱৰীয়ে তোৰ নিচিনা মানুহ এজনক পালে যাদু-মন্ত্ৰ কৰি বান্ধি ৰাখিব।"

"অ', ভালেই হ'বদে," বুঢ়াই যেন ভালহে পালে, তাৰ কথাত তেনে সুৰ। "পাৰিলে তাতেই মোৰ বয়সৰে এজনী গোটাই লৈ ফুৰ্ত্তি মাৰি খাই থাকিম।" কথাখিনি কৈ আতায়েই বুঢ়াই হাঁহি দিলে।

ল'ৰাটোৱেও বুঢ়াৰ ৰসিকতাখিনিত নহঁহাকৈ থাকিব নোৱাৰিলে। পিচ মুহূৰ্ত্ততে সি ক'লে, "তেতিয়াহলে তই নাথাকিলে আমাক মাছ কোনে খুৱাব ?"

বুঢ়াৰ বৰশীত ডাঙৰ মাছ লাগিলেই সি সাধাৰণতে প্ৰতিবেশীৰ মাজত বিলাই দিয়ে। ল'ৰাটোৱে তাৰ কথাৰেযে তাকেই ইঙ্গিত কৰিছে বুঢ়াই বুজি পালে যদিও উত্তৰ দিবলৈ গৈ সি চিন্তাত পৰিল। সি তাৰ মগজু লৰাব লগীয়া হ'ল।

"হু ! অ' মাছ।" বুঢ়াই অলপ ভাবি ক'লে। তাৰ পিচত হঠাতে যেন সমাধান পাই গ'ল ঠিক তেনেধৰণে ক'লে, "জলকুঁৱৰীৰ দেশত মোৰোতে লিগিৰী থাকিব নহয় ? সিহঁতক তেতিয়া মই আদেশ দিম—প্ৰতিদিনে তহঁতক বিৰাট বিৰাট ৰৌ এবোজনী দি যাব। তহঁতে ভাগ কৰি খাবি আৰু।" বুঢ়াই শ্বোনচাটেই সমাধান দি দিলে।

বুঢ়াৰ ভিতৰত থকা হোজা, সহজ-সৰল মানুহজনৰ প্ৰতি প্ৰত্যাহবান জনাবলৈ সি যেন এটি ডাঙৰ সুযোগ পালে। ল'ৰাটোৱে এই সুযোগটো এনেয়ে এৰি দিব নুখুজিলে। সি চকু-ওঠত ৰহস্যপূৰ্ণ হাঁহি বিৰিঙাই ক'লে, "পিচে আমিয়েই বোলে আকৌ তোৰ জীৱন। জলকুঁৱৰীৰ দেশততো আমি নাথাকো আৰু আমি নাথাকিলে তই জানো বাচি থাকিব পাৰিবি ?"

বুঢ়াই ল'ৰাটোৰ মুখলৈ চালে। তাৰ মুখত সেই ৰহস্যপূৰ্ণ হাঁহিটো তেতিয়াও লাগি আছিল। বুঢ়া তেনেই কাবু হৈ গ'ল—তাৰ মুখৰ হাঁহি লোপ পালে; সি গম্ভীৰ হৈ পৰিল। ল'ৰাটোৱে কিন্তু বুঢ়াৰ গম্ভীৰ মুখখনলৈ চাই এইবাৰ আগৰ দৰে দুখ অনুভৱ নকৰিলে; বৰং বুঢ়াৰ এই ৰূপটো দেখি সি কিবা এক অজান পুলকহে অনুভৱ কৰিলে। বুঢ়াৰ খোৱাখুলীয়া

স্বভাবটোৱে সি গোপনভাবে দৰাচলতে এক প্ৰত্যাহ্বান জনালে ।

"তহঁতক এৰি মই সৰগতো শান্তিৰে থাকিব নোৱাৰিম, ভাইটি," বুঢ়াই লুইতলৈ চাই বিমৰ্ষভাবে ক'লে । সি তাৰ দৃষ্টি দিগন্তত ৰাখিয়েই পুনৰ ক'বলৈ ধৰিলে, "আমি মাটিৰ মানুহ, সৰগ আমাৰ বাবে নহয় ; ধূপ-ধুনাৰ গোন্ধ আমাৰ দেহে সহ্য কৰিব নোৱাৰে । সেইবোৰ আমাৰ দেহত লাগিলে পঁচা কণীৰ দৰেহে গোন্ধাব । সেইবোৰৰ গোন্ধ লবলৈ এচাম বেলেগ আছে ।" সি ক্ষন্তেক ৰ'ল । তাৰ পিচত পুনৰ দীঘলকৈ উশাহ লৈ দিগন্তত দৃষ্টি ৰাখিয়েই সি ক'বলৈ ধৰিলে, "বুজিছ, আই কেনেকুৱা নাপাওঁ যদিও মাটি আৰু মানুহ কিন্তু পাইছো ; সকলোকে বুজিবলৈ, চিনিবলৈ চেষ্টাও কৰিছো—সকলোৰে চিৰন্তন আকৰ্ষণো সদায়েই অনুভব কৰিব পাৰিছো । এই কেইটাই পৃথিৱীৰ একান্ত সত্য—ঠিক চন্দ্ৰ-সূৰ্যৰ দৰে । গতিকে জীৱনত ইহঁতক সাৱটি নললে আৰুনো কাক লবি ?...পদৰামে মানুহক সাবটি লব নোৱাৰিলে ; অৱশ্যে মানুহেও তাক বুজিবলৈ চেষ্টা নকৰিলে । হয়তো তাৰ ৰুক্ষ চেহেৰাটোৱেও তাক নিজকে মানুহৰ পৰা আঁতৰাই ৰখাত ইন্ধন যোগাইছিল । বেচেৰা তেনেকৈয়েই গ'ল । ৰহমতটোৱে আকৌ মাটিক শ্ৰদ্ধা কৰিব নাজানিলে ; সিয়ো তেনেকৈয়েই গ'ল । এতিয়া বাকী আছো মই । মই মৰিলেও তহঁত থাকিবি নহয়—এই মাটি–মানুহৰ দায়িত্বও তেতিয়া তহঁতেই লব লাগিব ।"

কথা ইমানলৈ শিপাব পাৰে বুলি ল'ৰাটোৱে ভাবিবই পৰা নাছিল । বুঢ়াৰ জ্ঞানগৰ্ভ কথাখিনি সি অতি মনোযোগেৰে শুনিলে । অ–আ, ক–খ ৰ সৈতে অতি সাধাৰণভাবে পৰিচিত মানুহ এজনেও যে ইমান সুন্দৰভাবে কথা ক'ব পাৰে সি অনুমানেই কৰিব পৰা নাছিল । বুঢ়াৰ প্ৰতি শ্ৰদ্ধাত তাৰ শিৰ নত হ'ল । সি অনুভব কৰিলে, তাৰ সন্মুখত বহি থকা মানুহজন যেন সি সদায়েই দেখি থকা তাৰ ৰসেশ্বৰ ককাক নহয় ; ৰসেশ্বৰৰ দৈহিক আৱৰণটোৰ ভিতৰৰ পৰা যেন কোনোবা দাৰ্শনিক পণ্ডিত এজনহে জীৱনৰ ব্যাখ্যা দিছে । সি লাহে লাহে মূৰ দাঙি বুঢ়ালৈ সপ্ৰশংস দৃষ্টিৰে চালে । সন্মুখৰ ফালে অপলক নেত্ৰে চাই থকা বুঢ়াৰ গম্ভীৰ মুখখনত তেতিয়া কোনো ধৰণৰেই অভিব্যক্তি প্ৰতিফলিত হোৱা নাছিল ।

মা-মাটি-মানুহক লৈ বহুতো কথা ল'ৰাটোৱে আগতেও শুনিছে, বহুতো লিখনি সি পঢ়িছে; কিন্তু বুঢ়াৰ কথাখিনি আন যি কোনো উপন্যাস বা নাটকতকৈ অধিক সঁচা। এই কথাখিনিয়ে ল'ৰাটোৰ অন্তৰত যেনেকুৱা সাঁচ বহুৱালে তেনেকুৱা ভাবে আন কোনো কিতাপেই তাৰ অন্তৰত সাঁচ বহুৱাব পৰা নাছিল। কিতাপৰ অভিজ্ঞতাতকৈও বুঢ়াৰ অভিজ্ঞতাখিনি বেছি বাস্তৱ—কল্পনাৰ ৰহণ তাত নাই। বুঢ়াৰ কথাৰ এই নিভাঁজ বাস্তৱতাখিনিয়ে তাক আকৰ্ষণ কৰে—সেয়াই তাৰ অন্তৰত দকৈ সাঁচ বহুৱায় ঠিক শিলত কটা ৰেখাৰ দৰে, যাক মনৰ মাজৰপৰা মচি পেলোৱা তাৰ বাবে অসম্ভৱ। আন কিছুমান তথাকথিত বাস্তৱবাদীৰ দৰে তেনেকুৱা কথাবোৰ এখন কাণেৰে সুমুৱাই সিখন কাণেৰে উলিয়াই দিব সি নোৱাৰে আৰু সেয়েহে সি সেইবিলাক উপশমৰ বাবে চিন্তা কৰিব পাৰে।

বুঢ়াই সেই সময়ত নিজা চিন্তাসূত্ৰক লৈয়েই আবদ্ধ আছিল। ক'ৰ মানুহ কেনেদৰে বাগৰি বাগৰি আহি ক'ত পৰি আছেহি! তাৰ নিজকে আচহুৱা যেন লাগে। সেয়েহে এনেকুৱা নিৰ্জীৱ মুহূৰ্তবোৰত সি কেতিয়াবা নিজৰ ছাঁটোকে প্ৰশ্ন কৰে, 'এই! কোন তই? বৰপেটাৰ সেই ভিতৰুৱা গাঁওখনৰ ৰাস্তাত টিকা চোঁচৰাই ফুৰা তই বসেশ্বৰ নহয় জানো? চাচোন, এতিয়া কেনে নিঠৰুৱা, কেনে অস্তিত্বহীন হৈ পৰিছ! তোৰ এতিয়া কোনো পৰিচয় নাই; এই বিশাল দেশখনত তই তেনেই এটি নগণ্য ধূলিকণা মাথোন। তই জীয়াই আছ নে মৰিছই কোনেও নাজানে—খবৰো নাৰাখে, নাইবা খবৰ ৰাখিবলৈ কাৰো সময়ো নাই। তোৰ চাৰিওফালৰ পৃথিৱীখন কেনেকুৱা ব্যস্ত দেখা নাই?' ছাঁটোৱেনো আৰু কি ক'ব! সেই সকলোবোৰেই বুঢ়াৰ উদ্বাস্তু মনৰ খেয়াল, আৰু বুঢ়াই নিজেই এটা সময়ত সমিধান বিচাৰি লয়।

আচলতে তেনেকুৱা ব্যস্ততা বুঢ়াৰ নিজৰো ভয় লাগে। তেনেকুৱা ব্যস্ততা দেখিলে সি নিজৰ অস্তিত্ব সম্বন্ধে সন্দিহান হৈ পৰে। তাৰ ভাব হয়, তাৰ চাৰিওফালৰ চলমান পৃথিৱীখনত সিয়েই যেন একমাত্ৰ ব্যক্তি, যিয়ে নেকি স্থবিৰ হৈ আছে। সেই মুহূৰ্তত নিৰাশাৰে তাৰ অন্তৰ ভৰি যায়। প্ৰচণ্ড হীনমন্যতাই তাক হেচুকি ধৰে। কিন্তু তেনেকুৱা ভাববোৰ নাইবা সেই হীনমন্যতাও ক্ৰমেও

কীয়া। তাৰ বন্ধনহীন মনটোক শিকলি পিন্ধোৱা ইমান সহজ নহয়। বিশেষকৈ ল'ৰাটো লগত থাকিলে নাইবা প্ৰতিবেশীৰ সহ-চৰ্য্যা পালে তাৰ সেই দুৰন্ত মনটো লগে লগে ঘূৰি আহে। ভেতিয়া নিজক লৈ, তাৰ সমাজখনৰ সঠিক মূল্যায়ণ সি কৰিব পাৰে।

বুঢ়াই ভাবিলে, গাওঁখনৰ পৰিসৰ বাঢ়িল। সি বৰশী বোৱা ঠাইখিনিতে থকা সৰু চতিয়না ডালো এতিয়া মস্ত এজোপা গছত পৰিণত হ'ল। বুঢ়াৰ মনত আছে, সি আহি এই পতিত জাৰনি ডোখৰত বসতি আৰম্ভ কৰাৰ পিচৰেপৰা আৰু ঘূৰি চাব লগা হোৱা নাছিল—সঙ্গীৰ বাবেও হেম্বেলিয়াই ফুৰিব লগীয়া হোৱা নাছিল। তাৰ পাছতে কিমান মানুহ আহিল, কিমান গ'ল; গাওঁ-খন কিন্তু দিনে দিনে বাঢ়িহে থাকিল। 'মাত্ৰ অলপ কেইবছৰ মানৰ ভিতৰতে কেনেকুৱা পৰিবৰ্তন হৈ গ'ল!' বুঢ়াই ভাবিলে। মাটিয়ে মানুহক ব্যন্ধি ৰাখিলে—এখন গাওঁ হ'ল। কেই বছৰ মান পিছত আকৌ চহৰ হ'ব—জীৱন উন্নত হ'ব—মাটি আৰু মানুহৰ সম্বন্ধ বাঢ়িব—মানুহৰ দায়িত্বও যথেষ্ট বাঢ়িব। বুঢ়াৰতো নিজৰ জনম প্ৰায় গ'লেই, আৰু সেই বাবেই তাৰ আক্ষেপ থাকি যায়, সি যেন তাৰ জনমত একো কৰিব নোৱাৰিলে! এতিয়া সি পিচৰ পুৰুষলৈ আগ্ৰহেৰে চাই আছে। পিচৰ পুৰুষচামে বা এতিয়া কি কৰে?

বুঢ়াই নিজে ক'ব নোৱাৰাকৈ ল'ৰাটোৰ ফালে চালে। ল'ৰা-টোৱে শান্ত, সমাহিতভাবে লুইতৰ ঢৌবোৰ গণি আছিল। ল'ৰা-টোৰ ওপৰত বুঢ়াৰ সম্পূৰ্ণ আস্থা আছে। ইমান দিনৰ ঘনিষ্ঠ-তাৰ পিচত ল'ৰাটোক সি ভালদৰেই বুজি পাইছে। বুঢ়াই জানে কিবা এটা কাম কৰো বুলিলে সি কৰিহে এৰে; স্বয়ং বিধাতায়ো তাক ৰাখিব নোৱাৰে। 'তাৰ ইচ্ছাশক্তি প্ৰবল— কৰো বুলিলে সি বহুত কিবা-কিবিয়েই কৰিব পাৰিব'—বুঢ়াই নিজকে নিজে ক'লে। বুঢ়াই তেনেকৈ ভবাৰ কাৰণ হ'ল এয়ে যে সি ল'ৰাটোৰ গতি-বিধিক শ্ৰদ্ধা কৰে; কিয়নো তাৰ চাল-চলন বয়সৰ সম্পূৰ্ণ বিপৰীত।

"ভাইটি, তই এইবাৰ কলেজতে সোমালি, নহয় জানো?" বুঢ়াই ল'ৰাটোক আচৰিত কৰি হঠাতে সুধি পেলালে।

"অ খিচে কিয় সুধিলি?" ল'ৰাটোৱে জড়তাৰে সৈতে

ক'লে। সন্দেহ নাই, বুঢ়াই হঠাতে কৰা অপ্ৰাসঙ্গিক প্ৰশ্নত সি যথেষ্ট অপ্ৰস্তুত হৈছিল।

"তহঁতৰ দলটোৰ আটাই কেইজনেতো এইবাৰ কলেজ পালি?" বুঢ়াই ল'ৰাটোৰ প্ৰশ্নক আওকাণ কৰি পুনৰ সুধিলে।

"নহয়, ৰাণা ৰ'ল।"

"ৰাণা মানে সেই নতুনকৈ অহা মানুহঘৰৰ ল'ৰাটোযে?"

"অ, তই ঠিকেই কৈছ।"

"সি আকৌ ৰ'লহেনে! মই এতিয়ালৈ গমেই পোৱা নাছিলো; অৱশ্যে তাকো বহুদিন ধৰি দেখাই নাই নহয়!"

"সি এতিয়া ইয়াতে নাই নহয়—সিহঁতৰ আচল ঘৰলৈ গৈছে।"

"অ, হয়নেকি?" বুঢ়াই সিমান গুৰুত্ব নিদি ক'লে। সি এইবাৰ সন্মুখৰ ফালে দূৰলৈ চাই দীঘলকৈ এবাৰ উশাহ লৈ পুনৰ ক'লে, "যি নহওক, তহঁতে কলেজ পালি যেতিয়া এতিয়া আৰু ডাঙৰ হলি—বহুত কথাই এতিয়া বুজা হৈছ। শিক্ষাও বহুতাই পালি দেচোন। আচল কথাটো হ'ল, এতিয়া তহঁতৰ দায়িত্বও বাঢ়িল।...আমাৰ পুৰুষ গ'ল, বুজিছ? আমি অশিক্ষিত মানুহ—পোহৰ কেনেকুৱা নেদেখিলো। সেয়েহে কৰিব লগীয়া বহুত কিবা-কিবিয়েই আছিল যদিও বিশেষ একো কৰিব নোৱাৰিলো। ভুলে-ভালে দুই এটা কিবা কিবি কৰিছিলো—সেয়া একো উল্লেখনীয় নহয়। এতিয়া তহঁতে শিক্ষা পাইছ, পোহৰ দেখিছ। প্ৰতিকে সকলোবোৰ শুধৰাই লৈ আমাক আগবঢ়াই তহঁতেই নিব লাগিব।"

ল'ৰাটোৱে বুঢ়াৰ কথাখিনি কাণ পাতি শুনিলে। বুঢ়াৰ কথাৰ মাজত সোমাই থকা ইঙ্গিতটো অনুধাবন কৰোতে তাৰ বিশেষ অসুবিধা নহ'ল। উত্তৰ পুৰুষ হিচাবে পূৰ্বপুৰুষৰ প্ৰতি সিহঁতৰ কৰণীয় যে যথেষ্ট আছে সেয়া ল'ৰাটোৱে বুজি পায়। সি জানে কিবা কৰিব লাগিলে সিহঁতে এতিয়া পূৰ্ব পুৰুষ হিচাপেহে কৰিব লাগিব আৰু তাৰ ফল হয়তো ভোগ কৰিব সিহঁতৰ উত্তৰ পুৰুষে। ইতিহাস তেনেদৰেই ৰচিত হয়। এটাৰ পিচত এটাকৈ প্ৰতিটো পুৰুষেই ইতিহাস বহন কৰে—ঠিক যেনেকৈ বুঢ়াক লৈ সেই চাংমটোৰ পিচত সিহঁত ওলাই আহিছে। আকৌ সিহঁতে যেতিয়া বুঢ়াৰ অৱস্থা পাব তেতিয়া সিহঁতৰ পাচত বৰ্তমান সিহঁতৰ দৰে আন এটা পুৰুষ ওলাই আহিব। সেই পুৰুষটো নিশ্চয় শিক্ষা-

দীক্ষা সকলো ক্ষেত্ৰতে আগবঢ়া হ'ব। বুঢ়াহঁতে শিক্ষা পোৱা নাছিল, নাইবা সেই সময়ত মানুহবোৰে শিক্ষাৰ মোল বুজা নাছিল। 'খেতিয়কৰ ল'ৰা—পঢ়ি শুনিনো কি ফলাবি? কেকোঁৰা মুঠিয়েই গতি'—তেনেকুৱা ধাৰণাকেই সৰোগত কৰি মানুহবোৰ বাচি আছিল। এতিয়া দিন ক্ৰমান্বয়ে সলনি হৈ আহিছে। কোনোবা ঘোকোটা গাওঁৰ অঘোণা-আঘোণীয়েও সিহঁতৰ সতি-সন্ততিক স্কুললৈ পঠাব বিচাৰে। সিহঁতৰ অন্তৰৰ গুপুত আশা—সিহঁতৰ ল'ৰা পঢ়ি-শুনি ডাঙৰ হ'ব, চৰকাৰী চাকৰি কৰিব, সিহঁতৰ আন্ধাৰ পঁজালৈ পোহৰ আনিব। সিহঁতৰ আশা কিমানদূৰ ফলৱতী হয় ল'ৰাটোৱে নাজানে; কিয়নো গাত পথাৰৰ বোকা লৈ নাইবা পেটত গাঠি দি নাইবা মেচিনৰ চিলিঙাৰেৰে ওলোৱা ধোৱাৰ দৰে কেৰাচিনৰ চাকিগছৰ ধোৱাৰে চকু কণা কৰি কোনেনো কিমান উধাব? সেয়েহে শিক্ষালৈ মানুহৰ আকৰ্ষণ বাঢ়িলেও মানুহে শিক্ষা পোৱা নাই, অথবা শিক্ষা পালেও মানুহ প্ৰবুদ্ধ হোৱা নাই।

বুঢ়াৰ কথাৰ অন্তৰ্নিহিত ইংগিতটো অনুধাবন কৰিব পাৰি ল'ৰাটোৰ ভাল লাগিল যদিও বুঢ়াই নিজকে অশিক্ষিত, পোহৰ নেদেখা বুলি কোৱা বাবেহে তাৰ খোকোজা লাগিল। সি জানে, লিখা পঢ়াৰ দিশত বুঢ়া বিশেষ একো আগবঢ়া নহয়; বুঢ়াই জনাৰ ভিতৰত মাথো আখৰ চিনে—গীতা পঢ়ে, কীৰ্তন পঢ়ে। সন্দেহ নাই, সি পঢ়াশালিৰ মাৰ্কা মৰা শিক্ষা লাভ কৰা নাই; কিন্তু সেই বুলিয়েই যদি তাক অশিক্ষিত, পোহৰ নেদেখা আখ্যা দিব পৰা যায় তেনেহলেনো আজিৰ যুগত শিক্ষিত কোন? আজিৰ শিক্ষা লাভ কৰি কোনো এজন ব্যক্তি আভিধানিক অৰ্থত শিক্ষিত হ'ব পাৰে; কিন্তু তেওঁ জানো পোহৰ দেখিছে? আৰু যদি 'শিক্ষিত' হৈ পোহৰ নেদেখে তেনেহলেনো পোহৰ দেখিছে কোনে? সাধাৰণ ঘটিৰাম-বাতিৰামৰ প্ৰশ্নই ইয়াত নাহে। কেমিষ্ট্ৰীত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এছ্, ডি, অ', নাইবা ডি, চি, হোৱাজনে তেনেহলে পোহৰ দেখিছে নেকি? ফিজিক্সত ডক্টৰেট লৈ বেংকৰ মেনেজাৰ হোৱাজনে একা? যদি বিশ্ববিদ্যালয়ৰ ডিগ্ৰী কেইটামানৰ মাধ্যমেৰে শিক্ষাৰ মানদণ্ড জোখা হয় তেন্তে তেওঁলোক যে শিক্ষিত তাত সন্দেহ নাই। কিন্তু তেওঁলোকৰ শিক্ষাৰ প্ৰয়োজন যদি বিচাৰ কৰিব বিচৰা হয় তেনেহলে নিশ্চয় হতাশ হ'ব লাগিব। গক থকা

স্বত্বেও যদি তাৰে হাল নাবায় তেন্তে তাকনো মিছা-মিছি টকা খৰচ কৰি দানা-পানী খুৱাই পুহি ৰখাৰ প্ৰয়োজনটো কি ? এনেবোৰ কাৰণতে আজিৰ যুগত শিক্ষাৰ মূল্যায়ন সম্পৰ্কে চিন্তাৰ যথেষ্ট অবকাশ থাকি যায় ।

"বুজিছু ভাইটি," বুঢ়াই পুনৰ তাৰ কথাৰ আঁত ধৰি কলে, "আমি অশিক্ষিত হ'লেও শিক্ষাৰ মোল বুজো ।" বুঢ়াই তাৰ চিন্তাৰ সোঁতো হেৰুওৱা নাছিল । লিখা–পঢ়াৰ কথা ওলোৱা সময়াত তাৰ বহুতো কথাই মনত পৰিছিল । কেনেকৈ সিহঁতৰ গাওঁ–খনতো লিখা–পঢ়াৰ বা বলিছিল, সৰুকৈ পঢ়াশালিখন স্থাপিত হৈছিল তাৰ সকলোবোৰ এটাৰ পিচত এটাকৈ মনত পৰি গ'ল । তাৰ মনত পৰিল, তাৰ এই মৰমৰ গাওঁখনলৈ অহা প্ৰথমজন শিক্ষিত মানুহ আছিল ভাইটিৰ দেউতাক । চহৰৰ কলেজখনত অধ্যাপনা কৰা এই মানুহজন সিহঁতৰ মাজৰে এজন হিচাপে থাকিবলৈ অহা বুলি জানি সিদিনাযে সিহঁতৰ কিমান স্ফুৰ্তি লাগিছিল !

বুঢ়াই পুনৰ ক'লে "তহঁতৰ দেউতাৰেও যিদিনা প্ৰথম ইয়ালৈ আহে সিদিনাযে আমাৰ কিমান আনন্দ লাগিছিল ! মোৰ মনত আছে সিদিনা হাঁহিব নজনা পদৰামেও এবাৰ দাঁত নিকটাইছিল । আচলতে কি জান, পদৰামেও শিক্ষিত মানুহক শ্ৰদ্ধা কৰিছিল । সি কিজানি ভাবিছিল, তুলসীৰ লগত কলপতুৱাৰ মুক্তি হোৱাৰ দৰে সিহঁতৰ জীৱনতো এচেৰেঙা পোহৰ পৰেইবা !" কথাখিনি কৈ বুঢ়াই মিচিকিয়াই হাঁহিলে ।

"পিচে পৰিলজানো ?" ল'ৰাটোৱেও ৰসিকতাখিনি উপলব্ধি কৰিব পাৰি মাজতে ক'লে ।

"এহ ! ৰণত পৰি ভেঁকুৰা এন্দুৰ যেন অৱস্থা, আৰু সেই পোহৰ আমাৰ গাত পৰিলেনো কি হ'ব ? আমি জানো তাক গ্ৰহণ কৰিব পাৰিছো ? তথাপিও ভাব হয় তহঁতৰ দেউতাৰে সৰ্বপ্ৰথমে মোৰ ঘৰত সোমোৱা বাবে আমাৰ পৰিয়ালটোৰ গাত অলপ বেছিকৈ পৰিছিল নেকি ! যি নহওক, সেই প্ৰথম দিনাখনেই দেউতাৰৰ বিষয়ে আমি জানি গৈছিলো ; দেউতাৰে অৱশ্যে নিজেই কৈছিল । পিচত দেউতাৰে আমাৰ এই গাওঁলীয়া জীৱনটোক আদৰি লবলৈ অহা বুলি জানিব পাৰি আমিয়েই, বিশেষকৈ পদৰাম আৰু মই দেউতাৰক ঘৰ মাটি ঠান-ঠিত লগাই দিছিলো । সিদিনাৰে পৰা

তহঁতৰ দেউতাৰ আমাৰ মৰম আৰু সন্মানৰ 'পণ্ডিত'। তহঁতৰ দেউতাৰক আমি এতিয়াও 'পণ্ডিত' বুলিয়েই মাতো, তই জানই দোখোন। তোৰ আগত কৈছো, দেউতাৰেও কিন্তু আমাৰ সৈতে একো ভেদ ভাব নাৰাখে দেই। সৰু মানুহ হলেও বয়সত ডাঙৰ বাবে দেউতাৰে আমাকো সদাই সন্মান দেখুৱাই আহিছে। তহঁতৰ দেউতাৰে কোনোদিন আমাক বেয়া ব্যৱহাৰ কৰা বুলি আমি ক'ব নোৱাৰো। তহঁতৰ মাৰও কিন্তু ঠিক মিলিছে দেই—সাক্ষাৎ গোসানী-জনী—দেখিলেই ভাল লাগি যায়; কথাবোৰো যে ইমান সুৰদিকৈ কয়, নহয় জানো? শুনিলে শুনি থাকিবৰে মন যায়। আমাৰ গাওঁৰ মাজতে যে নামঘৰটো আছে সেইটো তহঁতৰ মাৰৰ বাবে বনোৱা সম্ভৱ হৈছে—তহঁতৰ মাৰে আমাক সেইটো বনোৱাৰ দিহা দিছিলে। বুজিছ, গাওঁৰ নামঘৰটোৰ বয়সেই মোটামুটিভাবে তহঁতৰ ইয়ালৈ অহা বয়স।"

বুঢ়াই একে লেথাৰিয়ে কথাখিনি কৈ শেষ কৰিলে। একেবাৰে শেষৰ কথাখিনি সি ল'ৰাটোলৈ চাই কৈছিল। তাৰ চাৱনিত মৰমৰ লগতে বহুত কিবা-কিবি পোৱাৰ সন্তুষ্টি নিহিত আছিল। আনহাতে ল'ৰাটোৰ চকুদুটা কৃতজ্ঞতাৰে উপচি পৰিছিল। মাক-দেউতাকৰ প্ৰতি থকা তাৰ আকৰ্ষণ বুঢ়াৰ প্ৰশংসা উন্মুখতাত স্বচ্ছ হৈ ধৰা দিছিল। সেই সময়ত মাক দেউতাকক লৈ ল'ৰাটোৱে গৌৰৱ অনুভৱ নকৰাকৈ থকা নাছিল।

বুঢ়া আৰু ল'ৰাটোৱে পৰস্পৰৰ ফালে চাই মিচিকিয়াই হাঁহিলে। দুয়োৰে মনত সেই হাঁহিয়ে যথাযথ প্ৰতিফলনো ঘটাইছিল।

"কিমান বয়স হ'লনো?" ল'ৰাটোৱে হাঁহিব মাজেৰে সুধিলে।

"অ' তই হবলা নাজান?" বুঢ়াই ওলোটাকৈ প্ৰশ্ন কৰিলে যদিও লগে লগেই ক'লে, "ঠিক কুৰি বছৰ মানেই হ'ব; মুঠৰ ওপৰতে তই তেতিয়া জন্মাই নাই। তোৰ ওপৰৰ ভাই-ভনী কেইটিও তেনেই সৰু আছিল।"

"অ' হয় নেকি? তেনেহলে তই দেখোন আমাৰ ঘৰৰ বিষয়ে বহুত কথাই জান!"

"অকল তহঁতৰ ঘৰেইহেনে? ইয়ালৈ অহা প্ৰতিঘৰ মানুহৰ বিষয়েই জানো। কোনে ক'ত কি কৰে, কি খায় সকলোবিলাকেই মোৰ নখদৰ্পনত, বুজিছ? কোনজনে নিজে নাখায়ো ধন সাঁচে,

কোনজনে চকুৰ তলত জুই দি উতলা গৰম পানীলৈ চাই থাকে, দস্ত চাহাবে অফিচৰ কামত বাহিৰলৈ গ'লে তেওঁৰ ঘৈণীয়েকে ক'ত লক্‌লকাই ফুৰে, কাৰ ঘৈণীয়েকে শিলৰ টুকুৰী মূৰত লৈ মাজ-ৰাস্তাত কাম কৰে ইত্যাদি সব জানো। যদিও য'তে-ত'তে নাক সুমুওৱাটো মোৰ স্বভাব নহয় তথাপিও ঘটনাবোৰ দেখো মোৰ চকুৰ আগতহে ঘটে। সিদিনা চহৰলৈ যাওঁতে আকৌ কি দেখিলো জান ?"

"উহু ! কি দেখিছিলিনো ?"

"সেই যে জালান মাৰোৱাৰীটো, চহৰৰ চাৰিআলিটোতে যে ঘৰটো, তাৰ দুখন নে তিনিখন চাহবাগান আছে নহয়, তাৰ জীয়েকৰ বিয়া।"

"অ', সেই বিয়াখনৰ বিষয়ে ময়ো অৱশ্যে আগতে অলপ কিবা-কিবি শুনিছিলো......"

"পিচে দেখা নাই, নহয় জানো ? মই পিচে নিজ চকুৰেই দেখিলো দেই।"

"একেবাৰে ৰজাৰ জীয়েকৰ বিয়াৰ দৰে হৈছিলে নহয় ?"

"ৰজাৰ জীয়েকৰ বিয়া কেনেকুৱা দেখা নাই দেচোন ; কিন্তু সেইখন বিয়াতকৈ আৰু ওপৰত নিশ্চয় হ'ব নোৱাৰে। একেটি মাথো সন্তান বাবে পৰাখিনি ঢালিছিলি আৰু ! সেইখন বিয়াত মানুহে খাই যোৱাৰ পিচত দামী দামী মিঠাইবোৰ এনেদৰে পেলাব লগীয়া হৈছিল নহয়, সেইবোৰ খাই চুবা-পাতনিত কুকুৰ-বোৰৰ লগতে নানা জাতৰ ভিক্ষাৰীবোৰৰো মুখ আমুৱাই গৈছিল। মানুহো যে হৈছিল আৰু ! গোটেই ডিব্ৰুগড় চহৰখন যেন উঠিহে আহিছিল। বিয়ালৈ বিভিন্ন ঠাইৰ পৰা অহা মানুহবোৰৰ গাড়ীবোৰ সন্মুখৰ উদ্যানখনতে ৰাখিবলৈ দিছিল—আমাৰ দৰে মানুহবোৰে সেইবোৰ চায়েই আমোদ পাইছিলো, বুজিছ ? আকৌ দৰা অহা গাড়ীখন যে কেনেকৈ সজাইছিলে নহয়, আমিতো প্ৰথমতে সেইখন ৰামায়ণ–মহাভাৰতৰ যুগৰ আকাশেদি উৰি যোৱা ৰথ বুলিহে ভাবিছিলো। তাৰোপৰি চাৰিওফালে জ্বলোৱা বিজুলী বাতিবোৰ যে— সেইবোৰেৰে ঠাইটুকুৰা দেখিবলৈ একেবাৰে সপোনপুৰীৰ দৰে হৈছিল।"

"অ'," ল'ৰাটোৱে সেইবোৰ কথালৈ সিমান গুৰুত্ব নিদিয়াকৈ

ক'লে, "সেইখন বিয়াতে বোলে দৰা আহোতে নাচনী এজনীকো নচুৱাইছিল ?"

"অ', তই গম পাইছই দেখিছো।" বুঢ়াই গহীন হৈ ক'লে। "সেয়া পিচে মোৰ ভাল নালাগিল। তাই নাচনীজনীয়ে বেণ্ড্ পাৰ্টিটোৰ মাজত সিহঁতৰ বাজনাৰ তালে তালে নাচিছিল। তাইৰ সাজ-পাৰো যে কেনেকুৱা জক-মকোৱা আছিল। বাতি লাইটৰ পোহৰত সেইবোৰ আকাশৰ তৰাবোৰৰ দৰে তিৰবিৰাই আছিল। সেইবোৰ চাই মানুহবোৰে আৰু কি ভাবিছিল নাজানো ; মোৰ কিন্তু সঁচাকৈয়ে বেয়া লাগিছিল।"

বুঢ়াই আৰু কিবা ক'ব খুজিছিল যদিও ল'ৰাটোৱে মাজতে মাত লগালে, "সেই ছোৱালীজনীলৈ দুখ লাগে নহয় ককা ?" আচলতে ছোৱালীজনীৰ জীৱনটোৰ কথা ভাবি তাৰ দুখ লাগিছিল। সিহঁতৰ জীৱন যে কিমান জটিল, সি ভাবে, ঠিক পানীৰ মাজত গলা ডিঙিলৈকে সোমাই থকা টেণ্টালাচ নামৰ সাধুকথাৰ দেবদূত জনৰ নিচিনাই। বেচেৰা পিপাসাৰ্ত ; কিন্তু পানী খাব নোৱাৰে। খাব খুজিলেই সকলোখিনি পানী শুকাই যায়।

উত্তৰ হিচাপে বুঢ়াই একো নিদিলে। ছোৱালীজনীৰ জীৱনৰ কথা সিও উপলব্ধি নকৰাকৈ থকা নাছিল। আচলতে সেইদিনা ছোৱালীজনী নাচি থকা সময়খিনিত তাৰ অতি দুখ লাগিছিল। সি লগে লগেই সেইখিনি ঠাই এৰি আহি ঘৰ পাইছিলহি। সিদিনাৰ গোটেই নিশাটো তাক এক মৌন বেদনাই খুলি খুলি খাইছিল।

বুঢ়া নিমাতে বোৱা দেখি ল'ৰাটোৱে পুনৰ ক'লে, "চাচোন তাইৰ জীৱন ! তাইৰ সমবয়সৰে এজনীৰ বিয়াত তাই নাচিছে ; লোকৰ মনোৰঞ্জন কৰিছে ; কিন্তু তাইৰ নিজৰ এই জনমততো আৰু বিয়া হোৱাৰ আশা নাই। তাই নিজেও জানে তাইৰ দৰে ৰাস্তাত নাচি ফুৰা ছোৱালী এজনীৰ বিয়া কোনোদিনেই নহয় বুলি। ৰাস্তাত নাচিবলৈ যোৱা মানেই যে জীৱন ধ্বংস হোৱা, তাই ভালদৰেই জানে। তথাপিও তাই নাচিব লগা হৈছে। বাচি থাকিবৰ বাবে নানাচিলেও তাইৰ উপায় নাই।...তাইৰ জীৱনটো ঠিক খেতিয়কসকলৰ দৰেই, নহয় ককা ? খেতিয়কসকলেও নিজে উৎপাদন কৰে ; অথচ সিহঁতেই খাব নাপাই মৰে। ভাবি

চাচোন, সিহঁতৰ জীৱনবোৰ কেনেকুৱা দুখ লগা ।”

ল’ৰাটোৰ ফালে চাই বুঢ়াই এটি ম্লান হাঁহি মাৰিলে। কথাখিনি ল’ৰাটোৱেও উপলব্ধি কৰিব পৰা দেখি সি সন্তুষ্ট হৈছিল। সি ক’লে, “সেইবোৰ মানুহৰ জীৱন তেনেকুৱাই, বুজিছ ? সেয়া তই-মই মাথোন ভাবিবহে পাৰো ; পাৰ হলে নাপাও। এটা কথা ঠিক, মানুহবোৰ আজি-কালি কৃত্ৰিম হৈ গ’ল। আগৰ সজীৱতা আজিৰ মানুহৰ গাত আৰু নাই। আমাৰ গাওঁৰ মানুহবিলাকক এবাৰ চাচোন, বহুতো কথাই গম পাবি। প্ৰতিজন মানুহেই মাথো নিজক লৈয়ে ব্যস্ত ; কিন্তু সিহঁতৰ কামবিলাক লক্ষ্য কৰিবিচোন—দেখিবি, সিহঁতৰ ব্যস্ততা তেনেই কৃত্ৰিম ! আচলতে পৰম্পৰে পৰম্পৰৰ পৰা আঁতৰি থাকিবলৈকেই ব্যস্ততাৰ ভাওঁ ধৰে। তোৰ দেউতাৰৰ পাচত ইয়ালৈ অহা মানুহবোৰ যে—সিহঁত আৰু বেছি গম্ভীৰ - সিহতৰ ব্যস্ততাও বেছি ; সিহতে প্ৰকৃততে সদায় নিজৰ খোলাটোৰ ভিতৰতে সোমাই থাকিব বিচাৰে। সিহঁতৰ চাৰিওফালে যে মানুহ আছে তালৈ কানসাৰেই নাই। টকা-পইচাৰে নিজৰ সৈতে একে পৰ্যায়ৰ মানুহ কেইজন মানত বাহিৰে অথবা নিজৰ অফিচৰ ওপৰৱালাত বাহিৰে আনক মানুহ বুলি গণ্য কৰিবই নোখোজে ; চকু যদি চেৰাই যাব খোজে। সিহঁতে ছাগে’ নিচেই লাও লোৱা অৱস্থাৰ পৰা লাহি দুপইচাৰ মুখ দেখিছে ; নহলে তেনেকুৱা নহয়, বুজিছ ? শিক্ষাৰ ফালৰ পৰা সিহঁতে বহুত কিবা-কিবিয়েই পাছ কৰিছে দেচোন। পিচে সিহঁতৰ দৰে মানুহ শিক্ষিত হলে কি হ’ব অ—শিক্ষাৰ মৰ্যাদা ৰাখিব নাজানে। সিহঁত শিক্ষিতৰ নামত কলংক।” বুঢ়াই শেষৰখিনি ঘোৰ বিৰক্তিৰে সৈতে ক’লে।

বুঢ়াৰ কথাখিনিয়ে ল’ৰাটোৰ গা বিন্ধিছিল। বিশেষকৈ বুঢ়াৰ শেষৰ কথাখিনি যেন তাৰ বাবে যথেষ্ট কঠোৰ আছিল। কাৰণ কথাষাৰৰ সত্যতা সি আগতেই উপলব্ধি কৰিছিল। সি জানে, যি শিক্ষাই মানুহক মানুহৰ মূল্যায়ণ কৰিব নিশিকাই সেই শিক্ষাৰ কোনো মূল্য নাই। কিন্তু আজিৰ সমাজত দেখোন তেনে-কুৱা শিক্ষাৰে শিক্ষিত মানুহৰ সংখ্যাই সৰহ। ‘তেনেহলে শিক্ষিতৰ সংজ্ঞাও সলনি কৰিবৰ হ’ল নেকি ?’ সি নিজেক নিজে প্ৰশ্ন কৰিলে ; কিন্তু তেনেকুৱা কৰিলেতো আৰু সমস্যাৰ সমাধান

নহয়—বৰং বাঢ়িবহে । কিয়নো তাৰ জানে যিমান দূৰ চকি পায়, সেয়া জীপ ধৰা আৰ্থ-সামাজিক ব্যৱস্থাৰে ফল । সেইবোৰ এই ব্যৱস্থাত হোৱাটো স্বতঃসিদ্ধ—কোনেও নুই কৰিব নোৱাৰে । সেয়েহে পৰিবৰ্তন লাগে—আমূল পৰিবৰ্তন । নহলে শিক্ষাই আৰু মানুহ নগঢ়ে ! শিক্ষা মাথোন হৈ পৰিব বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী নিবনুৱা সৃষ্টিকাৰী যন্ত্ৰ বিশেষ—সমাজৰ শিক্ষাৰ এই তিক্ত প্ৰভাৱত বাহিৰে শিক্ষা বুলিলে আন একোৱেই মানুহৰ মনলৈ নাহিব । আনুসঙ্গিকভাৱে যি সময়ত মানুহে চন্দ্ৰ-পৃষ্ঠত টিমিল-মিলাব ধৰিছে, সেই সময়তে চন্দ্ৰৰ তুলসী জোপালৈ চাই হাতযোৰ কৰি থাকিব লাগিব ; যি সময়ত গ্ৰহান্তৰত খোপনি পোতাৰ চেষ্টা চলিছে সেই সময়তে বৃহস্পতি-শনিক লৈ ভাগ্য বিচাৰ কৰিয়েই থাকিব লাগিব—আৰ্য্যভট্ট, ভাস্কৰ প্ৰহসনতহে পৰিণত হ'ব ।

ল'ৰাটোৰ মনত পৰিল তাৰ সৰুকালৰ সন্ধিয়া কিছুমানৰ কথা । সিহঁতৰ আইতাক জীয়াই থকা সময়ত প্ৰায়ে সিহঁতক সন্ধিয়া চন্দ্ৰটো ওলালেই নমস্কাৰ কৰিবলৈ কৈছিল । সেয়েহে গৰম কালি মাকৰ লগত চোতালতে বহি সাধুকথা শুনোতেও সিহঁতৰ প্ৰথম কাম আছিল চন্দ্ৰদেবতাক নমস্কাৰ কৰা । আকৌ কাঁচি জোন ওলাবৰ দিনাখন আৰু কথাই নাই —সিহঁতে কাঁচি জোনটো বিচাৰি বিচাৰি প্ৰণাম কৰিব লাগিছিল । আইতাকেই সিহঁতক কৈছিল চন্দ্ৰত থকা তুলসী জোপাৰ কথা—সিহঁতেও তেতিয়া ভাবিছিল সেইজোপা প্ৰকাণ্ড তুলসী বুলি । আইতাকে আকৌ কৈছিল চন্দ্ৰটো লাগি থকা আকাশখন হেনো আগতে পৃথিবীৰ একেবাৰে ওচৰতে আছিল । এবাৰ এজনী কুঁজী বুঢ়ীয়ে চোতাল সাৰি থাকোতে আকাশখনে বুঢ়ীৰ কুঁজটোত বাৰে বাৰে ভাকুত কুতোৱাত বুঢ়ীয়েও খঙতে দিলে বাঢ়নীৰে কোব মাৰি । সেইবাৰে লাজে-অপমানে আকাশখনে গৈ যি ওপৰত উঠিল আৰু নামি নাহিল । ...সিমানেই শেষ নহয়—আইতাক থকা কেইদিন সিহঁতে কিমান তৰহৰ কাহিনীয়েই যে নুশুনিছিল ! বেয়া কথা নক'বলৈ, বেয়া কথা নুশুনিবলৈ, বেয়া কাম নকৰিবলৈ— নহ'লে পাপ হ'ব, পাপ হ'লে যমদূতে কেনেকুৱা ভয়ানক শাস্তি দিব আইতাকে সিহঁতক শুনাইছিল । কাৰো লগত কাজিয়া-পেচাল নকৰিবলৈ—সকলোৰে লগত মিলি-জুলি থাকিবলৈ, ক্ষমাৰে মানুহক

জয় কৰিবলৈ ইত্যাদি কিমান ধৰণৰ উপদেশেই যে সিহঁতক নিদিছিল ! সিহঁতৰ আইতাক তেনেকৈয়েই পাৰ হৈ গ'ল ; পিচে উপদেশবিলাকহে অচল টকা হৈ ৰ'ল । নহ'বই বা কিয় ? সিহঁতৰ আইতাকহঁতৰ গোটেইটো জীবন একধ্যানে পতিৰ চৰণ চিন্তা কৰোতে আৰু পাকঘৰত হেতা ঘূৰাওতে গ'ল । তেওঁলোকে আনকি জীবনত সূৰ্যৰ পোহৰকণো ভালদৰে দেখা নাপালে । গতিকে তেওঁলোকে জীবনত লৈ কৰা মন্তব্যসমূহ ব্যৰ্থ হোৱাটোৱেই স্বাভাবিক ।

"ভাবিছিলো স্বৰাজৰ পিচত মানুহবোৰৰ পৰিবৰ্তন হ'ব," বুঢ়াই এবাৰ দীঘলকৈ উশাহ লৈ পুনৰ আৰম্ভ কৰিলে । সি তাৰ নিজৰ চিন্তাসূত্ৰৰ ভিতৰতে আছিল । মানুহবোৰৰ কৃত্ৰিমতাই দৰাচলতে তাক আঘাত দিছিল । সি কৈ গ'ল, "পিচে মানুহে ভৰা ধৰণে খুব কমেইহে হয় অ' । কথাতে কয় নহয় বোলে মানুহে পাতে আৰু ঈশ্বৰে ভাঙে । মানুহবোৰে নিজৰ নিজৰ খোলাৰ ভিতৰত সোমাব ধৰাত বাহিৰে বেলেগ পৰিবৰ্তন আৰু একোৱেই নহ'ল । আগতেই কলো নহয়, মানুহবোৰে আজি-কালি মাথো নিজক লৈয়েই ব্যস্ত থাকে—চুবুৰীয়াৰ কথা এবাৰ ভাবি চাবলৈও কাৰো আহৰি নাই । আগতে কেনেকুৱা আছিল জান ? কাৰোবাৰ ঘৰত যদি সাধাৰণ গোলমাল এটিও লাগিছে, ওচৰ-চুবুৰীয়া দৌৰি আহে, মিত-মাত কৰি দিবলৈ, নাইবা সহায় কৰিবলৈ—যেন সমস্যাটো সকলোৰে নিজৰহে । কিন্তু আজি-কালি মানুহ এজন মৰি যাওক—শ্মশানলৈ লগত যোৱা এজনতো নোলাবই, আনকি চোতালত থিয় হৈ মাতষাৰ দিয়া মানুহো খুব কমেইহে ওলায় ।"

কথাখিনি কৈ বুঢ়াই এটি হুমুনিয়াহ কাঢ়িলে আৰু পুনৰ ক'লে, "এই সকলোবোৰ মাথো মোৰ জীবিত অৱস্থাৰে অভিজ্ঞতা, বুজিছ ? ইয়াত কল্পনা বিন্দুমাত্ৰও নাই ।"

কথাখিনি শেষ কৰাৰ লগে লগে বুঢ়া অস্বাভাবিকভাৱে গম্ভীৰ হৈ পৰিল । মানুহবিলাকৰ পৰস্পৰৰ প্ৰতি ভালপোৱা হীনতাই যে তাক মৰ্মাহত কৰিছিল তাৰ আচৰণৰ মাজেৰে সেয়া সম্যকভাৱে প্ৰতিফলিত হ'ল । সি তেনেই আবেগ প্ৰৱণ হৈ পৰিছিল । এনেকুৱা মুহূৰ্তত সি ৰতন গুণাৰ দৰে হ'ব বিচাৰে । ঠিক ৰতন

গুণ্ডাৰ দৰেই যেন হাতৰ উদ্যত চুৰিখনেৰে কেনেকৈ সমাজত থাকিব লাগে সকলোকে শিকাই দিব আৰু নিজে একান্তই অসামাজিকভাবে অকলশৰীয়া হৈ এচুকত পৰি ৰ'ব। অবশ্যে প্ৰথমতে সিও ৰতন গুণ্ডাক ভাল চকুৰে চোৱা নাছিল ; কিন্তু বুঢ়াৰ দৰে আৰু দুখীয়া বহুতজনৰ মুখৰ পৰা তাৰ গুণগান শুনি আৰু তাৰ বিষয়ে সি নিজাকৈ এবাৰ জানি লোৱাৰ পিছত তালৈ বুঢ়াৰ ঘৃণাৰ পৰিবৰ্তে মৰমহে উপজিছিল। বুঢ়াই জানিব পাৰিছিল কোনোবাই কেৰাহীৰ তলত জুই দি গৰমপানী উতলাই চাই থাকিলে কেনেদৰে ৰতনে প্ৰথমে ধমকি শোধাই পিচত নিজে টকা দহটা দি আহিছিল, কেনেদৰে গাওঁৰ কেইজনমান দুখীয়া ল'ৰাক কিতাপ-কলম কিনি দিয়াৰ উপৰিও স্কুলৰ মাচুল পৰ্যন্ত দিছিল, কেনেদৰে সিহঁতৰ গাওঁৰে নেপালী ছোৱালীজনীক পতিতা হোৱাৰ পৰা ৰক্ষা কৰিছিল। তথাকথিত অসৎ পথেৰে অৰ্জা হলেও তাৰ সহায় কোনেও নোলোৱাকৈও থাকিব নোৱাৰিছিল। যদিও গাওঁখনত ৰতনৰ নিজাকৈ ঘৰ-বাৰী একেবাৰেই নাছিল, তথাপিও গাওঁখনৰ বহুতৰ বাবে সি দেবতা সদৃশ আছিল। বুঢ়াৰ মনত আছে এবাৰ ৰতনে নিজৰ কাহিনী বুঢ়াৰ খেচ্ খেচনিত ৰ'ব নোৱাৰি কওঁতে বেচেৰাই কথা প্ৰসঙ্গত চলচলীয়া চকুৰে কৈছিল, 'বুজিছ ককা, টকাৰ কাৰণে পঢ়া বাদ দিব লগা হোৱাতো মোৰ আক্ষেপ নাই, খেতি-মাটি মহাজনে বুদ্ধি কৰি সৰকোৱাটোও মই সহ্য কৰিব পাৰিলোহেতেন ; কিন্তু মৰণাপন্ন আইৰ মুখত যিদিনা মই এটোপা দৰবো দিব নোৱাৰিলো, আইৰ ঔষধৰ বাবে টকা বিচাৰি গৈ একমাত্ৰ বাইদেউ জনীয়েও লাঞ্ছিতা হৈ যিদিনা ডিঙিত চিপজৰী লগাব লগীয়া হ'ল, সিদিনা মোৰ মুৰ গৰম হৈ গৈছিল ককা, মোৰ ভৰিৰ তলৰ পৰা পৃথিৱীখনেই আঁতৰি যোৱা যেন লাগিছিল। সিদিনাই ওলমি থকা বাইদেউৰ ভৰি চুই শপত খাইছিলো জীৱনত এইচাম মানুহক কেতিয়াও শান্তিৰে থাকিব নিদিও বুলি। সিদিনা যদি মোৰ হাতত আজিৰ এই চুৰিখন থাকিলহেঁতেন তেতিয়াহলে কথা হয়তো বেলেগেই হ'লহেতেন।'

সিদিনা ৰতন গুণ্ডাৰ চকুত পানী দেখি বুঢ়া তেনেই আচৰিত হৈছিল। সি তাক একোকে ক'ব পৰা নাছিল। ৰতনৰ দেখাত পাথৰ সদৃশ কঠিন অন্তৰখনৰ আঁৰত থকা কোমল মান-

বীয় ৰূপটোৰ অৱস্থিতি বুঢ়াই স্পষ্টভাবে ধৰিব পাৰিছিল।

বুঢ়া নিমাত হৈ পৰা দেখি ল'ৰাটোৱে বুঢ়ালৈ চালে। আচ-লতে মানুহবিলাক ব্যবসায়িক হৈ পৰা কথাটো সিয়ো নভবা নহয়। তেনেকুৱা কথাবোৰৰ আঁতৰ যে প্ৰধান আৰ্থিক সমস্যাটোৱে ক্ৰিয়া কৰি আছে বুঢ়াই সেয়া অনুভব কৰিব পাৰিছে নে নাই তাৰ কথাৰপৰা বুজা নগ'ল। ল'ৰাটোৱে ভাবিলে, বুঢ়াৰ নিচিনা মানুহ এজনে অন্তত: সেইখিনি উপলব্ধি নকৰাটোৱে স্বাভাবিক। সি নিজে কিন্তু আজি-কালি অনুভব কৰে। মাৰ্ক্স, এঙ্গেল্‌চ্, লেনিনৰ লিখনি সমূহ পঢ়াৰ পিচত বাস্তব অৱস্থা অধ্যয়ন কৰিবলৈ তাৰ উৰ্বৰ মস্তিষ্ক আৰু বেছি উৰ্বৰ হৈ উঠিছে। প্ৰতিটো ঘটনা-পৰি-ঘটনাক সুক্ষ্মভাবে পৰ্যবেক্ষণ কৰি তাৰ বিজ্ঞানসন্মত ব্যাখ্যা দাঙি ধৰিবলৈ বয়সতকৈ সি আজি বহুগুণে বেছি প্ৰবীণ। স্বাধীনতাৰ আগৰ কালছোৱাৰ বিষয়ে সি যিমানখিনি জানিব পাৰিছে তাৰ লগত বৰ্তমানক ৰিজাই চাই মানুহৰ জীবনৰ মানদণ্ডৰ বিষয়ে সম্যক ধাৰণা এটা তাৰ হৈছে। ৰসেশ্বৰহঁতৰ নিচিনা মানুহবোৰৰ যে কোনো ধৰণৰ উন্নতিয়েই হোৱা নাই সি সেইটোও ভালকৈ জানে। স্বাধীনতাৰ তেত্ৰিশ বছৰ পাছতো দেশৰ শতকৰা আশী ভাগ মানুহ দৰিদ্ৰ সীমাৰেখাৰ তলত থকা, নাইবা নিৰক্ষৰ হৈ থকাটোৱে দুয়োটা যুগৰ মূল্যায়ন একে ধৰনেই কৰিবলৈ শিকোৱাটো সি বুজি পায়। প্ৰায় তিনিশ বছৰীয়া দাসত্বই এইবোৰ মানুহৰ আৰ্থিক দিশটোৰ লগতে মানসিক দিশটোও একেবাৰে মষিমূৰ কৰি গ'ল। তাৰ লগতে স্বদেশী দাসত্বই এইচাম মানুহৰ বোজা আৰু বঢ়াইছেহে, কমোৱা নাই। এইসব মানুহ এতিয়াও পোন হৈও কুঁজা, চকু থাকিলেও অন্ধ, মুখ থাকিলেও বোবা।

ল'ৰাটোৱে ক'লে, "তই ঠিকেই কৈছ ককা। মানুহবোৰ তেনেই ব্যবসায়িক হৈ গ'ল। আচলতে কি জান—স্বাধীনতাৰ পিচত মানুহবোৰে বহুত কিবা-কিবিয়েই পাব বুলি ভাবিছিল; কিন্তু তেজ ঢালি, প্ৰাণ দি অৰ্জা স্বাধীনতাৰ ইমান বছৰৰ পাছতো প্ৰকৃতাৰ্থত তেওঁলোকে যেতিয়া একোৱেই নাপালে, তেওঁলোক স্বাভা-বিকতেই ক্ষুণ্ণ হ'ল। সন্মান পাবলৈ এখন তাম্ৰফলি নাইবা পেন্সনৰ টকা কেইটামানৰ বাবে তেওঁলোকে নিশ্চয় মৃত্যুপণ কৰি সংগ্ৰামত অৱতীৰ্ণ হোৱা নাছিল। আমাৰ মানুহবোৰৰ স্বভাব-চৰিত্ৰ গঢ়ি

উঠাত হয়ো জানো অংশ লোৱা নাই, ককা ?”

বুঢ়াই ল'ৰাটোৰে ফালে চালে। তাৰ বয়সৰ বিপৰীতে কোৱা কথাখিনিত সি আচৰিত নোহোৱাকৈ থকা নাছিল। তাৰোপৰি কথাখিনিৰ সত্যতা অনুভৱ কৰি সি আৰু বেছি আচৰিত হৈছিল। তাৰ মনত পৰিল আন্দোলনৰ সেই দিন কেইটালৈ। ডাক আহিলেই সিহঁতে কেনেদৰে ওলাই গৈ ৰাস্তাত থিয় হৈছিল, ওচৰতে ক'ৰবাত মিটিং পাতিলে কেনেদৰে সমস্বৰে ওলাই গৈছিল, কেনেদৰে ভলণ্টিয়াৰ হৈ ডাকৰ বাতৰি ডাৱে সৰবৰাহ কৰিছিল, তাৰ সকলোবোৰ মনত পৰি গ'ল। বুঢ়াৰ মনত আছে, সিহঁতৰ মাজৰে বহুতে আকৌ দলগত জুই দিয়া, ৰেলৰ চিৰি উঠোৱা কামো কৰিছিল। পিচত চিপাহীয়ে খেদিলে সিহঁতে ক'ত ক'ত যে পলাই ফুৰিব লগীয়া হৈছিল! কেতিয়াবা ঠাইতে দাড়ি-গোফ লগাই, লুঙ্গি পিন্ধি মুছলমান জনৰ বেশ লৈ, কেতিয়াবা আকৌ এহাত ওৰণিৰে তিৰোতাজনী হৈ, নাইবা কেতিয়াবা একবস্ত্ৰ হৈ ব্ৰাহ্মণজনৰ ভেশ-চন কৰি সিহঁতে পলাই থাকিব লগীয়া হৈছিল। সিহঁতে জানিছিল, মৃত্যু সিহঁতৰ পদে পদে; তথাপিও বৃটিছক খেদিবলৈ বিভিন্ন কামবোৰ কৰি গৈছিল একমাত্ৰ ৰঙীণ ভবিষ্যতৰ কল্পনা কৰিয়েই। সিহঁতে আশা কৰিছিল, সিহঁতে নাপালেও সিহঁতৰ সতি-সন্ততিয়ে অন্ততঃ ইয়াৰ ফল ভোগ কৰক; কিন্তু বৃটিছ যোৱাৰ ইমান বছৰ পাছতো ইয়াৰ লেশমানো আভাস নাপাই আনৰ কথাতো বাদেই, বুঢ়া নিজেও হতাশ হৈছে।

বুঢ়াই এটি ম্লান হাঁহি মাৰিলে আৰু ল'ৰাটোৰ প্ৰশ্নটো সি তেনেকৈয়েই এৰাই যাব খুজিলে।

বুঢ়াৰ নিৰ্লিপ্ততাক ল'ৰাটোৱে সহজভাৱে লব নোৱাৰিলে। প্ৰসঙ্গটো সেইখিনিতে সামৰিবলৈও ইচ্ছা তাৰ সমূলি নাছিল। সি পুনৰ ক'লে, “ককা, তয়োতো স্বাধীনতাৰ বাবে নিশ্চয় অন্ততঃ এবাৰ হলেও ৰাজপথত থিয় দিছিলি। ভাৰত স্বাধীন হলে বহুত কিবা-কিবিয়েই হ'ব বুলি আশা কৰা বুলি তই দেখোন নিজেই কৈছ। তই আমাতকৈ বহুত দেখিছ। আজি তেত্ৰিশ বছৰে তোৰ বহুত অভিজ্ঞতাও হ'ল। আন্দোলনৰ মাজত হলেও স্বাধীনতাৰ আগৰ কিছু কালো তই উপভোগ কৰিছ। স্বাধীনতাৰ আগৰ আৰু পিচৰ এই দুইছোৱা কালকে ৰিজাই চাবলৈ ঠাই নাইবা অৱকাশ তোৰ দুইটাই

আছে । এতিয়া ভয়ে কচোন স্বাধীনতাৰ পিচত তয়েইবা কি পালি ।"

ল'ৰাটোৱে কোৱা প্ৰতিটো শব্দই বুঢ়াৰ গা বিন্ধিছিল । সি তলমূৰ হৈ থাকিয়েই ল'ৰাটোৰ কথাখিনি শুনিলে । সি নিজে ক'ৰ নোৱাৰাকৈয়ে তাৰ দৃষ্টি গাৰ ফটা চোলাটোৰ ওপৰেৰে পাৰ হৈ গ'ল । চোলাটো কেতিয়াবাই বনোৱা আছিল । আগতে বাহিৰলৈ ক'ৰবালৈ গলেহে সি এই চোলাটো পিন্ধিছিল । পিচত ঘূৰি আহি-য়েই পুনৰ আগৰ ভাঁজে ভাজে জাপি এৰাতি গাৰুৰ তলত ৰাখিহে টিনৰ বাকচটোত সুমুৱাই থৈছিল । এতিয়া সৰু পুতেকে চাকৰি পোৱাৰ পিচত বুঢ়াৰ অনিচ্ছাস্বত্বেও নতুন কামিজ এটা দিয়াৰ পাছত সি এই পুৰণি কামিজটো ঘৰতে পিন্ধিব লৈছিল । চোলা-টোলৈ চোৱাৰ লগে লগে তাৰ সকলোবোৰ মনত পৰি গ'ল ।

বুঢ়াই লাহে লাহে ল'ৰাটোলৈ চালে । লৰাটোৱেও তাৰ ফালে চাই থকা দেখি সি অপ্ৰতিভ হৈ গ'ল । নিজৰ দুৰ্বলতাখিনি ঢাকিবলৈ বুলি লৰালৰিকৈ সি লুইতলৈ চালে । তাৰ পিচত দুৰ্বল-ভাৱে সি কৈ উঠিল, "নাই অ,' সেইবোৰ কথা মনলৈয়ে নাহে দেখোন ।"

বুঢ়াই আৰু কিবা ক'ব খুজিছিল যদিও ল'ৰাটোৱে মুখ ঘূৰাই দিয়া দেখি ক'বলৈ সাহস নকৰিলে । আচলতে বুঢ়াৰ কথাত ল'ৰাটো একেবাৰে সন্তুষ্ট হোৱা নাছিল । বুঢ়াৰ দুৰ্বলতাখিনিৰ উমান সি ঠিকেই পাইছিল । তাৰোপৰি প্ৰবাহমান চিন্তাৰ সোঁত সি ইতিমধ্যে ভালদৰে অনুধাবন কৰিছিল । সেয়েহে সি এইবাৰ দীপ্ত কণ্ঠেৰে ক'লে, "তই যি নক'লেও এটা কথা ঠিক, ককা, কিছুমান বিশেষ মুহূৰ্তত এনেবোৰ চিন্তাই তোক নিশ্চয় হেচুকি ধৰে । যিমান চেষ্টা নকৰিলেও সেইবোৰক তই ঠেলি পঠিয়াব নোৱাৰ ; তই সেইবোৰ ভাবিবলৈ বাধ্য ।"

ল'ৰাটোৰ কথাত বুঢ়া সচকিত হৈ উঠিল । নিজে ফাঁকি দি ধৰা পৰি যোৱা বাবে তাৰ লাজো লাগিছিল । সেয়েহে ল'ৰা-টোৱে কথাখিনি শেষ কৰাৰ লগে লগে সি তাৰ মুখলৈ আশ্চৰ্য-ভৰা চাৱনিৰে চাইছিল যদিও পিচ মুহূৰ্ততে মুখ ঘূৰাই সি লুই-তলৈ চাইছিল । লুইতৰ অবধাৰিত সোঁতৰ দৰেই তাৰ মনতো এটাৰ পিচত আন এটাকৈ নানা ধৰণৰ ভাববোৰৰ অবিচ্ছিন্ন সোঁত তেতিয়াও বৈ আছিল ।

সঁচা কথা কবলৈ হলে আজি-কালি নিৰ্জন মুহূৰ্তবোৰত

সমগোত্ৰীয় চিন্তাবোৰে বুঢ়াক প্ৰায়ে জুমুৰি দি ধৰে। তাৰ জীৱনৰ বিগত দিনবোৰ আজি এই বিয়লি বেলাত বহি বিশ্লেষণ কৰিব খুজিলেই আনুষাঙ্গিক ভাবে চিন্তাবোৰ আহি যায়—সি নভবাকৈ থাকিব নোৱাৰে। স্বৰাজৰ আন্দোলনত সিহঁতৰ ঘৰৰ আটাইকেইজনেই কম-বেছি পৰিমাণে লাগিছিল; আনকি সিহঁতৰ পিতাকে নিজে সিহঁতক আগবঢ়াই দিছিল। আন দহজনৰ দৰে চিপাহীৰ হাণ্টাৰৰ কোব সিও খাব লগা হৈছিল যদিও জেলত সোমাবলগীয়া হোৱা নাছিল। সিহঁতৰ পিতাকেহে এবাৰ জেলত সোমাব লগীয়া হৈছিল। সিহঁতৰ পিতাকক যেতিয়া চিপাহীয়ে বান্ধি নিয়ে তেতিয়া আনে কিবা ভাবক-নাভাবক, সি কিন্তু গর্ব অনুভব কৰিছিল কিয়নো সিহঁতৰ পিতাকেই সিহঁতক কৈছিল দেশৰ কাৰণে মৃত্যু বৰণ কৰোতে হেনো আনন্দ আছে। সঁচাকৈয়ে তেতিয়া সি খুবেই আশা কৰিছিল। স্বৰাজৰ পিচৰ মুকলিমুৰীয়া স্বচ্ছল জীৱনৰ সপোনে ডেকা ৰসেশ্বৰক আন্দোলনত দুগুণ উদ্যমেৰে লাগিবলৈ অনুপ্ৰেৰণা যোগাইছিল। সেই সময়ত গান্ধী টুপী আৰু খদ্দৰৰ কাপোৰ পিন্ধা কোনোবা গাওঁলৈ আহিলেই ৰসেশ্বৰহঁতে আগুৰি ধৰিছিল—আন্দোলনৰ বিষয়ে শুনিবলৈ, জানিবলৈ। গোটেই ভাৰতবৰ্ষতে বিপ্লবৰ জুই কেনেদৰে বিয়পি পৰিছিল সিহঁতে তেনেকুৱা মানুহবিলাকৰ পৰাই তেতিয়া জানি লৈছিল। সেই মানুহবিলাক যে কেনেকুৱা দুৰন্ত আছিল। ভয় কেনেকুৱা বস্তু তেওঁলোকে নাজানিছিলেই। দিনে-ৰাতিয়ে হাবিয়ে-জংগলে ঘুৰি ফুৰি দেশৰ বিভিন্ন ঠাইত আন্দোলনৰ জুই জ্বলাই দিছিল। পিচলৈ অৱশ্যে ৰসেশ্বৰহঁতেও তেনেদৰে ঘুৰিব লগা হৈছিল। তেনেদৰে ঘুৰি ফুৰিবলৈ সিও ভালেই পাইছিল! সিহঁতৰ লগৰ এজনেহে পিচে প্ৰায়ে গোলমাল লগাব ধৰিছিল। সেইজন আছিল এজন বামুনৰ ল'ৰা। ল'ৰাটো আন সকলো দিশৰ পৰা ঠিকেই আছিল যদিও ভূতৰ প্ৰতি ভয়তো অলপ বেছি আছিল। ল'ৰাটো আকৌ উৎসাহিও আছিল—সকলোবোৰ কামতেই অংশ লব বিচাৰিছিল। ৰসেশ্বৰহঁতেও খুব প্ৰয়োজন হলেহে তাক লগত নিছিল যদিও তাক লগত নিলেই প্ৰায়ে অথন্তৰ ঘটিছিল। ৰাতিৰ আন্ধাৰত গাৰ কাপোৰখন কাষৰে জোপোহাত লাগি ধৰিলেও সি ভয়তে 'ভূত, ভূত' বুলি ৰসেশ্বৰৰ হাত সাবট মাৰি ধৰিছিল। আকৌ

মাজৰাতি হাবিৰ মাজেৰে গৈ থাকোতেই কোনোবাই যদি ধেমালিতে তাৰ ডিঙিত হাত ফুৰাই দিছিল তেতিয়াতো কথা বিষয়েই আছিল।

ৰসেশ্বৰৰ মনত আছে বিশেষ কাৰণবশতঃ সিহঁত আটাইকেইজনেই এদিন এখন শ্মশানৰ মাজেৰে যাব লগা হৈছিল। সকলোৰে ভয়—তাত হেনো নিশা জুই ওলায়, তথাপিও ৰসেশ্বৰৰ সাহসতে সিহঁত ওলাল। কিছুদূৰ যোৱাৰ পিছতে হঠাত সিহঁতে শ্মশানৰ কাষৰে খেজেপনি এটুকুৰাত ধুনীয়াকৈ জ্বলি থকা জুই একুৰা দেখিলে। ৰসেশ্বৰৰ ভয় লাগিব ধৰিছিল যদিও সি ভয় ভাবটোক হেচুকি ৰাখিব পাৰিছিল কিয়নো সি জানিছিল, এইবিলাকক ভয় কৰিব নালাগে নাইবা ভয়তে দৌৰিবও নালাগে। লগৰ কেইজনে ইতিমধ্যে 'ৰাম, ৰাম, হৰি হৰি' সুৰ্বিব আৰম্ভ কৰিছিল। বামুনৰ ল'ৰাজনৰ আকৌ অৱস্থা কাহিলেই আছিল। প্ৰথমতে সি লগুণডালত ধৰি ৰিবৰিবকৈ কিবা মাতি আছিল যদিও একোৱে কাম নকৰা দেখি কোনোৰে তৰ্কিব নোৱাৰাকৈ এটা সময়ত উলটি ভিৰভিৰাই দৌৰ দিছিল। লগে লগে জুই কুৰাও তাৰ পাছে পাছে গৈছিল। ৰসেশ্বৰহঁত তেতিয়া কিং কৰ্তব্য বিমূঢ়; বামুণৰ ল'ৰাৰ অৱস্থাতো তেনেই ঘাইল। বেচেৰাই দৌৰি দৌৰি এবাৰ ধাচকৈ পৰি গৈছিল। অৱশ্যে জুইকুৰাও তেতিয়া নুমাইছিল। তাৰ পাছতেই ৰসেশ্বৰহঁতে তাক ডাংকোলাকৈ আনি পানী ঢালি ঢালিহে সংজ্ঞা ঘূৰাই আনিছিল। ৰসেশ্বৰৰ ভালদৰেই মনত আছে, সিহঁতে তথাপিও সিদিনাই সিহঁতৰ কাম সম্পাদন কৰিছিল। সাময়িক দুৰ্ঘটনায়ো সিহঁতক সিহঁতৰ কাৰ্য সম্পাদনৰ পৰা নিবাৰিত কৰিব পৰা নাছিল। সিহঁতৰ গাৰ্ডলৈ আহি থকা সেই নেতাসকলৰ দৰে সিহঁতো ক্ৰমান্বয়ে দূৰন্ত সাহসী হৈ উঠিছিল। বুঢ়াৰ মনত পৰে, সেই ভাহানিতেই তেনেকুৱা নেতা এজনে তেজোদ্দীপ্ত ভঙ্গীৰে এদিন কৈছিল, 'আমি মৃত্যুক জয় কৰিছো—দেশৰ কাৰণে আমি আমাৰ শিৰ কাহানিবাই আগবঢ়াই থৈছো। গতিকে ভয় আমাৰ বাবে অমূলক। ...আমি সংগ্ৰাম কৰিছো বৃটিছ সাম্ৰাজ্যবাদৰ (?) বিৰুদ্ধে। আমি আমাৰ দেশ সেইসকলৰ কবলৰ পৰা মুক্ত কৰিবই লাগিব। আমাৰ দেশৰ শাসনভাৰ দেশীয় জনগণৰ হাতলৈ আনিবই লাগিব। আমাৰ দেশৰ জনগণৰ ওপৰত জাপি দিয়া

শোষণৰ ওৰ পেলাবই লাগিব।' ৰসেশ্বৰে প্ৰথমতে এনেকুৱা কথা-বোৰৰ অৰ্থ মাথা-মুণ্ড একো বুজি পোৱা নাছিল যদিও পিচলৈ সেইবোৰ শব্দৰ লৈতে ভালদৰেই পৰিচিত হৈছিল।

সেয়া প্ৰধানকৈ ৰসেশ্বৰৰ পিতাকৰ মৃত্যুৰ আগৰ কথা। পিতাকৰ মৃত্যুৰ পাছতো সি আন্দোলনত যোগ নিদিয়াকৈ থকা নাছিল। সেই সময়ত তুমুল মানসিক অন্তৰ্দ্বন্দ্বৰ মাজতো সি মাজে সময়ে আন্দোলনত যোগ দিছিল। আন্দোলনৰ মাজেৰে হয়তো সি জীবনৰ যাতনা পাহৰিব বিচাৰিছিল। স্বৰাজৰ তিনি নে চাৰি বছৰ পিচত ডিব্ৰুগড়ৰ এই বিশেষ ঠাই টুকুৰালৈ আহিও চাহ বনুৱা হৈও নতুন গাওঁ ৰচনাত নিয়োগ কৰা শ্ৰমৰ আঁৰত নিশ্চয় এই যাতনা-খিনিও আছিল। প্ৰকৃতপক্ষে স্বৰাজৰ পিচৰ সেই চাৰি বছৰ প্ৰতিজন ভাৰতীয়ৰ বাবে চাৰিদিন যেন লাগিলেও ৰসেশ্বৰৰ বাবে ই সুদীৰ্ঘ আছিল, কিয়নো নিতান্তই পাৰিবাৰিক সংঘাতে তাক নিঠৰুৱা কৰি তুলিছিল। অৱশ্যে পাৰিবাৰিক সংঘাতৰ কথা বুঢ়াৰ মনলৈ এতিয়া আৰু তেনেকৈ নাহে—এতিয়া প্ৰায়ে আহি থকা আন এক ধৰণৰ ৰিক্তভাৱে সকলোখিনি সাঙুৰি লৈছে—যেন সেই সকলোবোৰ এটি মিঠা অথচ দুস্বাদু সপোন আছিল—যাৰ আমেজ এতিয়া আৰু নাই।

ল'ৰাটোৱে বুঢ়াৰ মনোকষ্টখিনি অনুভৱ কৰিলে। বুঢ়া তেনেই মৌন হৈ পৰা দেখি সি মাত লগালে, "ককা!" সি যথা-সম্ভৱ তাৰ স্বাভাৱিক কোমলতাৰে বুঢ়াক মাতিছিল।

"হু...!" বুঢ়াই যেন টোপনিৰ পৰাহে সাৰ পালে।

"কি ভাবিছ?"

"হু. , . . নাই, একো ভবা নাই,"

ল'ৰাটোৰ দুয়ো ওঠেৰে দুষ্টালিপূৰ্ণ হাঁহি এটি বাগৰি গ'ল। সি ক'লে, "তই কি ভাবিছ মই কিন্তু জানো।"

"হু। জান?" বুঢ়াই চকিত দৃষ্টিৰে ল'ৰাটোলৈ চালে। ল'ৰা-টোৰ চকুত তাৰ নিজৰ দুৰ্বলতাখিনি পুনৰ ধৰা পৰা বুলি সি ভাবিছিল।

"অ, জানোতোন," ল'ৰাটোৱে টপৰাই ক'লে। "কৈ দিম নেকি এতিয়াই?"

বুঢ়াই মুখ ঘূৰাই লুইতলৈ চালে। লগে লগে সি এবাৰ

দীঘলকৈ উশাহ লৈ ক'লে, "নালাগেদে, জ্ঞান যদি তোৰ লগতেই থাকক।" বুঢ়াই প্ৰকৃততে ক্লান্তি বোধ কৰিছিল।

ল'ৰাটোৱেও বুঢ়াক আৰু একো শুনাব নুখুজিলে, কিয়নো বুঢ়াৰ মানসিক অন্তৰ্দ্বন্দ্ব সি ভালদৰেই অনুধাবন কৰিব পাৰিছিল। স্বাধীন দেশৰ নাগৰিক বুলি গৌৰব কৰি থাকিও বুঢ়াৰ দৰে মানুহবোৰে যে পদে পদে উজুটি খাব লগা হৈছে সেয়া বুঢ়াই উপলব্ধি কৰিব পৰা বুলি সি আগতেই গম পাইছিল। বুঢ়াৰ ভাব ভংগীত এতিয়া তাৰেই প্ৰতিফলন দেখি তাৰ ভালো লাগিছিল। সি জানে, এই মানুহবোৰে স্বাধীন দেশখনক সদায়ে সন্মান কৰে। কিন্তু সেইবুলিয়েতো সিহঁতে পেটত গাঠি দি থাকিব নোৱাৰে। সিহঁতৰ গাওঁবে ৰংমন হতেও সিহঁতৰ স্বাধীন দেশখনক ভাল পায়; কিন্তু সিহঁতৰো একোটা পেট আছে—জীয়াই থাকিবলৈ সিহঁতকো আহাৰ লাগে। সেয়েহে বহি থাকো বুলিলেও সিহঁতে বহি থাকিব নোৱাৰে, স্ফুৰ্তি কৰো বুলিলেও সিহঁতে কৰিব নোৱাৰে। সি নিজ চকুৰেই দেখিছে যোৱাবাৰ পোন্ধৰ আগষ্টৰ দিনাখন আজলী পুৱাতেই ফিকা চাহ এঢোক খাই ৰংমনে হাতত দাখন লৈ চহৰলৈ ওলোৱা। কামৰ ভিতৰত সিদিনা তাৰ আছিল চহৰত গৈ মন্ত্ৰীয়ে যিখন পথাৰত জাতীয় পতাকা তোলা আৰু সৰু সৰু ল'ৰা-ছোৱালীৰ খেল উদ্বোধন কৰা কথা, তাতে খেল চলোৱাৰ সুবিধাৰ বাবে কিছুমান কাম কৰি দিয়া। তাৰে আগদিনাই অৱশ্যে সেই বৃহৎ পথাৰখনৰ এমূৰে আন কিছুমান বনুৱাৰ লগত সিও বক্তৃতা মঞ্চখন সজাৰ উপৰিও পতাকা তোলা ঠাইডোখৰ সজাইছিল। ৰংমনৰ ঘৰত কিন্তু তাৰে তিনি-চাৰি দিন মান আগৰেপৰা গাওঁৰে পঢ়াশালিখনত পঢ়া তাৰ ল'ৰা-ছোৱালীহালে ইউনিফৰ্মৰ বাবে তাক খেচখেচাই আছিল, কিয়নো স্বাধীনতা দিবসত গাঁৱলীয়া স্কুলখনৰ ল'ৰা-ছোৱালীবোৰেও চহৰত গৈ মন্ত্ৰীৰ অনুষ্ঠানত যোগ দিয়া কথা। ইউনিফৰ্ম নহলে শিক্ষকে ছাত্ৰ-ছাত্ৰীবোৰক সেইমুৱা হ'বলৈকে মানা কৰিছে। কিন্তু ইউনিফৰ্ম পিন্ধাবলৈ ৰংমনকতো টকা লাগিব। তাতে আকৌ বস্ত্ৰ-বাহানিৰ আজি-কালি যিহে দাম! লাগ বুলিলেই সি টকা পঞ্চাশটা পায়নো ক'ত? কিন্তু তাৰ সৰু সৰু ল'ৰা-ছোৱালীহালেতো আৰু সেয়া নুবুজে! স্কুলত শিক্ষকে কোৱাৰ খিচৰপৰাই সিহঁতে ঘৰত খেচখেচাবলৈ আৰম্ভ কৰি দিছিল।

প্ৰথমতে ৰংমনৰ ধৈৰ্যৰ বান্ধ ঠিকেই আছিল ; কিন্তু স্বাধীনতা দিৱসৰ আগদিনাহে সেই বান্ধ ছিগি গৈছিল । সেইদিনা আচলতে দিনটো প্ৰায় অনাহাৰত ৰাতি বহুত দেৰিলৈকে কাম কৰিব লগা হোৱাত তাৰ মগজ গৰম হৈয়ে আছিল । তাতে আকৌ পইচাও সি সম্পূৰ্ণকৈ পোৱা নাছিল । সেই মুহূৰ্ততে ল'ৰা-ছোৱালীহালে খেচখেচাবলৈ অহাত সি দুয়োটাকে কাণফলা চৰ দুটামান শোধাই দিছিল । সেই চৰ খায়েই ল'ৰা-ছোৱালীহাল নিস্তব্ধ হৈ গৈছিল । দুয়োটাই একো নোখোৱাকৈয়ে বিচনাৰ ওপৰত ফেঁকুৰি ফেঁকুৰি এসময়ত টোপনি গৈছিল । সেইদিনা ৰংমনেও যে আৰামকৈ খাবশুব পাৰিছিল তেনে নহয় । সিয়ো একো খোৱা নাছিল আৰু ল'ৰা-ছোৱালী দুটাৰ টোপনি অহা অনুমান কৰি সিহঁত দুটাৰ কাষতে শুই পৰিছিল । বেচেৰাই গোটেই ৰাতিটো কিবা এক যন্ত্ৰণাত চটফটাই কটাইছিল । সিহঁত এটায়ো একো নোখোৱা বাবে ঘৰৰ তিৰোতা জনীয়েনো আৰু কোন সতে খাব ? তায়ো ল'ৰা-ছোৱালী দুটাক সাবটি ধৰি শুই পৰিছিল যদিও চকুত টোপনি নাছিল ।

পিচদিনা অৰ্থাৎ পোন্ধৰ আগষ্টৰ দিনা ৰংমনে খুব পুৱাতেই ওলাই যোৱাৰ পাছতেই ল'ৰা-ছোৱালীহালে সাৰ পাই বিচনাৰ ওপৰতেই দুয়োৱে দুয়োৰে মুখলৈ বহুত সময় অবাক হৈ একেথৰে চাই আছিল । পিচত বিচনাৰপৰা পদূলি মুখত থিয় হৈ লগৰ ল'ৰা-ছোৱালীবোৰে বগা চোলা, নীলা পেণ্ট পিন্ধি নাচি-বাগি স্কুললৈ যোৱা সিহঁত দুয়োটাই চাই আছিল । কিছু সময় পাছত হঠাতে ল'ৰাটোৰ জানো কি মন গৈছিল—ঘৰৰ ভিতৰৰপৰা ৰঙা কাপোৰ এটুকুৰা বিচাৰি আনি মাৰি এডালৰ এমূৰে বান্ধি সিহঁতৰ পতাকা বনাই দুয়োৰে 'ইনকিলাব জিন্দাবাদ' ধ্বনিৰে চোতালৰ চাৰিওফালে ঘূৰিব ধৰিছিল । ল'ৰা-ছোৱালীহালে তেনেদৰে স্বাধীনতা দিবসৰ খেল খেলি থকা দৃশ্যটো ল'ৰাটোৱে সিদিনা বহু সময় ধৰি সিহঁতৰ ঘৰৰ সন্মুখৰপৰা চাই আছিল । মনলৈ তাৰ বহুতো কথাই আহিছিল ।

ল'ৰাটোৱে ভাবিলে, ৰংমনৰ ল'ৰা-ছোৱালী দুটিও এদিন নিশ্চয় ডাঙৰ হ'ব । টকাৰ অভাবত পিতাকৰ সোঁহাত হ'ব নালাগিলে লিখা-পঢ়াও নিশ্চয় কিছু শিকিব । দুয়োটাৰে পঢ়া-শুনাত একাগ্ৰতা

থকা কথাটো সি প্ৰথমতেই গম পাইছিল। সেয়েহে তাৰ বিশ্বাস আছে, উপযুক্ত সুযোগ-সুবিধা পালে দুয়োটাই আনৰ চকু থিয় হ'ব পৰাকৈ বহুত কিবা-কিবিয়েই কৰিব পাৰিব; কিন্তু তেতিয়ালৈ সিহঁতৰ ধ্যান-ধাৰণা বা কেনেকুৱা হৈ থাকে।

'সেইটো নিশ্চয় এতিয়াই ক'ব পৰা নাযায়,' ল'ৰাটোৱে নিজকে নিজে ক'লে। এইটো ঠিক, সিহঁতে পূৰ্বপুৰুষৰপৰা উপযুক্ত পথ চিনি লব লাগিব। মাথো নিৰ্বাচনৰ ভৱিষ্যতে গাদীৰ ধান্দাত থকা খোলাধাৰীসকলৰ দৰে হলেতো আৰু নচলিব। সেইচামৰ দিন গ'ল—বুঢ়াহঁতেই সিহঁতৰ শেষ সীমা। বুঢ়াহঁতৰ অজ্ঞতাৰ বাবেই সিহঁতবে জীৱনক লৈ সিহঁতে ইমানদিনে হেতালি খেলি আছিল। আশ্বাসৰ জুইকুৰা পুৱাওঁতে পুৱাওঁতে বুঢ়াৰ নিচিনা মানুহবোৰ লাহে লাহে তিতিমুৰীয়া হৈহে গ'ল। সি বুঢ়ালৈ চালে। বুঢ়াই সেই সময়ত একাগ্ৰতাৰে লুইতলৈ চাই আছিল। নিজৰ চাৰিবেৰৰ ভিতৰতে সি কিবা-কিবি ভাবি আছিল। বুঢ়াৰ সেই একাগ্ৰতা ভাঙি দিবলৈ তাৰ ভাল নালাগিল। ক্ষন্তেক আগতে খোৱা বুঢ়াৰ মনোকষ্টখিনিৰ প্ৰতিও সি সজাগ আছিল। সিও বুঢ়াৰ দৃষ্টি অনুসৰণ কৰি নদীৰ পানীলৈ চালে—চিৰাচৰিত ভাবে অনবিচ্ছিন্ন সোঁতেৰে লুইত বৈ আছিল। সেই সোঁতৰ যেন আদি নাই, অন্ত নাই—অতীব স্বচ্ছল।

ল'ৰাটোৰ ফালে বুঢ়াই হঠাতে মুৰ দাঙি চালে। তাৰ মনত ল'ৰাটোৰ নিষ্ঠুৰ অথচ সত্য কথাখিনিয়ে ক্ৰিয়া কৰি আছিল। কোনো উত্তৰ দিহ নাপাই সি তাৰ সাধাৰণ বিশ্বাসেৰে সকলো ভগৱানৰ ওপৰতে জাপি দিব বিচাৰিছিল। সি হঠাতে মাত লগালে, "ভাইটি।"

"কিবা কবি?" ল'ৰাটোৱে বুঢ়ালৈ চাই ক'লে।

"বিধাতাজন অন্ধ নহয়, বুজিছ, কণা। তেওঁ এতিয়া কণা চকুটোকে আমাৰ ফালে ৰাখিছে? তেওঁৰ মহিমা কোনে বুজে? তেওঁ যি কৰে সকলো ভালৰ বাবেই কৰে। কিজানি আমাৰ ভালৰ বাবেই আমাক তেওঁ এনেকৈ ৰাখিছে।

ল'ৰাটোৱে বুঢ়াৰ কথাত একো নামাতিলে। আচলতে বিধাতা-ভগৱান এইসব কথাৰে তাৰ ৰাহি-যোৱা নাহে। সি জানে, ভগবান বিধাতা এইসব বিশ্বাস মাথো; ইয়াত কোনো যুক্তি নাই।

আৰু বুধিয়ক মানুহবোৰে সেইবাবেই কয়, 'বিশ্বাসে মিলয় হৰি তৰ্কে বহদূৰ'। আকৌ পূজা-পাতালবোৰ তেনেই ব্যবসায় মাত্ৰ; ঈশ্বৰ এটা শ্ৰেণীৰ হাতৰ মুঠিত। ঈশ্বৰক তেওঁলোকে যেনেদৰে সজাইছে, ঈশ্বৰেও তেনেকুৱা ৰূপেই লৈছে। এইবোৰ মানুহৰ বিশ্বাস বাবেই ঈশ্বৰো মানুহৰ নিচিনা। আজি যদি গৰু-ছাগলী নাইবা বাঘ-সিংহয়ো ঈশ্বৰ বিশ্বাস কৰিলেহেতেন, তেন্তে মানুহৰ বাবে সেয়া কম পৰিতাপৰ বিষয় হ'লহেঁতেননে? কথাখিনি ভাবি নিজকে নিজে হাঁহি উঠিল। হঠাতে তাৰ মনত পৰি গ'ল তাৰ বন্ধু ৰাজেনে অঁকা দুৰ্গা পূজাৰ প্ৰতিমাৰ আধুনিক মডেলটোৰ কথা। ছবিখনত দুৰ্গা, লক্ষ্মী, সৰস্বতী আটাই কেইজনীকে বব্ কাট্ চুলি আৰু আলট্ৰামডাৰ্ণ পেণ্ট-ছাৰ্টেৰে 'ডিস্কো-গাৰ্ল' সজাই দিছিল; কাৰ্তিক গণেশৰতো আৰু কথাই নাই—শেহতীয়া বোলছবিৰ অনুকৰণেৰে পেণ্ট-ছাৰ্ট লগাই মূৰত এবোজা চুলি আৰু মুখত একোচা দাড়িৰে প্ৰতিজনেই একোজন 'কাও-বয়'। আনহাতে মহিষাসুৰজন আছিল আঠুৱনীয়া ধুতিৰে তেনেই লিকটা, কেঁকেহুৱা অসমীয়া এজন। আটাইখিনি তাৰ মনত নাই; তাৰ মনত আছে ছবিখনত মহাদেৱক সজাই দিয়া হৈছিল গাঁওলীয়া শিক্ষক এজনৰ ৰূপত। ছবিটোৰ ওপৰত লিখি দিয়া হৈছিল এনেকৈ—'শিক্ষক কেতিয়াও নমৰে'। আনহাতে মহাদেৱৰ ডম্বৰুটো এফালে ফুটাকৈ অঁকা হৈছিল। ছবিখন মনতে কল্পনা কৰি লৈ সি নিজে নিজে হাঁহি উঠিল।

'মানুহবোৰ যে কল্পনা আৰু!' সি নিজকে নিজে ক'লে। সি জানে, বুঢ়াক এই কথাখিনি ক'লে তাৰ বিশ্বাসত আঘাত লাগিব। মুখেৰে একো নকলেও সি ভাবিব দিন-কাল সলনি হোৱা বুলি, মানুহবোৰ নাস্তিক হৈ যোৱা বুলি, গুৰু-গোসাই একো নমনা হোৱা বুলি। নাভাবিবই বা কিয়? বুঢ়াৰ আচল দিনকেইটা তেনেকৈয়েই পাৰ হৈ গ'ল। এতিয়া জীৱনৰ বিয়লি বেলাত সেইবোৰ বিশ্বাস আঁতৰোৱা ইমান সহজ নহয়, নাইবা বিশ্বাস নকৰো বুলিলেও সি নকৰাকৈ থাকিব নোৱাৰে। ল'ৰাটোৱে সেয়া বুজি পায় আৰু সেয়েহে সেইবিলাক কথাৰ বকলা মেলি মিছাকৈয়ে বুঢ়াৰ মনোকষ্ট বঢ়োৱাৰ প্ৰয়োজন বোধ সি নকৰিলে।

ল'ৰাটোৰে যি নাভাবিলেও বুঢ়া ৷তিয়া তাতকৈ মানসিক-ভাবে বহু অভিৰত আছিল। সি ভাবিছিল মানুহৰ আচৰিত ক্ৰিয়া-কলাপৰ কথা। সকলোৰে জানে এই অসাৰ সংসাৰখনত বস্তুৰেই স্থায়ী নহয়; তথাপিও মানুহবোৰে কিয় যে ভূমি-সম্পত্তিৰ বাবে কাও-বাও কৰি মৰে সি ভাবি নাপায়। তাৰোপৰি মানুহবিলাকৰ পৰস্পৰৰ মাজৰ হিংসা-দ্বেষ, খিয়লা-খিয়লি ভাববোৰো তাৰ মুঠেই সহ্য নহয়। বকৰাৰ জীয়েক জনীয়ে যদি ভাল দৰা পালে, ওচৰৰে চৌধুৰীয়ানীৰ লাগিল হিংসা। হাজৰিকাৰ ল'ৰাটো যদি পৰীক্ষাত প্ৰথম হ'ল তেন্তে সেইফালে শইকীয়ানীয়ে নিজৰ ফেল কৰা ল'ৰাটোৰ মূৰত থোকোনা কেইটামান শোধাই গালি দিছে, "চা, গৰু, একেলগে পঢ়া ল'ৰা নহয়, তই ফেল কৰিলি কিয়? সিহঁতেনো কি ঘিউ-মৌ সোপা খাই পৰীক্ষা দিছিল? হুহ! বংশ ভাল হলেহে ল'ৰা ভাল হবি।...চাবি, আজিৰ পৰা যদি সিহঁতৰ ঘৰলৈ যাব।" পিচত আকৌ শইকীয়ানীয়ে ওচৰৰ শৰ্মানীক খেদেৰে কৈছে, "এহ! হাজৰিকাৰ ল'ৰাটো প্ৰথম নহ'বই বা কিয়! তাক ঘৰত শিকোৱা শিক্ষকজনে হেনো সব অংক আগতেই কৈ দিলে।" বুঢ়াই প্ৰকৃততে এনেকুৱা স্বভাববোৰ সহ্য কৰিব নোৱাৰে। আকৌ "হামাৰ ধৰম মতেতো পিপ্ৰাভী মাৰিবাৰ নাপায়" বুলি কৈ ৰাতি চাউল-দাইল-তেল-চেনি আদিত ভেজাল মিহলোৱা হেজাৰ-হেজাৰ নৰ-নাৰীৰ প্ৰাণ লোৱা সেইচাম ব্যবসায়ীক বুঢ়াই আৰু কোনোমতেই ক্ষমা কৰিব নোৱাৰে। এনেকুৱা মানুহবোৰ লুইতৰ পাৰত বসবাস কৰাৰেই উপযুক্ত নহয় বুলি সি ভাবে। মানুহবোৰে এনেকুৱা মনোভাব লৈ লুইতকেই যেন অপমান কৰিছে। লুইতৰ দৰে বিশাল তথা মহিমামণ্ডিত নৈ এখন্ বুকুৰ মাজত ৰাখি চাৰিওকাষৰ মানুহবোৰ কেনেকৈ যে ইমান সংকীৰ্ণ হ'ব পাৰে সি ভাবি নাপায়।

বুঢ়াই লুইতৰ প্ৰতি এক ধৰণৰ আকৰ্ষণ অনুভৱ কৰিছিল—যেনেকুৱা আকৰ্ষণ গাভৈখনৰ প্ৰতি আছে, তাৰ মৰমৰ ভাইটিৰ প্ৰতি আছে। এক কথাত সি ল'ৰাটোক তাৰ নিজৰ ল'ৰা-ছোৱালীতকৈও বহুগুণে বেছি ভাল পায়। সি আবেগজড়িতভাবে মাতিলে, "ভাইটি।"

"হু," ল'ৰাটোৱে সহাঁৰি দিলে।

"এবাৰ লুইতলৈ চাচোন, "বুঢ়াই লুইতলৈ চাই থাকিয়েই ক'লে।

"কিয় ?" সি ক'লে যদিও বুঢ়াৰ কথামতে লুইতলৈ চালে। লুইতৰ ঘোলা পানীৰ সোঁত আগৰ দৰেই অবিৰামভাবে বৈ আছিল।

"চাচোন, লুইতখন কিমান বহল," বুঢ়াই কৈ থাকিল। কিমান বছৰ যে লুইতৰ ওপৰেদি বাগৰি গ'ল ; তথাপিও ই সেই একেদৰেই আছে। যোৱা বৰ ভুইকঁপৰ কথা জান নহয়— সেই যে গোটেই অসমখনকে জোকাৰি দিছিল......"

"তই পঞ্চাশৰ ভুইকঁপৰ কথা কৈছতো ?"

"অ, সেইটোৰেই—সেইবাৰ দেশখনৰ যথেষ্ট ক্ষতি হৈছিলে নহয়......"

"জানো, সেই ভুইকঁপটোৰ কথা ভালদৰেই জানো—ককা-দেউতা আৰু আইতা দুয়োজনেই আগতে কৈছিলে। সেই ভুই-কঁপত পোন্ধৰ হাজাৰ বৰ্গমাইল জুৰি ক্ষয়-ক্ষতি হৈছিলে।"

"অ'," বুঢ়াই ল'ৰাটোৰে দিয়া পৰিসংখ্যালৈ সিমান গুৰুত্ব নিদি ক'লে, "প্ৰকৃততে সেই বৰ ভুইকঁপেও বিশাল লুইতখনৰ একো অন্যায় কৰিব নোৱাৰিলে। সেই একেই সোঁত, একেই গতি—একেই চপলতাৰে লুইত আজিও বৈ আছে। জান, লুইতেই মোৰ প্ৰাণ।" কথাখিনি কৈ বুঢ়াই দীঘলকৈ এবাৰ উশাহ ললে আৰু সিচত পুনৰ ক'লে, "মানুহৰ মনবোৰো যদি একেকুৰা বহল হ'লহেতেন।"

বুঢ়াৰ কথাৰ অন্তৰ্নিহিত সত্যতাখিনি ল'ৰাটোৱে উপলব্ধি কৰিলে ; কিন্তু আজিৰ পৃথিবী অতি জটিল। মানুহৰ মন ব্ৰহ্মপুত্ৰৰ লগত বিজাব যোৱাটো আজি-কালিৰ যুগত নিতান্তই ভাব প্ৰৱণতাৰ পৰিচায়কহে ; ব্যবহাৰিক ক্ষেত্ৰত ইয়াৰ চিহ্নমাত্ৰও নাই। বুঢ়াৰ কথা অবশ্যে সুকীয়া—তাক এটি ভিন যুগৰ মানুহ বুলিয়েই ক'ব পাৰি। সাম্ৰাজ্যবাদীৰ গৰাহত থাকিলেও সাধাৰণ মানুহৰ মাজত মানবতা তেতিয়াও অৱশিষ্ট আছিল। আকৌ ৰসেশ্বৰ আছিল ভিতৰুৱা গাওঁ এখনত প্ৰতিপালিত হৈ অহা ব্যক্তি— লুক-ঢাক বা গোপনীয়তা সিহঁতৰ চাৰিত্ৰিক বৈশিষ্ট্য নহয়। কাৰোবাৰ ভাল দেখিলে উচ্চস্বৰে প্ৰশংসা কৰা, নাইবা বেয়া দেখিলে মুখৰ আগতে খোলাখুলিভাবে কৈ দিয়া সিহঁতৰ চৰিত্ৰৰ

অন্যতম দিশ। আনহাতে আজিৰ মানুহবোৰৰ আচৰণ সম্পূৰ্ণ বিপৰীত। প্ৰতিজন মানুহেই যেন কিবা নহয় কিবা এটি মানসিক দুৰ্বলতাত ভুগিছে—সকলো যেন মানসিকভাৱে জৰাগ্ৰস্ত। সন্দেহ নাই এক ধৰণৰ নীচাত্মিকাবোধে এই মানুহবোৰক অহৰহ খুন্দি-য়াই আছে। সুদীৰ্ঘ তিনিশ বছৰীয়া দাসত্বৰ প্ৰতিক্ৰিয়াবোৰ এতিয়াহে প্ৰকট হৈ উঠিব ধৰিছে। সকলোতেই উপযুক্ত প্ৰতি-পালনৰ অভাৱ ক্ৰমে স্পষ্টৰ পৰা স্পষ্টতৰ হৈ আহিছে। মন্ত্ৰী-য়েই হওক, বা বৰ বৰ অফিচাৰেই হওক কোনো ইয়াৰ বাহিৰত নহয়। নহলে এজন মন্ত্ৰীয়ে ৰাতিৰ ভিতৰতে দল বাগৰা-বাগৰি কৰি ফুৰিব পাৰেনে? আজি অমুক দলত, কালি তমুক দলত, পৰহি আকৌ ভচুক দলত সোমাই জন-সাধাৰণৰ জীৱনক লৈ হেতালি খেলিব পাৰেনে? মানুহৰ জীৱনৰ আজি আৰু কোনো মূল্য নাই। ফুটপাথত বা অভাৰব্ৰীজৰ তলত লেৰেলা-চোপেটা লাগি মৃতপ্ৰায় হৈ থকা সেই মানুহবোৰৰ জীৱনক কোনোবাই জানো কাহানিবা মূল্য দিছে? নিজৰ গাদী সুৰক্ষিত কৰি ৰাখি-বলৈ বিদেশৰ পৰা আমদানি কৰি আনি পতন দিয়া কেৱল ভোট দিবৰ বাবেই বাচি থকা সেই মানুহবোৰকেই বা শাসকগোষ্ঠীয়ে কি মূল্য দিছে? সিহঁত বাচি থকা বাবেই বাচি আছে আৰু সিহঁত বাচি থকা বাবে সিহঁতৰ গাদীও বাচি আছে। সিহঁতৰ সুমীমাংসা কৰিবলৈকো কোনো নাই--সকলো নিজক লৈয়ে ব্যস্ত। নিৰ্বাচনত জিকিছে—এম, এল, এ হৈছে, মন্ত্ৰী হৈছে—মাহৰ মূৰত দৰমহা লৈছে—বিল্ডিং বনাইছে, গাড়ী দৌৰাইছে; বচ্। আৰু কাৰ খবৰ কোনে ৰাখে? সকলোৰে একেই কথা—লংকাত গলে সকলোৱে ৰাৱণ। এক কথাত মানুহবিলাকৰ মনবোৰ তেনেই সংকুচিত হৈ পৰিছে। লুইতৰ বিশালতাক উপহাস কৰি মৰিলেও মৰ কামোৰ নেৰা লুইতৰ চাৰিওকাষৰ মানুহবোৰ আজি তেনেই ছিন্নমূল হৈ পৰিছে। এই যুগসন্ধিৰ স্বাক্ষৰ হিচাপেই যেন ৰসে-শৰৰ বেলেগ হৈ ৰ'ল। ল'ৰাটোৱে ভাবিলে, বুঢ়া সহজ-সৰল, হোজা হোৱা বাবেই সেয়া সম্ভৱ হৈছে। বুঢ়াৰ কোনো ধৰণৰ উচ্চকাংখাই নাই—যি পাইছে তাতেই সন্তুষ্ট আছে। তাৰোপৰি মানুহৰ প্ৰতি তাৰ শ্ৰদ্ধা তথা ভালপোৱা সদায়ে বিদ্যমান। হিন্দুৱেই হওক বা মুছলমানেই হওক কাৰো প্ৰতি হিংসা-দ্বেষ

শোষণ নকৰাকৈ সকলোকে সমানভাবে লব পৰাতো নিশ্চয় তাৰ মহত্ত্বৰ পৰিচায়ক। বুঢ়াৰ এই মহত্ত্বক ল'ৰাটোৱে শ্ৰদ্ধা কৰে।

ল'ৰাটোৱে বুঢ়ালৈ শ্ৰদ্ধা মিহলি দৃষ্টিৰে চাই ক'লে, "এটা কথা তই মন কৰিছনে ককা ?"

"কি কথা ?" বুঢ়াই বুজিব নোৱাৰি সুধিলে।

"আজিৰ এই মানুহবোৰৰ কথা..."

"অ'হ !" বুঢ়াই এটি হুমুনিয়াহ কাঢ়িলে।

"বুজিছ," ল'ৰাটোৱে কলে, "সিহঁতে টকা লৈয়ে মানুহৰ স্থান নিৰ্দ্ধাৰণ কৰে। যাৰ যিমান টকা আছে সমাজত সিয়ে সিমানেই ওখ স্থান পায়—শিক্ষা-দীক্ষাৰ কোনো মূল্যই নাই। এই মতীয়া মাৰোৱাৰীটোকে নেদেখিছনে—আগতে তাক সকলোৱে লেই-লেই, ছেই-ছেই কৰা নাছিলজানো ? এতিয়া টকাৰ ওপৰত টকা ঘটিছে নহয়—দেখিছ তাৰ পিঠিত কিমান বিষয়-বাব ওলমিছে। আনকি স্বয়ং গগৈ মন্ত্ৰীৰো তাৰ লগতহে ঘনিষ্ঠতা বেছি।"

"অ' হ'বই—নহলে গগৈ মন্ত্ৰীৰ ঘনিষ্ঠতা তোৰ-মোৰ লগত হ'ব নেকি ?"

"নহয় ঠিকেই ; কিন্তু এইটোও জানি লবি, যাৰ ওপৰত ভেটি কৰি এই বিভেদৰ সৃষ্টি হৈছে, সেই টকাবোৰো কাগজৰহে—আমাৰ বিশ্বাসৰ ওপৰতে বতি আছে। এবাৰ বিশ্বাস ভাঙিব লাগিলেই সকলো শেষ। সেইবাবেই টকাক লৈয়ে ইমান তাৰতম্য কেতিয়াও সহ্য নহয়। টকাৰ ওপৰত থিয় হ'ব পাৰিলে মানুহে সকলো পাহৰি যায়। আমাৰ লগৰ ল'ৰা এজনৰ সিদিনা আকৌ কি হৈছিলে জান ?"

"উহু। কিনো হৈছিলে ?"

"সি বেচেৰা দুখীয়া ঘৰৰ ল'ৰা দেই। সিহঁতৰ মোমায়েক-জন আনহাতে বেছ চহকী। ল'ৰাজন আকৌ পঢ়াত ভাল। পিচে ঘৰৰপৰাহে তেনেকৈ পঢ়াৰ খৰচ যোগাব নোৱাৰে। সি কলেজত নাম লগাব লগীয়া হোৱাত একেলগে বহুত টকাৰ প্ৰয়োজন হ'ল ; কিন্তু সিমান টকা সি পায় ক'ত ? ইফালে কলেজত নাম নলগা-লেওতো নহয়। সেয়েহে উপায় নাপাই নিজৰ অনিচ্ছাস্বত্বেও মাকৰ জোৰত সি এদিন মোমায়েকৰ ঘৰলৈ গ'ল।

"ৰবিচোন," বুঢ়াই মাজতে মাত লগালে। "সিয়ে মোমায়ে-

কৰ ওচৰত এনেয়ে যাব নোখোজ, সিহঁতৰ মাজত মিল নাই নেকি ?"

"কেনেকৈ থাকিব তয়ে কচোন—সিহঁতৰ মোমায়েকে একেবাৰে আইকঁুৱৰী থকাৰ নিচিনাকৈ থাকে, আনহাতে সিহঁত থাকে ভিক্ষাৰীৰ নিচিনাকৈ। অৱশ্যে পাৰিবাৰিক কাৰণো সোমাই আছে দেচোন, তথাপিও সিহঁতৰ আৰ্থিক দুৰৱস্থাই প্ৰধান হেতু।"

"অ," বুঢ়াই এটি হুমুনিয়াহ কাঢ়িলে। সি পুনৰ ক'লে, "তাৰ পিচত কি হ'ল কৈ যা।"

"কৈছো বহ," ল'ৰাটোৱে পুনৰ আৰম্ভ কৰিলে। "লৰাজনে ভাবিছিল মোমায়েকৰ পৰা ভাল মাত এষাৰ অন্ততঃ পাব বুলি। পিচে কি হ'ব ! তাক বাৰান্দাতে চকী এখনত বহিব দিয়াৰ পাছত কাৰো দেখা-দেখিয়েই নাই। ভিতৰত কিন্তু সি ইতিমধ্যেই কাপ-প্লেটৰ জন্‌জননিৰ লগতে বহুত মানুহৰ হাঁহি-খিকিন্দালিও শুনিছিলে।

"ইছ ! ৰাম, ৰাম," বুঢ়াই মাজতে ক'লে, "পিচত ?"

"সি জানিছিল সেই সকলোবোৰ মোমায়েকৰ নিচিনা ওখ পৰ্য্যায়ৰে মানুহ হ'ব বুলি। তথাপিও মোমায়েকক লগ পাবৰ বাবেই সি তাতেই জুপুকা মাৰি বহি থাকিল। অৱশেষত তালৈ কটাক্ষ হানি সেই অভ্যাগত মহিলাসকলৰ জাকটো ওলাই যোৱাৰ পাছত তাৰ মামীয়েকে কাম কৰা ছোৱালীজনীৰ হাতত তালৈ বুলি চাহ একাপ দি ওলাই আহি তালৈকে পোন্দোৱাকৈ চাই তাক তেনে-দৰে সাধাৰণ কাপোৰ পিন্ধি যোৱাৰ বাবে গালি পাৰিছিল। তেনেকুৱা অৱস্থাৰে তেওঁলোকৰ ঘৰলৈ গলে তেওঁলোকে হেনো লাজ পায়, মানুহৰ আগত হেনো পৰিচয় দিব নোৱাৰে। আমাৰ লগতে পৰীক্ষা দি 'ফেৰা' মৰা আনহাতে নিতৌ ন ন ষ্টাইলৰ কাপোৰ পিন্ধা বব্ কটা চুলিৰে সিহঁতৰ মোমায়েকৰ এজনী জীয়েক আছে হেনো—তাইতো তাক কৈয়েই দিছিল তাৰ দৰে গাওঁলীয়া ভূতবোৰক দেখিবই নোৱাৰে বুলি !... গুণৰ ফালৰপৰাতো একো নায়েই ; চুলিত তেল নিদিয়াকৈ উকৰাই বান্ধি আৰু গাল দুখনত সেন্দুৰ সানি সেইজনীয়ে বোলে আকৌ কোনোবা চাহাবৰ মেমজনী যেন হৈ থাকে।"

"হুহ !" বুঢ়াই হঠাতে কৈ উঠিল। "বোলে সুন্দৰীতো সুন্দৰী, গালত লগি সেন্দুৰ ; গাৰ গোন্ধত মৰি গ'ল ওঠৰটা এন্দুৰ।" সি ভোৰভোৰালে আৰু তাৰ পিচত মুখ ফুটাই ক'লে,

"ল'ৰাজনে পিচে কিবা ক'লোন ?"

"সিনো বেচেৰাই আৰু কি ক'ব ! সি জানিছিল সেই-বিলাকৰ লগত কথা কৈ লাভ নাই বুলি । তাৰোপৰি সেইবিলাক ধনৰ গৰ্বত মত্তমত্তাই থকা মানুহ । সিহঁতৰ ধৰণ-কৰণ দেখি তাৰ মনত নীচাত্মিকা বোধো নিশ্চয় আহি গৈছিল । যি নহওক তাৰ আৰু মোমায়েৰকক লগ ধৰা নহলেই । সি তেনেভাবেই ছাট্‌কৈ তাৰপৰা গুচি আহিছিল । চাহৰ পিয়লা সি স্পৰ্শই কৰা নাছিল । ঘৰৰ চিৰিকেইটা জপিয়াই পাৰ হৈ আহোতে পিচফালে মামীয়েকে হেনো এনেদৰে মন্তব্য কৰিছিল, 'উহ্ ! খাব নোপোৱা গাওঁলীয়া ভুভবোৰৰো আকৌ অভিমান চোৱা । যাবলৈ দে কেলেহুৱাটোক ।'

"আহ্ সা !" বুঢ়াই দুখেৰে সৈতে ক'লে । "ল'ৰাটোৱে পিচে পঢ়ি আছেনে ?"

"অ', কেইঘৰমান মানুহৰ ল'ৰা-ছোৱালীক পঢ়াই সি এতিয়া তাৰ পঢ়া খৰচ নিজে কেনেবাকৈ গোটাই আছে । আমি লগৰ ল'ৰা কেইটামানেও অবশ্যে তাক মাজে-সময়ে সহায় কৰো ; সি পিচে আমাৰপৰা লব নোখোজেদেই—আমিহে জোৰ কৰি দিও ।"

"অ, যি নহওক দেচোন, সি পঢ়ি-শুনি ডাঙৰ হৈ এদিন নিশ্চয় সিহঁতক দেখুৱাই দিব পাৰিব ।" বুঢ়াই 'সিহঁতক' বুলি কৈ সিহঁতৰ মোমায়েকহঁতক নিৰ্দেশ কৰিলে ।

"হলেও চাচোন সেইবিলাক মানুহৰ মনুষ্যত্ব । সিহঁত মানুহ নামৰেই অযোগ্য । তেনেকুৱা মানুহক মোৰ চাবৰেই ইচ্ছা নাযায়, বুজিছ ?"

"তই নাচালেও সিহঁতৰ জানো কিবা লোকচান হ'ব ?"

"নহয় বাবেইতো সিহঁত তেনেদৰে টিঘিল-ঘিলাই ফুৰিব পাৰিছে । তথাপিও আৰু কিমান দিন তেনেকৈ ফুৰিব ? সিহঁতৰো দিন চমু চাপি আহিছেই ।"

ল'ৰাটোৰ কথা শুনি বুঢ়াই তালৈ চালে । তাৰ কথাৰ সুৰটোৱে বুঢ়াক সচকিত কৰি তুলিছিল । বুঢ়াই ক'লে, "তই ঠিকেই কৈছ অ' ভাইটি । ধনৰ গৰ্ব লৈ কোনেও আজিলৈকে টিকি থাকিব পৰা নাই আৰু নোৱাৰেও । ধন বোলা বস্তুটো অতিকৈ আপদীয়া । ধন-সোণৰ কাৰণেই আগৰ কালৰ কিমান ৰজা-মহাৰজাৰ যে প্ৰাণ গৈছিল, কিমান নিৰ্দোষী মানুহেও যে প্ৰাণ

দিব লগা হৈছিল ! এখন হাবিত দুটা সিংহ কেতিয়াও একেলগে নথকা কথাটো তই শুনিছ নহয় ? আগৰ কালৰ ৰজা-মহাৰজা, ডা-ডাঙৰীয়াসকলো তেনেকুৱাই আছিল । এজনে আনজন চহকী হোৱাটো কেতিয়াও দেখিব নোৱাৰে—পাকে-প্ৰকাৰে আনজনৰ ওপৰত প্ৰভুত্ব খটুৱাব বিচাৰে । আনজন চহকী হ'লে যে প্ৰতিবেশীসকলৰ ওপৰত নিজৰ প্ৰভাব কমি যাব সেয়া জানিয়েই আনজনৰ নামত ছলে-বলে-কৌশলে অপযশ অনাৰ চেষ্টা কৰে । বাখৰ বৰাহঁতৰ কাহিনী দেখোন তই জানই । আকৌ আমাৰ শংকৰগুৰুৰ সেই বিৰোধী পণ্ডিতসকলৰ কথাও তোক মই আগতেই কৈছো । আজি-কালি তেনেকুৱা ৰজা-মহাৰজা নাই যদিও ডা-ডাঙৰীয়াসকল কিন্তু আছে । তেনেকুৱা মানুহবোৰ গোটেই দেশখনতে বিয়পি আছে, বুজিছ ? গাঁও অঞ্চলতেই চাবিচোন—কোনোবা নৰো বায়নৰ ল'ৰাটো যদি ডাক্তৰ নাইবা ইঞ্জিনীয়াৰ হ'ল তেন্তে গাঁওবুঢ়া নাইবা মৌজাদাৰৰ সেইফালে চকু থৰ হ'বৰ হলেই । তাৰ দুবছৰ মান পাছত যদি নৰো বায়নৰ খেৰী ঘৰটোৰ সন্মুখতে টিনৰ ঘৰ এটা উঠিল তেতিয়া হলেতো পেটলৈকে ভাত নোযোৱা হয় । আকৌ যদি নৰো বায়নৰ ঘৰত চহৰীয়া বোৱাৰী আহিল তেতিয়াহলেতো সেই সব মানুহ বলিয়া হৈয়েই যায় । বুজিছ, তেনেকুৱাই হৈছে মানুহবোৰৰ অবস্থা ।”

“ঠিকেই ককা, তাহানিৰ ৰামায়ণখনলৈকে চাচোন—মাত্ৰ ৰামৰ ঘৈণীয়েক সীতাৰ অপহৰণক লৈয়েই নহয় জানো ? সৰ্বসাধাৰণ কিমান মানুহৰ তিৰোতা নাইবা গাভৰু ছোৱালী কেনেভাবে আবহমান কালৰপৰাই লাঞ্ছিতা হৈ আহিছে তাকে লৈ কোনোবাই মহাকাব্য লিখিছেনে ? নিশ্চয় লিখা নাই ; কিন্তু এটা সময়ত লিখা হ'বই— তই ঠিক জানিবি । বৰ্তমান আলাসত উঠি ধুপ-ধুনাৰ গোন্ধ লৈ ফুৰাসকল তেতিয়া নিশ্চয় সৰি পৰি কেচাঁ মাটিৰ গোন্ধ লব লাগিব ।”

বুঢ়াই এইবাৰ একো নক'লে । আচলতে তাৰ ক'বলগীয়া একো নাছিলো । ৰামায়ণখনৰ ঘটনাৱলী সি আগতেই জানে যদিও লৰাটোৱে কোৱাৰ দৰে সি কাহানিও ভবা নাছিল । ৰামৰ মহা-নুভৱতা, সীতাৰ সতীত্ব নাইবা লক্ষ্মণৰ ভ্ৰাতৃপ্ৰেমত সি উদ্বুদ্ধ হৈ পৰিছিল আৰু সি সিমানতেই সন্তুষ্ট আছিল । ৰামায়ণৰ তাৎপৰ্য তাৰ বাবে এইখিনিয়েই আছিল যে ৰাম ভগবানৰ দশাৱতাৰৰে

অন্যতম এক অৱতাৰ—সংসাৰত অন্যায়-অধৰ্মৰ প্ৰাদুৰ্ভাব ঘটিলেই ভগৱানে বিশেষ এক ৰূপত জন্ম গ্ৰহণ কৰি দুষ্টক দমন কৰি শিষ্টক পালনৰ ব্যৱস্থা কৰি যায়।

বুঢ়াই নিমাতে বোৱা দেখি ল'ৰাটোৱে পুনৰ ক'লে, "বৰ্ত্তমান আলাসত উঠি থকা মানুহবোৰৰ কোনো ভেটি নাই, বুজিছ? সিহঁতে এতিয়া ধূপ-ধূনাৰ গোন্ধ লৈ থাকিব পাৰে; কিন্তু এইটোও ঠিক, সিহঁতে এতিয়া বতাহতে ওপঙি আছে। সংঘবদ্ধ ভাবে এটা ভালকৈ আস্ফোৰ মাৰিলেই সৰি পৰিব।" ল'ৰাটোৱে ক্ষন্তেক ৰ'ল আৰু তাৰ পিচ মুহূৰ্ততে হঠাতে কলে, "তই ঘণ্টাকৰ্ণ ৰাক্ষসৰ সাধুটো শুনিছনে, ককা?"

"উঁহু! নাই শুনা," বুঢ়াই মূৰ জোকাৰিলে।

"শুনিবি নেকি?"

"শুনিম দে—তয়ে এতিয়া বুঢ়া হৈ কৈ যা আৰু মই কেচু-ৰাটো হৈ শুনি যাওঁ।" বুঢ়াই কৌতুকেৰে সৈতে ক'লে।

বুঢ়াৰ কথাত ল'ৰাটোৱে মিচিকিয়াই হাঁহিলে। পিচত ক'লে, "পুৰণি কালৰ কথা দেই। তই আকৌ সাধুকথা বুলিয়েই উৰুৱাই নিদিবি। সন্নিহিত তাৎপৰ্যখিনি উপলব্ধি কৰিবলৈ চাবি।"

"হ'ব দে," বুঢ়াই গম্ভীৰ সুৰত ক'লে।

"শুন তেনেহলে," ল'ৰাটোৱে আৰম্ভ কৰিলে। "এদিনাখন এটা চোৰে ক'ৰবাৰপৰা ঘণ্টা এটি চুৰ কৰি আনি পৰ্বতৰ টিঙত থকা হাবিৰ মাজেৰে গৈ থাকোঁতে বাটতে হঠাতে নৰখাদক বাঘ এটাই পালে। বাঘটোৱে চোৰটোক মাৰি খাই পেলালে; ঘণ্টাটো তাতেই পৰি থাকিল। সেই ঘণ্টাটো বান্দৰ কিছুমানে পাই পৰ্বতৰ টিঙলৈ লৈ গ'ল। সিহঁতে অনবৰত ঘণ্টাটো তাতেই বজাই থাকে আৰু তাৰেই শব্দ ওচৰৰ নগৰৰ মানুহবোৰে শুনিবলৈ পায়। মানুহবোৰৰ মাজত ভয় সোমাল। তাৰোপৰি অঘাইটং চোৰটোও হঠাতে নোহোৱা হোৱাত তেওঁলোকে পৰ্বতখনত ৰাক্ষস এটা থকা বুলিয়েই ধৰি ললে। লাহে লাহে সেই ধাৰণাই বিশ্বাসত পৰিণত হ'ল আৰু সেই বিশ্বাসেই তেওঁলোকৰ মাজত সত্য হিচাপে ঠাই পালে। কোনোবা এজনে আকৌ ৰাক্ষসটোৰ নাম ঘণ্টাকৰ্ণ বুলি-য়েই উলিয়াই দিলে। লগে লগে মানুহৰ ভয় এনেদৰে বাঢ়ি গ'ল যে কিছুমানে ভয়তে নগৰ এৰি পলাবলৈও ধৰিলে। সেই

নগৰখনতেই পিচে এজনী বুদ্ধিয়ক তিৰোতা আছিল। তাই এদিন সাহস গোটাই হাবিৰ ফালে গৈ আচল সত্যটো উদ্ঘাটন কৰিলে আৰু অৱশেষত এদিন গৈ বান্দৰবিলাকৰ মাজত খোৱা ফল কিছু-মান সিঁচি দি ঘণ্টাটো মনে মনে লৈ আহিল। বাছ! ঘণ্টা-কৰ্ণ ৰাক্ষসৰো তেনেকৈয়েই ওৰ পৰিল।'' ল'ৰাটোৱে তাৰ কথা-খিনি একেবাহে কৈ শেষ কৰি বুঢ়াৰ মুখলৈ চালে।

"তাৰ মানে তই আমাৰ মানুহবোৰক শব্দ শুনিয়েই ভয় নাখাব কৈছতো ?'' বুঢ়ায়ো ল'ৰাটোৰ ফালে একে লেথাৰিয়ে চাই থাকি ক'লে।

"তই ঠিকেই বুজিছ,'' ল'ৰাটোৱে সমাহিতভাবে ক'লে।

বুঢ়াই ক্ষন্তেক সময় তন্ময় হৈ নীৰবে কিবা যেন ভাবিলে। তাৰ পাচত সি হঠাতে কৈ উঠিল, "কিন্তু কামটো জানো তই কোৱা ধৰণেই সহজ ?''

"মই কোৱা ধৰণে কামটো ইমান সহজ নহলেও তই ভবা ধৰণে কিন্তু কঠিনো নহয়।''

"তাৰ মানে ?''

"চা,'' ল'ৰাটোৱে ক'লে, "প্ৰথমতে ইয়াত লাগিব সামূহিক শক্তি—কাৰো একক প্ৰচেষ্টাৰেই এই কাম সম্ভৱ নহয়। মানুহক সংঘবদ্ধ কৰাটোৱে প্ৰধান আৰু শ্ৰেষ্ঠ কাম। এবাৰ একত্ৰিত কৰিব পাৰিলেই ই তেনেই উজু কাম হৈ পৰে। কিন্তু আজি-কালিৰ মানুহবোৰ অতি জটিল—যেনেকুৱা মাছ দেখে তেনেকুৱাই জাল পেলাব পাৰে। আৰু সাধাৰণ মানুহবোৰো যে—সামান্য এটি টোপ পেলালেই প্ৰায়ভাগেই বৰশীত চেংেলি মাছ লগাদি লাগে। সক-লোৱে আকৌ ভ্ৰূকুটো মাৰিয়েই কলটো পকাব খোজে নহয়; কিন্তু তেনেকৈ জানো কিবা কাম সিদ্ধি হ'ব পাৰে ? নিশ্চয় নোৱাৰে। যিকোনো কামতেই অগ্ৰসৰ হ'বলৈকে ধৈৰ্য-সাহস-সংযম আটাইকেইটাই লাগিব। আমাৰ মানুহবোৰে সেইটোও নুবুজে।''

"সেয়াতো উপযুক্তভাবে পথ দেখুৱাব নোৱাৰাৰ দোষতো হ'ব পাৰে,'' বুঢ়াই হঠাতে কৈ উঠিল।

বুঢ়াৰ কথাষাৰ শুনি ল'ৰাটো চকিত হৈ উঠিল। সি লগে লগে বুঢ়াৰ মুখলৈ চালে। বুঢ়াৰ প্ৰশ্নসূচক চাৱনিটো কিন্তু তাৰ ভাল লাগি গ'ল। সি মিচিকিয়া হাঁহি এটিৰে ক'লে, "তই অতি

যুক্তিসঙ্গত কথাই কৈছু কৰা। উপযুক্ত নেতৃত্বৰ অভাৱত সকলো-বিলাকেই ফুটুকাৰ ফেন হৈ পৰে। এবাৰ এঠাইত কি হৈছিল জান? অলপ কেইদিনমান আগৰ ঘটনা। ঠাইটুকুৰাৰ নাম মোৰ ঠিক মনত নাই দেই। কৃষক সংগঠনৰ নামত এটা দলে কেইজনমান কৃষকক নেতৃত্ব দি আনিছে চহৰখনৰ মাজ মজিয়ালৈ। আন এটা দলৰ কাৰ্যালয়ো আকৌ সেইখিনিতেই। দুয়োটা দলৰে মাজত ঘোৰতৰ বিৰোধ। তাতে আকৌ দ্বিতীয় দলটোৰো সিদিনা কিবা কাৰ্যসূচী আছিল। সেয়েহে কিছু মানুহ গোট খাইছিল। সেই মুহূৰ্তত প্ৰথম দলটোৰ নেতাসকলে তাৰে কাষতে সভা পাতি নিজৰ বল-বিক্ৰমৰ কথা নভবা-নিচিতাকৈ দ্বিতীয় দলটোৰ প্ৰতি অতি বিপ্লৱীয় বিষোদ্গাৰ আৰম্ভ কৰি দিছে আৰু তাৰ লগে লগে প্ৰত্যক্ষভাৱে প্ৰত্যাহ্বানো জনাইছে। দ্বিতীয় দল-টোৰ মানুহবোৰে প্ৰথমতে নিমাতে আছিল যদিও পিচত আৰু সহ্য নহ'ল। এজনে প্ৰথমতে আগবঢ়াৰ লগে লগে বাকী কেই-জনেও হৰ-মুৰকৈ গৈ প্ৰথম দলটোৰ বিপ্লৱী সকলক ভালকৈয়ে এপালি 'পাব্লিক চ্‌লাই' দি দিলে। প্ৰথম দলটোৰ কেইজনমানে লগত চুৰী-ডেগাৰো আনিছিল—সশস্ত্ৰ সংগ্ৰামৰ বাবেই নিশ্চয়—পিচে এজনৰো উলিয়াবলৈ সময়ে নহ'ল। নেতাসকলৰ কিমানেই যে খালে-নৰ্দমাই একাকাৰ হৈ কলৈ দৌৰিছিল! বুজিছ, সিহঁ-তৰ নেতৃত্ব আছিল তেনেকুৱাই। দুয়োটা দলেই আকৌ নিজকে প্ৰগতিবাদী বুলি দাবীও কৰিছিল। সিদিনাৰ পৰাই পিচে সিহঁতৰ দল ভাগ ভাগ হ'ল।"

"এহ্! ভাগ ভাগ নহৈ আৰু নতুনকৈ গঢ়িবনে? কোনেনো বাৰু তেনেকৈ মাৰ খুজি খাবলৈ আহিব? সিহঁতেনো তেনেদৰে কি নেতাগিৰি ফলাব আহিছিল অ'?"

"বহুত এনেকুৱা মানুহ আছে যে সিহঁতে প্ৰকৃততে পাঁচ পইচাৰ মদ খাই পাঁচ টকাৰ কৰি দেখুৱাব খোজে। সিহঁতো প্ৰকৃততে তেনেকুৱাই। নেতৃত্ব ল'ব পৰা যোগ্যতা সিহঁতৰ নাই। সেয়েহে উপযুক্ত নেতৃত্ব নহলে কোনো কামেই নহয় জানি লবি। আৰু এটা কথা নহয়—উপযুক্ত নেতাইবা ওলাব ক'ৰ পৰা? পঢ়াত ভাল ল'ৰাবোৰৰ কোনজনেনো ৰাজনীতিত নামিছে? তেওঁলোকৰ ধান্দা মাথো বিশ্ববিদ্যালয়ৰ ডিগ্ৰী এটা লোৱাৰ পাছত

বিভিন্ন প্ৰতিযোগিতামূলক পৰীক্ষাত উত্তীৰ্ণ হৈ মহকুমাধিপতি নাইবা জিলাধিপতি হৈ শকত বেতন ভোগ কৰা। আমাৰ দেশত প্ৰধানকৈ ৰাজনীতিত সেইসকলেই নামে যিসকলে কেবাবাৰো পৰীক্ষাত ফেল কৰি থকাৰ পাছত জীৱনত একো বাট বিচাৰি নাপাই উবাদিহ নোপোৱা হয়—অৰ্থাৎ স্কুলীয়া নাইবা কলেজীয়া জীৱনত যিসকলেই একো একোজন 'দাদা' সময়ত প্ৰধানকৈ সেইসকলৰ ভিতৰতেই বিধায়ক নাইবা মন্ত্ৰী হয়। গতিকে ফলটোও তেনেকুৱাই হয়। পঢ়াত ভাল ল'ৰাবোৰ কেৰিয়াৰিষ্ট, মানে তথাকথিতভাবে ভাল হিচাপেই থাকি যায়।"

"হয় অ' ভাইটি, তই কিন্তু এইবাৰ লাখটকীয়া কথাকেই কৈছ। তেনেকুৱা এজন বিধায়কৰ কথা মই ভালদৰেই জানো, বুজিছ? নিজৰ কুশ্চৰিত্ৰৰ বাবে সেইজনে যে কিমান বাৰ কিমান ঠাইত ৰাইজৰ হাতত মাৰ খাব লগীয়া হৈছিল! এবাৰতো পাৰ্ভৰেই চাকৰি বিচাৰি যোৱা ছোৱালী এজনীক বেয়া ব্যৱহাৰ কৰা বাবে জোতাৰ কোব পৰ্যন্ত খাবলগীয়া হৈছিল।...বুজিছ, এইবোৰ কথা মনত পৰিলে খুব দুখ লাগে অ'। দেশখনেযে কাহানিকৈ মোড় সলাব ভাবিয়েই নাপাও। কেতিয়াবা আকৌ সেইসব সপোন সপোন যেনেই লাগে। আচলতে মই এটা মহা মূৰ্খ মানুহ নহয়—সেইবাবেহে তেনেকুৱা অনুভৱ হয়।"

"সেইয়া," ল'ৰাটোৱে বুঢ়াক বাধা দি কৈ উঠিল, "তই মূৰ্খ কেতিয়াও নহয় ককা! তই মূৰ্খ হ'ব লাগিলে জগতখনেই মূৰ্খ হ'ব লাগিব। বহুত শিক্ষিততকৈও তই বহু ওপৰত।"

"এহ্! থ, থ—হৈছেদে। গছত গৰু নুঠিলেও এতিয়া টানি তুলিবি দেখিছো।" বুঢ়াই লাজ পাই ক'লে।

"মই সঁচাকৈয়ে কৈছো, ককা," ল'ৰাটোৱে অতি গহীনভাবে ক'লে। "অৱশ্যে এটা কথা ঠিক যে তহঁতৰ নিচিনা মানুহবোৰক আন্ধাৰতেই ৰাখিবলৈ বিচৰা হৈছে। তহঁতক আন্ধাৰত ৰাখিব পাৰিলে সিহঁতৰ সুবিধা বহুত। এইটোও এটা শাসনৰে কৌশল বুজিছ?"

"ও," বুঢ়াই বুজি পোৱাৰ ভঙ্গীত মূৰ দুপিয়ালে যদিও একো নক'লে। আচলতে সি ক'বলগীয়া একোৱে বিচাৰি পোৱা নাছিল। এনেকুৱা ধৰণৰ কথাবোৰ সি সাধাৰণতে শুনি থাকিবলৈকে ভাল

পায়, কিয়নো নিজাকৈ কিবা এষাৰ কৈ দিবলৈ তাৰ জ্ঞানৰ অভাব। অৱশ্যে আনকালে ল'ৰাটোৰ সৈতে লুইতৰ দাঁতিত এনেদৰে বহোতে বুঢ়াই নিজেই সাধাৰণতে নানা তৰহৰ কথাৰ বকলা মেলে। তাৰ জীৱনৰ বিভিন্ন কাহিনীবোৰৰ লগতে স্বৰাজৰ আন্দোলনৰ কথাবোৰেও বিশেষভাৱে স্থান পায়। সেই সকলোবোৰ প্ৰধানকৈ তাৰ জীৱনৰ কাহিনী ভিত্তিকহে যদিও অভিজ্ঞতাও নিহিত থাকে।

বুঢ়াই নীৰৱে বোৱা দেখি ল'ৰাটোৱে পুনৰ ক'লে, "বুজিছ ককা, আমাৰ দেশখন তিনিশ বছৰ জুৰি ইংৰাজৰ অধীনত আছিলে নহয়—এই তিতিশ বছৰে এটা চাম কিন্তু বিশেষভাৱে উপকৃত হ'ল। সাধাৰণ প্ৰজাবোৰক কেনেকৈ দমন কৰি ৰাখিব লাগে তেওঁলোকে সেই শিক্ষাটোকে ইংৰাজৰ পৰা লৈ এতিয়া সেই নীতিৰেই পূৰ্ণ প্ৰয়োগ কৰিছে। মানুহবিলাকক বিভিন্ন শিৰোনামাৰে ভাগ কৰি কেনেকৈ পৰস্পৰৰ মাজত বিভেদৰ বীজ সুমুৱাই দিছে সেইটো নিশ্চয় তই এতিয়াও নুবুজাকৈ থকা নাই। সকলোৰে মুৰত টকা ঢালি নাইবা বিভিন্ন সুযোগ-সুবিধাৰে অপ্যায়িত কৰি সেই মানুহবোৰক যে সিহঁতৰ প্ৰকৃত পথৰ পৰা বিচ্ছিন্ন কৰি ৰাখিছে সিহঁতে এতিয়াও অনুধাৱন কৰিবই পৰা নাই। এতিয়া সংখ্যালঘুৰ নামতো যে কিছুমান সংগঠন গঢ়ি উঠিছে সেইবোৰো প্ৰকৃততে তেনেকুৱা সংগঠনেই—ওপৰৰ পৰা টকা পৰিছে বাবেই সেইবোৰো বাচি আছে। কাম হাছিল হলেই টকাও শেষ আৰু সেই সংগঠনবোৰো শেষ—সিহঁতে সেয়া গমেই পোৱা নাই। আকৌ আগৰ সুবৃহৎ অসমখনক খণ্ড-বিখণ্ড কৰি পেলোৱাৰ আঁৰতো যে তেনেকুৱা মগজুৱে ক্ৰিয়া কৰা নাই কোনে ক'ব? এই সকলোবোৰ ইংৰাজ সকলৰেই শিক্ষা—তোৰ-মোৰ দৰে সাধাৰণ মানুহবোৰক এই শিক্ষাৰেই চলি আহিছে জানিবি।"

বুঢ়াই লগে লগে একো নকলে। কেইটামান মুহূৰ্ত মৌনতাৰ মাজেৰে কটাই সি যেন কিবা ভাবি ললে। তাৰ পিচত হঠাতেই সি ক'বলৈ আৰম্ভ কৰিলে, "তোৰ কথাখিনি সম্পূৰ্ণ সত্য দেই। আমাৰ মানুহবোৰে ইংৰাজ সকলৰ পৰা বেয়াখিনি পুৰামাত্ৰাই আয়ত্ব কৰি লৈছে, কিন্তু ভালখিনিৰ গোন্ধকে নললয়। ইংৰাজ-সকলৰ দৰে ক্লাবঘৰ পাতি মদ খাব, নাচিব; কিন্তু ইংৰাজ-

সকলে কামৰ সময়ত যে হাড় ভগা পৰিশ্ৰমো কৰে সেয়া ভাবি নাচায়। বৰং আমাৰ মানুহবোৰে কাম কৰিব লাগিলে মৰিবহে পাৰে।"

"নমৰিব কিয়—," ল'ৰাটোৱে মাজতে মাত লগালে, "ইহঁ-তেতো কম কানি খোৱা নাই নহয়!"

"সেইটোও মিছা নহয় অবশ্যে," বুঢ়াই ক'লে, "কিন্তু চা, যেনেকৈ নহলেও মানুহবোৰ তেনেই কৰ্ম বিমুখ হৈছে আৰু কৰ্ম-বিমুখ হোৱাৰ লগে লগে স্বাভাবিকতেই আনৰ ওপৰত নিৰ্ভৰ কৰি চলিব বিচৰা হৈছে ; কিন্তু আমোদজনক কথা এইটোৱেই যে কাৰো ওপৰতে হলে কাৰো বিশ্বাস নাই—প্ৰত্যেকেই প্ৰত্যেকক সন্দেহ কৰে।"

বুঢ়া ক্ষন্তেক ৰ'ল আৰু তাৰ পিচ মুহূৰ্ততে ক'লে, "বুজিছ, মানুহবোৰৰ এনেকুৱা মনোভাব দেখিলে মোৰ প্ৰায়ে এজন ইংৰাজ চাহাবৰ কথা মনত পৰে।"

"কোনজন চাহাব?" ল'ৰাটোৱে সুধিলে।

"নাম-ধাম নাজানো ; কিন্তু তেওঁলৈ মোৰ এতিয়াও শ্ৰদ্ধা ওপজে জান? মানুহজনক মোৰ সঁচাকৈয়ে ভাল লাগিছিল। তেওঁৰেই জীৱনৰ ঘটনা এটি শুনিবি নেকি?"

"ক আকৌ," ল'ৰাটোৱে লগে লগে কলে।

"ঘটনাটো কিন্তু স্বৰাজ হোৱাৰ সময়ৰে দেই," বুঢ়াই ক'বলৈ ধৰিলে। "আমাৰ এই বাগানখন তেতিয়া ইংৰাজৰে আছিল। স্বৰাজ হোৱাৰ পিচত আন আন চাহাববোৰৰ লগতে আমাৰ এই বাগানখনৰ চাহাবজনো যাবলৈ সাজু। মই ক'বলৈ ওলোৱা ঘটনাটো তেওঁ যোৱাৰ আগদিনাখনেই ঘটিছিল, বুজিছ?"

"উ..." ল'ৰাটোৱে সহাঁৰি দিলে।

"সিদিনা চাহাবজনে বনুৱা কিছুমানক তেওঁৰ অফিচ কমলৈ মাতি নিলে। বনুৱাবোৰ তেতিয়াও ভয়তে কম্পমান—চাহাবে মাতিছে, কি বা কৰে! তথাপিও স্বৰাজৰ সাহসখিনিকে সাৰথি কৰি কিছুমানে চুচুক-চামাককৈ গৈ চাহাবৰ মেজৰ কাষতে থিয় হ'লগৈ। চাহাবে তেতিয়া চকীখনত বহি খিৰীকিৰে বাহিৰলৈ চাই কিবা ভাবি আছিল। বনুৱাবোৰ যোৱাৰ লগে লগে তেওঁ সিহঁতৰ মুখলৈ চালে। সিমানতেই সন্তুষ্ট নাথাকি তেওঁ সিহঁতৰ ফালে

একেথৰে কিছু সময় চাই থাকিল। বনুৱাবিলাকৰ যি দুই-চাৰি-জনে চাহাবৰ ফালে চাই আছিল, সিহঁতে ইতিমধ্যেই লগে লগে তলমূৰ কৰিছিলেই। চাহাবজনে শেষত ব্যঙ্গভৰা হাঁহি এটি মাৰি ভঙা ভঙা অসমীয়াতে কি কৈছিল জান?”

“কি কৈছিলে?” ল'ৰাটোৱে ব্যগ্ৰভাবে সুধিলে।

“তেওঁ কৈছিল, 'তোমালোকে এতিয়া স্বাধীন হ'লা নহয়—আমি অতি আনন্দিত হৈছো। আমি এতিয়া গুছি যাম; কিন্তু যোৱাৰ আগতে এটা কথা কৈ যাও—আমি থকাৰ সময়ত এই আটাইবোৰ চাবিয়েই সদায় ইয়াতে, এই মেজৰ ওপৰতেই আছিল।' লগে লগে চাহাবজনে হাতৰ চাবিকোছা মেজৰ ওপৰলৈ দলি মাৰি দিছিল। চাহাবজনে পুনৰ কৈ গৈছিল, 'তথাপিও এটা ফুটা কড়িও ইফাল-সিফাল হোৱা নাছিল। এতিয়া তোমালোকৰ মানুহ আহিব নহয়, তেতিয়া কিন্তু চাবি ইয়াত নাথাকে। চাবিৰ সংখ্যাও বাঢ়িব তথাপিও শেষ ৰক্ষা নহ'ব। অকল চাহবাগানতে যে এনেকুৱা হ'ব তেনে নহয়, যি কোনো অফিচ কাছাৰীতে তেনেকুৱা হ'ব, জানি ল'বা।' চাহাবজনে কথাখিনি কৈ চকীখনত আউজি বহি-ছিল। তাৰ পিচত পুনৰ খিৰীকিৰে বাহিৰলৈ চাইছিল। ক্ষন্তেক পিচতে তেওঁ আকৌ কৈছিল, 'তোমালোক সুখী হোৱা—মই তাকেই কামনা কৰো।' এইখিনি কৈ চাহাবজনে তেওঁৰ গহীন হৈ পৰা মুখখন দুইখন হাতৰ তলুৱাৰে ঢাকি ধৰিছিল।”

বুঢ়াই একে লেথাৰিয়ে কথাখিনি কৈ এটি দীঘলকৈ হুমুনিয়াহ কাঢ়িলে আৰু তাৰ পিচত ক'লে, “বুজিছ, চাহাবজনে যে কিয় অকল বনুৱাবোৰকহে কথাখিনি কৈছিল মই হলে আজিলৈকে নুবুজিলো।”

ল'ৰাটোৱেও নাজানে চাহাবজনৰ মনত কি আছিল, নাইবা কি ভাবি তেওঁ তেনেদৰে কৈছিল। হয়তো মাটি-মানুহৰ আকৰ্ষণে তেওঁক সাময়িকভাবে দুৰ্বল কৰি পেলাইছিল, হয়তো আন বহুতৰ দৰে তেওঁও ভাবিছিল ভাৰতীয়সকল সেই সময়ত স্বাধীনতা লাভৰ অনুপযুক্ত হৈ থকা বুলি, হয়তো হাততে থকা জীৱন্ত সম্পদখিনি তেনেদৰে এৰি দিব লগীয়া হোৱাত তেওঁ কষ্টও পাইছিল। যি নহওক, সেইবোৰ নিশ্চয় এনেদৰে কল্পনা কৰি কোৱা নাযায়। চাহাবজনৰ সন্মুখা-সন্মুখি হৈ নিজে তেওঁৰ সংস্পৰ্শলৈ আহিব

পাৰিলে অৱশ্যে বেলেগ কথা। কিন্তু তেতিয়া হলে মানুহজনক বুজি পোৱাৰ সুবিধা পোৱা যায়।

"তুমি সেই বনুৱাবিলাকৰ ভিতৰত আছিলি নেকি ?" ল'ৰাটোৱে হঠাতে সুধিলে।

"উহু ! মই তেতিয়া অহাই নাই," বুঢ়াই উত্তৰ দিলে। "কথাটো আনৰ মুখৰপৰা শুনা যদিও সম্পূৰ্ণ সত্য।" ল'ৰাটোৱে সন্দেহ কৰিব বুলি ভাবিয়েই বুঢ়াই আগতীয়াকৈ ক'লে।

"মই কিবা অসত্য বুলি কৈছো নেকি ?" ল'ৰাটোৱে ওভোটাই ধৰিলে।

"নহয়—মানে তই তেনেকৈ ভাবিব পাৰ দেচোন," বুঢ়াই কোঙাই কোঙাই ক'লে।

"নাভাবিবওতো পাৰো," ল'ৰাটোৱে জোৰ দি ধৰিলে।

"এহ ! নাভাবিলে নাই আৰু" বুঢ়াই সহজতে সন্ধি কৰিলে। প্ৰকৃততে সেই মুহূৰ্তত ল'ৰাটোৰ লগত তেনেধৰণে কথা বঢ়োৱাৰ ইচ্ছা তাৰ সমূলি নাছিল। ল'ৰাটোৱেও আৰু বিশেষ একো নক'লে। বুঢ়াৰ ফালে চাই সি মিচিকিয়াই হাঁহিলে মাথোন।

বুঢ়াই বাৰুকৈয়েই অনুভৱ কৰিলে পৃথিৱীখন যথেষ্ট জটিল হ'ল। তাৰ দৰে মানুহবোৰ এইখন পৃথিৱীত বাচি থকাটো এটা সমস্যাই হৈ পৰিছে। যি ফালেই তাৰ চকু যায় সেইফালেই সি মাথো আঠধতুৱা মানুহবোৰকে অতপালি দেখিবলৈ পায়। মানুহবোৰেও সেইবোৰ দেখি-শুনি তেনেই অভ্যস্ত হৈ পৰিছে। আজি-কালি সুলভ মূল্যৰ দোকানত পোৱা চাউলবোৰ পচা, জোকটা-ভেকেট গোন্ধ ওলোৱা হলেও কোনেও নামাতে; কাৰোবাৰ টকা আছে যদি মুকলি বজাৰৰ পৰা দুই-তিনিগুণ বেছি দাম দি অলপ উন্নত চাউল কিনি আনি খাইছে, আৰু যাৰ টকা নাই সি সেই পচা চাউল সোপাকেই অমৃত বুলি ভাবি ওকালি ওকালি খাইছে। আনহাতে খাদ্য নিগমত উপযুক্ত ব্যৱহাৰৰ অভাৱত গেলি যোৱা এশ বস্তা চাউলো যদি মাটিৰ তলত পুতি থৈছে তাতো কোনেও মাত নামাতে। কেৰাচিনৰ অভাৱত সন্ধিয়া নৌহওতেই ভাত কেইটামান ভৰাই চাঙত উঠিব লগা অৱস্থা হলেও কাৰোবাৰ গোদাম কেৰাচিন ভৰ্তি সহস্ৰ ড্ৰামো যদি কোনোবাই দেখে তথাপিও মাত মাতিব নোখোজে। কোনোবা অফিচৰ শ শ বস্তা চিমেণ্ট অফিচৰে

কোনোবা বৰমূৰীয়াই চোৰাং বজাৰত বিক্ৰী কৰিব পাৰে; কিন্তু চিমেণ্টৰ অভাবত বহুৰৰ পিচত বহুৰ ধৰি ঘৰৰ কাম পৰি থাকিলেও কোনেও নামাতে। ভুক্তভোগী দুই-এজনে হয়তো গজ ফালি মৰিব; কিন্তু সেয়া অৰণ্য ৰোদনহে। মানুহবিলাকৰ বাবে এই সকলোবোৰেই যেন ভাতৰ লগত পানী খোৱাৰ দৰে অতি সাধাৰণ ঘটনা—কোনো বৈচিত্ৰই যেন নাই। সকলোৰে আচলতে এইবোৰ নিত্ত নৈমিত্তিক ঘটনা হিচাপেই লবলৈ শিকিছে।

'কেনেকুৱা দিন যে আহি পৰিল!' বুঢ়াই নিজৰ মনতে ক'লে। দিন-কাল যথেষ্ট সলনি হ'ল; তথাপিও বাচি থাকিব লাগিব—জীৱন চলাই নিব লাগিব। তাৰ পাছত এদিন সিও মৰিব—আকৌ নতুন পুৰুষ আহিব—জীৱনৰ পৰিবৰ্তন হ'ব। পৰিবৰ্তনৰ মাজেৰেই সংসাৰ। সিহঁতৰ গাওঁখনেই দেখো তাৰ চকুৰ আগতেই নিতে নব ৰূপ লৈয়েই আছে। তাৰ চকুৰ আগতেই কিমানটা টিনৰ ঘৰ উঠিল, ৰাস্তাৰ দাঁতিত বিজুলী চাকি হ'ল, বিজুলী বাতিৰ তলতে গৰম কালি নিশা গাওঁবেই চেংডালীয়া ল'ৰা কেইজনমানে পাঁচ-দহ পইচা পেলাই তাচপাত খেলা হ'ল; গাওঁখনৰ এমূৰে ঠিক চহৰখনৰ সীমনাতে সৰুকৈ চাকি এখনেৰে চাহদোকান এখনো উঠিল, ৰাতি দহটামানলৈকে তাতে গাঁওৰে ডেকা কিছুমানৰ বিড়ি-চিগাৰেটৰ ধোঁৱাৰে ৰসাল গল্পও চলা হ'ল। মুঠৰ ওপৰত গাঁওখনৰ বহুত পৰিবৰ্ত্তনেই হ'ল। আগতে গওঁখনত মদ নাইবা গাজাৰ নামেই শুনিবলৈ পোৱা হোৱা নাছিল। মতি ড্ৰাইভাৰ আহি গোঁজ পুতি বহাৰ পিচৰে পৰা মদ নিয়মিতৰূপে চলা হ'ল। এতিয়া ফাকুৱা বা শিবৰাত্ৰিৰ দিনাখন ভাঙৰতো কথা বাদেই সৰু কম বয়সীয়া চেংডালীয়া কিছুমানেও এটুপি এটুপি ধৰি 'স্ফুৰ্তি' কৰিবলৈ লৈছে।

মতি ড্ৰাইভাৰক বুঢ়াই জীৱনত নাপাহৰে; অৱশ্যে পাহৰিব সি নোৱাৰেও। কেনেকুৱা যে মানুহ এই মতি ড্ৰাইভাৰটো বুঢ়াই ভাবি উৱাদিহ নাপায়। মতিয়ে মদ খায়, ৰাতি হাল্লা কৰে, ঘৈণীয়েকৰ ওপৰত মাৰধৰ চলায়; কিন্তু ৰাতিটো পুৱালেই একদম স্বাভাৱিক হৈ পৰে। তেতিয়া সি ল'ৰা-ছোৱালীক চুমা খায়, ঘৈণীয়েককো মৰম কৰে আৰু তাৰ পিচতেই কিবা এসোপা পেটত ভৰাই মটৰৰ তেলেৰে ক'লা পৰি থকা পেণ্টটো পিন্ধি গজ্-গজ্কৈ গুলাই

যায় চহৰলৈ বুলি। চহৰত সি মতিলাল বাবুৰ পুৰণি ট্ৰাকখন চলায়। দিনৰ দিনটো ট্ৰাকৰ লগতে দৌৰি থাকি নিশা পুনৰ মালিকৰ গেৰেজত চমজাই দি চহৰতে টেক্সি ভৰাই লৈ আহে। গাওঁৰ আমজোপাৰ তলেৰে আহোতে সি সাধাৰণতে ৰজাৰ বচন আওৰাই আহি মানুহৰ কেঁচা ঘুমটি ভাঙে। কেতিয়াবা আকৌ তাৰ হিন্দী গীতৰ কলিয়ে আমজোপাত বাঁহ লোৱা কাউৰীবোৰকো সশব্দে উৰাই দিয়ে; কিন্তু এই সকলোবোৰ পাৰ্শ্বীয় ঘটনাৰ কোনোটাকে ভ্ৰূক্ষেপ নকৰাকৈ অস্থিৰ খোজাৰে হনহনাই গৈ থাকে মতি ড্ৰাইভাৰ।

এইজনেই মতি ড্ৰাইভাৰ। আচৰিত কথা, এই মতি ড্ৰাইভাৰেও ৰমেশ্বৰক যথেষ্ট সমীহ কৰি চলে। ৰমেশ্বৰ বুঢ়াৰ সন্মুখত তাৰ মদৰ ৰাগী ক'ৰবালৈ উৰি যায়। বুঢ়াই আচলতে নিজেই বুজি নাপায় তাক এইদৰে সমীহ কৰাৰ কাৰণ কি। মতি ড্ৰাইভাৰেনো তাৰ গাত কিযে বিচাৰি পাব পাৰে বুঢ়াই নাজানে। অৱশ্যে এটা কথা ঠিক, মদাপী বা সাধাৰণ ড্ৰাইভাৰ বুলিয়েই মতিক সি কোনোদিনেই অৱহেলা কৰা নাই আৰু সেই কাৰণতেই হয়তো তাৰ মদাপী হৃদয়তো বুঢ়াৰ প্ৰতি এটুকুৰা ঠাই অৱশিষ্ট আছে। তাৰ প্ৰতি সাধাৰণ অনুকম্পাখিনিতে মতি ড্ৰাইভাৰৰ দৰে দুৰন্ত মানুহজনো যে কেনেকৈ চাপৰি গৈছে ভাবিলে বুঢ়াৰ আচৰিত লাগে।

বুঢ়াৰ মনত আছে, এইজন মতি ড্ৰাইভাৰকে মদ কিয় খায় বুলি সি এদিন সোধোতে সি হাঁহি হাঁহি উত্তৰ দিছিল, "তয়ো যে কথা সুধিছ আৰু ককা! তাতকৈ তই মোক সুধিব পাৰ মোৰ বুঢ়া গাড়ীখনৰ ইঞ্জিনটো কিয় চলে। চাবিডাল লগাই দি গিয়েৰত লগাই এক্সেলেটৰ একেবাৰে ভৰাই দিও; হুহ্! নচলিব, তাৰ বাপেক চলিব। মোৰো কথা একেই ককা। সেইসোপা পেটত সোমায়েই মোক গিয়েৰত লগাই দি এক্সেলেটৰ পুৰা দবাই দিয়ে আৰু ময়ো দিনৰ দিনটো ইঞ্জিনৰ লগতেই ভো-ভোৱাই চলি থাকো।"

এনেবোৰ কথাত বুঢ়াইনো আৰু কি মাতিব? বেছেৰাই কথাবোৰ ভালকৈ বুজিও নাপায়, আৰু বুজি পালেইবা কি কৰিব? মতি ড্ৰাইভাৰে তাক সমীহ কৰি চলিব পাৰে, সেই বুলিতো আৰু তাৰ কথামতে মদ বাদ নিদিয়ে নহয়। তথাপিও বুঢ়াই মতি ড্ৰাইভাৰক সেই সোপা গিলাৰ পৰা ব্যাহত ৰাখিব যে বিচৰা নাছিল

তেনে নহয়। এদিন সি নিজেই তাক মদ খোৱা যে বেয়া সেই কথা কৈ তাক মদ খাবলৈ মানা কৰিছিল। বুঢ়া নহৈ আনে কোৱা হলে 'তোৰ বাপেৰৰ টকাৰে খাইছো নেকি?', 'যা, তহঁতৰ চৰ্দাৰক কৈ দেগৈ' জাতীয় কিবা এসোপাকে মতি ড্ৰাইভাৰে শ্লীল-অশ্লীল শব্দৰ প্ৰয়োগৰে নিশ্চয় পাই দিলেহেতেন। বুঢ়াক কিন্তু সি উত্তৰত কৈছিল, বুঢ়াহে হেনো তাৰ জীৱনত প্ৰথম মানুহ যিয়ে নেকি তাক মদ খাবলৈ মানা কৰিছিল। সি আৰু কৈছিল, "বুজিছ ককা, ড্ৰাইভাৰ-আমাদাৰে মদ খায়েই সকলোৰে জনা কথা।......তথাপিও মদ এৰিবলৈ ময়ো চেষ্টা নকৰা নহয়; কিন্তু নোৱাৰিলো। জীৱনত আৰু বোধহয় নোৱাৰিমো।"

"এবটল মদৰ সলনি তইতো এগিলাচ গাখীৰেই খাব পাৰ", বুঢ়াই তাক কৈছিল।

বুঢ়াৰ কথা শুনি মতি ড্ৰাইভাৰে তাৰ কাষে এবাৰ ঘোপাকৈ চাইছিল আৰু তাৰ পিচত উত্তৰ হিচাপে কৈছিল, "তয়ো আমাৰ চৰকাৰৰ ভাষ্যকেই ললি নেকি অ' ককা?"

মতি ড্ৰাইভাৰৰ কথাখিনি শুনি বুঢ়া জিকাৰ খাই উঠিছিল।

অলপ ৰৈ মতি ড্ৰাইভাৰে পুনৰ কৈছিল, "গাখীৰ মই এগিলাচ নহয়, দুগিলাচকৈও খাব পাৰো; কিন্তু নাখাও। কিয় জান? ইয়াৰ আঁৰতেই আছে আমাৰ চৰকাৰৰ সাপ হৈ খোটা আৰু বেজ হৈ জৰা স্বভাবটো। মালিকে নিজেই যদি জাল-জালিয়াতিত ধৰে, তেন্তে তাৰ চাকৰে সেইবোৰ দেখি-শুনি থকাৰ পিচতো তেনেকুৱা জাল-জালিয়াতিত কিয় নধৰিব? বুজিছ, যি গাখীৰ আমাক চৰকাৰে যোগান ধৰে সেয়া প্ৰকৃততে গাখীৰ নহয়। গাখীৰ নামৰ সেই পদাৰ্থটো খালে ভাল মানুহ বেমাৰীহে হয়, আৰু বেমাৰী মানুহ বৈতৰণী পাৰো হ'ব পাৰে।"

"তই দেখোন কিবা ক'ব ধৰিলি! এই তৰ দুপৰীয়াতে তই আজি ধৰি আহিলি নেকি অ' বোপাই?" বুঢ়াই মতি ড্ৰাইভাৰৰ কথা কোৱাৰ ধৰণ দেখিয়ে কৈছিল।

মতিয়ে কিন্তু তাৰ কথাক ভ্ৰূক্ষেপ নকৰি কৈ গৈছিল, "চৰকাৰে দিনে কিমান গাখীৰ সংগ্ৰহ কৰে জান? কাগজে-পত্ৰই দুই হাজাৰ লিটাৰ—আচলতে বহুত কম থাকে। আনহাতে বিলায় কিমান জান? ছয় হাজাৰ লিটাৰ।"

বুঢ়া পুনৰবাৰৰ বাবে ভিকাৰ খাই উঠিছিল ।

মতি ড্ৰাইভাৰে তাকে দেখি কৈছিল, "কি হ'ল অ' ককা ? ইলেক্ট্ৰিক চক খালি নেকি ? মই মদ খাইছিলো নহয় ? তই পিচে ৰাতিপুৱাতে উঠি চাহ বুলি কলাখাৰ খালি নেকি ? হুহ ! মাথা মাৰিব লগা হৈছে নহয় ? বোলো এই বাকী চাৰি হাজাৰ লিটাৰ গাখীৰ সৰগৰ কামধেনুজনীয়ে আহি বাবা ব্ৰহ্মপুত্ৰৰ দোহাইতে দি গ'ল নেকি ?"

"হু···", বুঢ়াই টোপনিৰপৰা সাৰ পোৱা মানুহৰ দৰে কৈছিল, "তেনেকুৱা হলেতো কথাই নাছিল বহ । পিচে ইহঁতে এক লিটাৰ গাখীৰত দুই লিটাৰকৈ পানী মিহলায় নেকি ?"

"তয়ো এটা মস্ত বুৰ্বক অ' । অকল পানী মিহলালে সেয়া আৰু গাখীৰ হৈয়েই থাকিলেহেতেন নেকি ?" মতি ড্ৰাইভাৰে তাক মিছাতে ধমকি দিয়াৰ সুৰত কৈছিল ।

"ও, হয়তো দেখো কথাটো", বুঢ়াই বুজি পোৱাৰ ভঙ্গীত কৈছিল । "পিচে সিহঁতে কি কৰেনো ?" বুঢ়াই পুনৰ সুধিছিল ।

"হু···হু ! ৰহস্যটো সেইখিনিতেই", মতিয়ে বিজ্ঞৰ সুৰত কৈছিল । 'সিহঁতে পাওদাৰ মিহলায়, বুজিছ— সস্তীয়া পাওদাৰ । সেইবোৰ খালে মানুহ বেমাৰী হয়, জানি লবি । আকৌ শুন, আটা খাব নহয়, সেইযে হাতীৰ কাণৰ সমানকৈ টিকিৰা বনাই বিহাৰী চাহ-দোকানবোৰত খাবলৈ দিয়ে, তাৰে বেছিভাগ আটাই পেললীয়া । মিলিটাৰীক যিবোৰ আটা বেয়া বুলি খাবলৈ নিদিয়ে সেইবোৰকেই তহঁতে অমৃত বুলি টকালি পাৰি খাব, বুজিলিতো ?"

মতি ড্ৰাইভাৰে আৰু বহুত কিবা-কিবিয়েই কৈছিল সিদিনা । বুঢ়াৰ সকলোখিনি এতিয়া আৰু মনত নাই । সেইবোৰ শুনি বুঢ়া একেবাৰে অবাক হৈ গৈছিল । সি নিজকে ক'ৰবাত ঘোকোচাত সোমাই থকা চুক ভেকুলী বুলিয়েই সেইদিনা ধৰি লৈছিল । মতি ড্ৰাইভাৰৰ দৰে মদৰ পিপাত সোমাই থাকিব খোজা মানুহ এজনেও যে ইমানখিনি খবৰ ৰাখিব পাৰে, সি ধাৰাণাই কৰিব পৰা নাছিল ।

বুঢ়াই চকুদুটা ডাওৰকৈ মেলি তাক সুধিছিল, "তইনো এইবোৰ ক'ত কেনেকৈ গম পালি ?"

মতি ড্ৰাইভাৰে তাৰ কথাৰ উত্তৰ নিদি ওলোটাই সুধিছিল, "কিয় বিশ্বাস হোৱা নাই নেকি ?" পিচ মুহূৰ্ততে সি পুনৰ

ক'বলৈ ধৰিছিল, "এয়া ছাল-বাকলি নোহোৱা মদাহীৰ কথা বুলিয়েই উকৰাই নিদিবি, বুজিছ? আমি ট্ৰাক চলোৱা মানুহ, বহু কথাই গম পাওঁ; ফাইছলা কৰিহে নিদিও।"

সেইদিন ধৰি বুঢ়াই মতি ড্ৰাইভাৰক আৰু মদ নাখাবলৈ কোনোদিনেই কোৱা নাই। অৱশ্যে সিদিনাৰ পৰাই মতি ড্ৰাইভাৰৰ মাতলামি আগতকৈ কিছু কমিছিল। ঘৈণীয়েকৰ ওপৰত মাৰ-ধৰো নকৰা হৈছিল, ৰাতি ঘৰতো আগতকৈ অলপ সোনকালে সোমাব লৈছিল। বুঢ়া সেইখিনিতেই সন্তুষ্ট; তাত বাহিৰে তাক আৰু একো নালাগে। মতিৰ সৰু সৰু ল'ৰা-ছোৱালী দুটিৰ মুখত এপলক হাঁহি দেখিলেই সি স্বৰ্গ সুখ পায়। তাৰ সান্ত্বনা এইখিনিয়েই যে সি অন্ততঃ পদৰামৰ দৰে তথাকথিত বেয়া মানুহ আৰু এজন পাইছে। গাঁওবাসীয়ে যি নকৰিলেও সি কিন্তু এই মানুহজনক দলিয়াই দিব নোৱাৰে। দুয়োজনৰ প্ৰতি তাৰ কিবা এক মায়া সোমাই গৈছে—দুয়োজনেই তাৰ বুকুৰ আপোন। গাঁওখনৰ আন সি কোনো মানুহতকৈ সি সিহঁত দুজনক কোনো দিনেই নিম্ন স্থান দিয়া নাই, বৰং দুয়োজনকে সি যথাসম্ভৱ উচ্চ স্থানহে দি আহিছে। অৱশ্যে এটা কথা ঠিক, ল'ৰাটোক সি সকলোতকৈ ওখ স্থান দিয়ে। ল'ৰাটোৰ শান্ত-সমাহিত মুখখনি, বুদ্ধিদীপ্ত চকুযুৰি আৰু শিশুসুলভ হাঁহিটোৰ অন্তৰালত থকা তাৰ বয়সৰ বিপৰীত প্ৰজ্ঞাক সি সদায়ে সম্মান কৰে। তাৰ ভাব হয়, সি যেন কিবা পুণ্যৰ বলতহে তেনেকুৱা নিষ্কলুষ সঙ্গী এজন লাভ কৰিব পাৰিছে। বুঢ়াই ল'ৰাটোৰ ফালে বিমুগ্ধ দৃষ্টিৰে এবাৰ চালে। ল'ৰাটোৰেও নিজৰ ভাবনাতে বিভোৰ হৈ থকা দেখি সি একো নক'লে।

বুঢ়াই তেনেদৰে-নীৰৱ হৈ পৰাৰ পিচত ল'ৰাটোৰেও প্ৰথমতে কিছু সময় তাৰ মুখলৈ একেথৰে চাই আছিল। বুঢ়াৰ সেই চিন্তা-পথুৰ মুখখনলৈ চাই তাৰ বহুতো কথাই মনলৈ আহিছিল। এই পৰিবৰ্তনশীল পৃথিবীখনত বুঢ়াই যে কেনেকৈ অকণো পৰিবৰ্তন নোহোৱাকৈ কেবল মাটিৰ গোন্ধ লৈয়েই আজিও স্বকীয় মহিমাৰে প্ৰজ্বলিত হৈ থাকিব পাৰিছে সেইটোৱে তাৰ বাবে আশ্চৰ্যৰ বিষয়। বুঢ়াৰ চাৰিওফালৰ পৃথিৱীখন বহুত ৰঙীণ হ'ল, তথাপিও তালৈ যেন তাৰ কাণসাৰেই নাই। তাৰ ৰিঙা ৰিঙা লগা এই জীবনটো দেখাত তেনেই নিৰস, আমঠু ওলোৱা; অথচ সেয়াই যেন অভিনৱ

এক সৌন্দৰ্যৰ আকৰ। সেই সৌন্দৰ্যৰ আকৰ দুনিবাৰ—ল'ৰাটোৱে তাক বাৰুকৈয়ে অনুভৱ কৰে। অৱশ্যে আন এজনৰ জীৱনতো সি এক ধৰণৰ সৌন্দৰ্যৰ সন্ধান পাইছিল। সেইজন মানুহেও মাথো নীৰৱে কাম কৰি যায়; তেওঁৰ কাম কিন্তু মানুহ গঢ়া—জীৱন গঢ়া। তেওঁ নিজৰ কামত ইমানেই নিবিষ্ট যে নিজৰ ব্যক্তিগত জীৱনলৈ চকু দিবলৈও আহৰি তেওঁ খুব কমেইহে পায়। চৰম দাৰিদ্ৰৰ মাজেৰে তেওঁ তেওঁৰ জীৱন অতিবাহিত কৰিব লগা হৈছে। সেইজনেই হ'ল গাওঁৰেই প্ৰাথমিক স্কুলখনৰ সিহঁতৰ 'হেড্ চাৰ'। অৱশ্যে তেওঁ 'হেড্ চাৰ'তকৈ 'দীন পণ্ডিত' নামেৰেহে ভালকৈ পৰিচিত। এই দীন পণ্ডিতেই প্ৰথমতে চহৰৰ স্কুলখনত আৰু তাৰপৰা অৱসৰ লোৱাৰ পিচত গাওঁৰ স্কুলখনত কিমান ল'ৰা-ছোৱালীক পঢ়ুৱাই মানুহ কৰিলে, কিন্তু নিজৰ জীৱনলৈ হলে একোৱেই নাথাকিল। আজি বুঢ়া বয়সতো তেওঁ অমানুষিক শ্ৰম কৰে—স্কুল কৰে, চহৰৰ ইমুৰৰ পৰা সিমুৰলৈ চাইকেল মাৰি চহৰী মানুহৰ ল'ৰা-ছোৱালীক পঢ়ায়, মতিলাল বাবুকে ধৰি আন এজন মাৰোৱাৰীৰ ল'ৰা-ছোৱালীকো জমা-খৰচ শিকায়; কিন্তু নিজৰ জীৱনৰ জমা-খৰচ মিলাওতে হলে তেওঁৰ প্ৰায়ে ভুল হয়। আজি তেওঁ তেনেই নিঃস্ব - তেওঁৰ অৱস্থিতিক আজি কোনেও গ্ৰাহ্যই নকৰে। ল'ৰাটোৰ সেই কাৰণেই বেয়া লাগে—সকলোৱে দেখিও নেদেখা ভাও দি তেওঁক দেও দি যাব খোজা বাবে। এদিন তেনেকুৱা ঘটনা এটি সি নিজ চকুৰেই দেখিছিল।

ল'ৰাটোৰ মনত আছে, সিদিনা আছিল কোনোবা ইংৰাজী মাহ এটিৰ প্ৰথম দিন। দৰমহাৰ টকাকেইটা লৈয়েই সিহঁতৰ 'হেড-চাৰ' অৰ্থাৎ দীন পণ্ডিতে ল'ৰা-ছোৱালী কেইটাক মাহৰ প্ৰথম তথা শেষ দিনৰ বাবে মাছ-কাছ এটুকুৰাৰ মুখ দেখুৱাও বুলি বেলৰ অবিহনেও চলিব পৰা মান্ধাতা আমোলৰ চাইকেলখনেৰে কেৰ-মেৰ শব্দ তুলি চহৰৰ বজাৰখনত উপস্থিত হৈছিল। পিচে মাছৰ দামৰ উৰ্দ্ধমুখী গতিয়ে তেওঁক তেনেই নিৰাশ কৰি পেলাইছিল। ইফালে মাছ নিয়া-নিনিয়া ভাবৰ দোমোজাত পৰি থাকোতে তেওঁৰ চকুৰ আগতে আন মানুহবোৰে থাপিয়া-থাপি কৰি মাছ শেষ কৰি পেলাইছিল। উপায় নাপাই দীন পণ্ডিতে ঠাইতে থিয় হৈ মানুহবোৰৰ ব্যস্ততালৈ চাই আছিল। ঠিক তেনেকুৱা

সময়তে অতিৰিক্ত মাংসপেশীয়ে সহজতে কণ্ঠস্বৰ পাৰ হৈ আহিব দিব নোখোজা মাত এটি শুনি তেওঁ ঘূৰি চাবলৈ বাধ্য হৈছিল। খুন্দা খাটলি খাই থিয় হৈ থাকিয়েই তেওঁ সেইফালে চাইছিল।

মাতটোৰ গৰাকীয়ে কৈছিল, 'হেঃ হেঃ ! তোমাৰ অমিতাসব কিন্তু বঢ়িয়া আছে দেই বাই ।'

ধুতি আৰু গেঞ্জীৰ মাজেৰে ভুমুকি মৰা বিশাল পেটটো পিহি পিহি কথা কোৱা বক্তাজনক দেখিয়েই দীন পণ্ডিতৰ গাটো কিবা বাই-ভাই কৰিছিল। নতুনকৈ বহা ধুনীয়াকৈ নেপালী পোহাৰী জনীক উপলক্ষ্য কৰিয়েই কথাষাৰ কোৱা হৈছিল বুলি তেওঁ বুজিব পাৰিছিল।

ল'ৰাটোৱে জানে যে সেই পোহাৰী বোৰে সাধাৰণতে মাৰোৱাৰীৰঘৰবাই টকা ধাৰ আনে আৰু তাৰ বাবে বজাৰত ওলাব পৰা আটাইতকৈ ভাল বস্তুটোকে উপঢৌকন হিচাপে দিব লাগে। ইয়াৰ অন্যথা কেতিয়াও হ'ব নোৱাৰে। সেয়েহে পোহাৰীবোৰেও সাধাৰণতে মহাজনৰ ভাগটো আগধৰিয়েই এফলীয়াকৈ ৰাখিব লাগে। এই নেপালী পোহাৰী জনীও তাৰ ব্যতিক্ৰম নাছিল। সেইবাবেই পেটে পেটে মহাজনক দেখিব নোৱাৰিলেও তাই কৈছিল, 'আপোনাৰখিনি ইয়াতেই ৰাখি দিছো, বাবু। এতিয়াই নিব নেকি ?'

'হেঃ হেঃ হেঃ ! এতিয়াই দিবাৰ পাৰা। ইয়াতেই বান্ধি দিবা।' মহাজনেও অকাৰণতে হাঁহি কৈছিল।

পোহাৰীজনীৰ সৰ্বাঙ্গতে লিক লিকাই ফুৰা দুৰন্ত চকুকেইটাৰে মহাজনক অকল দীন পণ্ডিতেই নহয়, ল'ৰাটোৱেও সচাঁকৈয়ে ঘিণ কৰে। তথাপিও উপায় নাই, মহাজনৰ ল'ৰাক জমা-খৰচ শিকাবলৈ দীন পণ্ডিত যাবই লাগিব সংসাৰৰ দায়িত্ব চলালিবৰ বাবে। তেওঁৰ জীবনৰ আদিভাগ গুৰমুৰীকৈ সন্মানৰ মাজেৰেই পাৰ হৈ যোৱাৰ পাছত দীন পণ্ডিতে এতিয়া শেষ ছোৱাৰ বাবে সংগ্ৰাম কৰিব লগা হৈছে; তেওঁ এতিয়া উপেক্ষিত। তেওঁৰ প্ৰয়োজন মাথো সৰু সৰু ল'ৰা-ছোৱালী কেইটামানৰ মাজতে সীমাবদ্ধ।

দীন পণ্ডিত অৰ্থাৎ সিহঁতৰ হেড্ চাৰৰ সিদিনা আৰু মাছ কিনা হোৱা নাছিল। এটা সময়ত তেওঁ বুঢ়া চাইকেলখন ঠেলি ঠেলি অতি ক্লান্তভাবে ওলাই আহিছিল।

ল'ৰাটোৱে সিদিনা ক্লান্ত দীন পণ্ডিতক চকুৰ আঁৰ নোহোৱা-

লৈকে চাই আছিল। সিহঁতৰ হেড্‌চাৰৰ মলিয়ন মুখখনৰ আঁৰত থকা সৌন্দৰ্য সি সিদিনাহে উপলব্ধি কৰিব পাৰিছিল। তাৰ পুনৰ মনত পৰিছিল সেই শ্লোকটোলৈ, যিটো শ্লোক তাক শীৰ্ণ লুইতখনে সঘনাই মনত পেলাই দিয়ে, বুঢ়াৰ বিক্ত অৱস্থাটোৱে সদায়ে সোঁৱৰাই দিয়ে। ল'ৰাটোৱে উকা দৃষ্টিৰে বুঢ়ালৈ চালে আৰু তাৰ প্ৰায়ত ইমান সময়ে বিৰাজ কৰি থকা মৌনতা ভাঙি সিয়েই প্ৰথমতে মাত লগালে, "ককা।"

"হু..., কি হ'ল অ' ?" বুঢ়ায়ো ল'ৰাটোৰ ফালে চালে।

"আমাৰ স্কুলখনৰ হেড্‌চাৰক তই ভালকৈয়ে জান নহয় ?"

"হেড্‌চাৰ মানে ?"

"মানে মই দীন পণ্ডিতৰ কথা কৈছো।"

"অ, জানো। তেওঁকনো কোনে নাজানিব ? পিচে কিয় সুধিলি ?"

"নাই—এনেয়ে," ল'ৰাটোৱে কথা ঘুৰোৱাৰ চেষ্টাৰে ক'লে, "হঠাতে মনত পৰি গ'ল।"

"ও...," বুঢ়াই ভাবপ্ৰৱণতাৰে ক'লে, "তেওঁ কিন্তু অতি সাধু পুৰুষ আছিলেদেই। পিচে হলেনো কি হ'ব। তেওঁৰ জীৱনৰ পৰা দৰিদ্ৰতাহে নুগুছিল।"

"ময়ো ঠিক এই কথাটোকেই ভাবিছিলো ককা," ল'ৰাটোৱে আগ্ৰহান্বিত ভাবে ক'লে।

"অ, দাৰিদ্ৰই তেওঁক বাৰুকৈয়ে পীড়া কৰিছে, বুজিছ ? মানুহজনে ল'ৰা-তিৰোতাৰে সৈতে চহৰৰ গলি এটাত থকা সৰু ঘৰ এটাত যেনেদৰে থাকে নহয় দেখিলেই বেয়া লাগি যায়। তেৱেই কিমানক মানুহ কৰিলে অথচ কোনেও তেওঁক আজি প্ৰাহ্যই নকৰে।"

"সঁচাকৈয়ে দুখ লাগে ককা—তেনেকুৱাভাবে কিমানজন যে আজি আমাৰ দেশত উপেক্ষিত হৈ আছে।" ল'ৰাটোৱে ক্ষন্তেক ৰৈ পিচ মুহূৰ্তত হঠাতে সুধিলে, "এটা কথা তই মন কৰিছনে ককা ?"

"কি কথা ?"

"আমাৰ সমাজত নাৰীসকলৰ কথা। তেওঁলোকো আজি কম উপেক্ষিতা হৈ থকা নাই। কিমানেই যে বিশ্ববিদ্যালয়ৰ উচ্চতম

ডিগ্ৰী লৈও এতিয়াও বান্ধনীঘৰৰ ঘেতালি থাকিব লগীয়া হৈ আছে। তেওঁলোকে কিবা এটা কৰি নিজৰ শিক্ষাৰ মান বঢ়াব খুজিলেও গিৰীয়েকে নিদিয়ে। ঘৈণীয়েকে চাকৰি কৰিলে হেনো তিৰোতাৰ আৰ্জন খোৱা হয়। গিৰীয়েকৰ বাবে সেয়া আত্মসন্মানত লাগে। গোটেই পৰিয়ালটো লাগিলে শুকাই মৰিব, তথাপিও আত্মসন্মানৰ এই গেলা পগটো নেৰে। আচলতে নাৰীসকলক এটা সম্পত্তি হিচাপেই ব্যৱহাৰ কৰি আহিব পাৰিছেতো! তেওঁলোকৰো যে জীৱন বুলি কিবা এটা আছে সেয়া কোনোৱে ভাবিয়েই চাব নোখোজে। আমাৰ লগৰ ছোৱালী এজনীলৈকে চাচোন। বেচেৰীয়ে এইবাৰ আমাৰ লগত পাছ কৰিছিল। ছোৱালীজনীৰ বুদ্ধিও ভালেই আছিল, জান? পৰীক্ষাত নম্বৰো বহুত পাইছিলে। পিচে কিনো কৰি আৰু। মাক-বাপেকে ধৰি সব শেষ কৰি দিলে।"

"কিয়—বিয়া পাতি দিলে নেকি?"

"কৈছহেনে! মাক-বাপেকে হেনো একেবাৰে কাতিকৰ দৰে ৰূপে-গুণে অতুলনীয় ল'ৰা এজন পালে, তেনেকুৱা ল'ৰা বোলে সততে কাই পোৱা নাযায়; গতিকে দিলে একেবাৰে ধৰি-বান্ধি উলিয়াই। বেচেৰীৰ পঢ়াত খুব ইচ্ছা আছিল, বুজিছ? সেয়েহে বিয়াত বাৰে বাৰে আপত্তি কৰিছিল। পিচে লাভ একো নহ'ল। সেইজনী ছোৱালীৰ জীৱন তাতেই শেষ আৰু!"

কথাখিনি কৈ ল'ৰাটো ক্ষন্তেক ৰ'ল। তাৰ কথাৰ শেষৰখিনি সি অতি গহীন হৈ কৈছিল। সেইখিনিতে বুঢ়াই কিবা ক'ব বুলি সি ভাবিছিল যদিও বুঢ়াই একো নোকোৱাত সি পুনৰ ক'লে, "এওঁলোকে যে কেতিয়া সেই বন্ধনৰপৰা ওলাই আহিব পাৰিব! কিন্তু এদিন নিশ্চয় ওলাই আহিবই। অৱশ্যে আমি যদি চাৰিখন পাহাৰ জপিয়াব লাগে তেওঁলোকে তেন্তে পাঁচখন পাহাৰ জপিয়াব লাগিব, নহয় জানো ককা?"

বুঢ়াই এইবাৰো বিশেষ একো নকৈ হুমুনিয়াহ কাঢ়িলে মাথোন। তাৰ সেই সময়ত মাকলৈ মনত পৰি গৈছিল। সিহঁতৰ মাকৰো বিয়া হেনো একেবাৰে সকতেই হৈ গৈছিল। তেতিয়া তেওঁলোকে ল'ৰা-ছোৱালীৰ পাৰ্থক্যখিনিয়ে বুজা হোৱা নাছিল। আৰু তেতিয়াতো নাৰীৰ শিক্ষা বুলি কোনো কথাই নাছিল। যি নহওক, তাৰ মাহীয়েক এজনী আছিল, তেওঁ আৰু আঠ বছৰ বয়সতে

বিধবা হৈছিল। বেচেৰীয়ে গিৰীয়েকৰ ঘৰেই গচকি পোৱা নাছিল; অথচ তেতিয়াৰেপৰা অবধাৰিতভাৱে বৈধব্য যন্ত্ৰণা ভুগিব লগীয়া হৈছিল। সেইজনী মাহীয়েকে ভৰ যৌবন কালতে ভগবানৰ চৰণতে সকলো সপি দি নিজৰ মানসিক অবস্থালৈ স্থিৰতা আনিব বিচাৰিছিল। সেই মাহীয়েকজনী এতিয়া আছে নে নাই বুঢ়াই নাজানে—মৰিছে যদিতো ভালেই, আৰু মৰা নাই যদিহে প্ৰতি মুহূৰ্ততে মৃত্যুৰ বাবে ঈশ্বৰক খাটি হয়তো দিন গণিব ধৰিছে।

'তেনেকুৱা ব্যৱস্থা নথকা বাবেই হয়তো সমাজত ভালকৈ এবাৰ উশাহ লব পৰা গৈছে'—বুঢ়াই মনতে ভাবিলে। অবশ্যে সি জনাত আজি কেইবছৰমান আগতে সিহঁতৰে বাগানখনত চাহ-বনুৱাবিলাকৰ মাজত তেনেকুৱা বিবাহ দুই-এখন হৈছিল। শিশু দৰা-কইনাই বিবাহৰ কিবা ভু-ভা পাওক, নাপাওক ডাঙৰসকলে কিন্তু সেই আপাহতে যথেষ্ট ৰং-তামাছা কৰিছিল। ফটিকা খোৱাৰে পৰা ঢোল-দগৰ-বাঁহী বজাই ককালত ধৰি ধৰি নচালৈকে কোনোটোৰেই বাদ পৰা নাছিল। সিহঁতৰ এনেকুৱা জীৱনৰ কথা ভাবিলে বুঢ়াৰ কেনেবা কেনেবা লাগে। ল'ৰা-ছোৱালী নাইবা মতাবোৰতকৈ সিহঁতৰ তিৰোতাবোৰে যে কেনেকুৱা বিশ্ৰী জীৱন যাপন কৰিব লগীয়া হয়। তেওঁলোকে আৰু যে কিমান কষ্ট সহিব লগীয়া হয়। পৰিয়ালৰ ভৰণ-পোষণৰ বাবে এজোন পুৰুষতকৈ বহুত বেছি কাম তেওঁলোকে কৰিব লাগে। চাহপাত তোলাকে ধৰি বাগানৰ কামবোৰ কৰাৰ লগতে ঘৰুৱা কামবোৰৰ উপৰিও নিশালৈ প্ৰধানকৈ যিটোৰে অপেক্ষা কৰি থাকে সেয়া হ'ল মদাপী গিৰীয়েকৰ অবৰ্ণনীয় অত্যাচাৰ। তেওঁলোকে মাত মাতিব নোৱাৰে—সেই সকলোবোৰকেই মূকভাৱে সহ্য কৰিব লগীয়াত পৰে। 'ল'ৰাটোৰে কোৱা সাধাৰণ নাৰী সমাজতকৈ এই তিৰোতা-সকলৰ জীৱন আৰু বেছি দুৰ্বহ।' সি অনুভৱ কৰিলে।

বুঢ়াই এইবাৰ ল'ৰাটোলৈ চাই ক'লে, "তই চাহবনুৱাসকলৰ তিৰোতাসমাজলৈ কেতিয়াবা লক্ষ্য কৰিছনে ভাইটি?"

"অ,..." ল'ৰাটোৱে প্ৰায় লগে লগেই উত্তৰ দিলে, "সিহঁতৰ জীৱন আৰু বেছি ঘটেলা।"

"ময়ো তাকেই ভাবিছিলো," বুঢ়াই ক'লে। "সিহঁতে যে কিমান নিকাৰ ভুজিব লগীয়া হয়।"

ল'ৰাটোৱে এইবাৰ লগে লগে একো নক'লে। সি অলপ সময় মৌন হৈ থাকি কিবা যেন ভাবিলে। তাৰ পিচত লাহে লাহে কবলৈ ধৰিলে, "আচলতে কথা হ'ল সিহঁতৰ খুব কমেইহে শিক্ষাৰ মুখ দেখিছে। আজি এই কুৰি শতিকাৰ সভ্যতাৰ পোহৰে পোহৰাই থকা যুগতো সিহঁতে প্ৰকৃততে আন্ধাৰতে আছে। সিহঁতৰ আৰ্থিক অৱস্থা নাইবা পাৰিপাৰ্শ্বিকতা কোনোটোৱেই সিহঁতক শিক্ষাত উদগনি নিদিয়ে। তয়ো দেখোন ভালকৈ জান সিহঁতৰ বস্তিৰপৰা আজিলৈকে কিমান শিক্ষিত মানুহ ওলাইছে। আচলতে তেনেকুৱা অৱস্থাৰপৰা শিক্ষিত মানুহ ওলোৱা সম্ভৱ নহয়ো। অসমৰ মুখ উজ্জ্বলাবলৈ শেহতীয়াভাবে যি দুই এজন ওলাইছে, সেয়া অত্যধিক অধ্যাবসায়ৰ গুণতহে। অৱশ্যে এইটো ঠিক, আৰ্থিক অৱস্থা ভাল হলে আৰু ভাল পাৰিপাৰ্শ্বিকতা পালে তেওঁলোকেও যথেষ্ট উন্নতি কৰিব পাৰিব। আমাৰ গাওঁৰ সিটো মূৰত থকা চাহবনুৱা হালৈকে নাচাৱ কিয় ? সিহঁতৰ ল'ৰা-ছোৱালী বহুত দেচোন ; তথাপিও তুলনামূলকভাবে সিহঁত যথেষ্ট আগবাঢ়িছে। তয়ো নিশ্চয় ইতিমধ্যে অনুভৱ নকৰাকৈ থকা নাই, নে কি কৱ ?"

"হওঁতে তই ঠিকেই কৈছ", বুঢ়াই মাত লগালে। "পৰিবৰ্তন কিছু হৈছে সিহঁতৰ। সিহঁতে জীৱন যাপন কৰিবলৈ শিকিছে। ল'ৰা-ছোৱালী কেইটিকো সিহঁতৰ শক্তিয়ে জোৰালৈকে পঢ়াৰ সুবিধা কৰি দিছে। সিহঁতৰ ডাঙৰ ছোৱালীজনীয়ে বেছি উধাৰ নোৱাৰিলে যদিও তাইৰ তলৰ ভায়েকজনে তাইক কেতিয়াবাই চেৰাই গৈছে। সি এতিয়া চহৰৰ হাইস্কুলখনৰ ওপৰ শ্ৰেণীতে পঢ়ে হেনো। সি পঢ়াশুনাতো ভাল, নহয়জানো ?"

"অ, ভালেই হ'ব", ল'ৰাটোৱে উৎসাহেৰে ক'লে, "শ্ৰেণীত সি তৃতীয় নে চতুৰ্থ।"

"সিহঁত বাপেক-মাকহালে তাক কিমান যে মৰম কৰে। বুজিছ, নিজে নাখায়ো খুৱায়। দদায়েক-বায়েক কেইটাৰো তালৈ যে কিমান মৰম! ক'ৰবাত কিবা এটা ভাল বস্তু পালেই আটাইবিলাকে তালৈ বোকোচা বান্ধি লৈ আহে।"

"হ'বই তেনেকুৱা। এনেয়ে ল'ৰাজনৰ বুদ্ধি ভাল, তাতে আকৌ তাৰ আদৰ্শও আছে; গতিকে সিহঁতে মৰম নকৰিব কিয় ? অসমীয়াৰ নাম ৰাখিবলৈকে এদিন সিয়ো নিশ্চয় ডাঙৰ হৈ উঠিব।

সেয়েহে দেখিছু উপযুক্ত সুযোগ-সুবিধা পালে সিহঁতেও কিবা এটি কৰি দেখুৱাব নোৱাৰাৰ কি মানে আছে ? এই পৰিয়ালটোৰ আৰ্থিক অৱস্থা বস্তিৰ মজদুৰসকলৰ তুলনাত বহুত উন্নত—সেয়া তই জানই; পাৰিপাৰ্শ্বিকতাও বস্তিতকৈ আপেক্ষিকভাবে উন্নত। গতিকে সিহঁতৰ অলপমান হলেও অগ্ৰগতি হ'বই। অৱশ্যে আমাৰ গাঁওখনেই এতিয়া সিহঁতৰ অগ্ৰগতিক সীমিত ৰাখিব। কিন্তু প্ৰতিভা প্ৰকাশ পাবই— এই ল'ৰাজনৰ প্ৰতিভাও কেতিয়াও লুকাই নাথাকে— এদিন প্ৰকাশ পোৱাটো ধ্ৰুৱ।"

"উ···, ল'ৰাজনৰ প্ৰতিভা আছে।" বুঢ়াই আবেগভৰা স্বৰেৰে ক'লে। "তাক লৈ সিহঁত বাপেক-মাক হালে যে কিমান আশা কৰে নহয়! সিহঁতৰ বেটা পঢ়ি-শুনি ডাঙৰ মানুহ হ'ব, সিহঁতৰ মানুহবোৰক আলো দিব, 'আচাম দেচ'ৰ নাম ৰাখিব···"

"তই কেনেকৈ জানিলি ?" ল'ৰাটোৱে উৎফুল্লিত হৈ সুধিলে।

"মই সেইফালে মাজে-সময়ে গৈ থাকো নহয়! তেতিয়াই সিহঁত মতা-মাইকী হালৰ লগত কেতিয়াবা কথা হও। তেনেদৰে কথা পাতোতে এদিন ওলাইছিল আৰু!"

"সিহঁতে বাৰু ক'ব ধৰিলে কৈয়ে নাথাকেনে ?"

"অ, সিহঁত আও-ভাও নুবুজা একেবাৰে চাধা-চিধা মানুহ। এবাৰ ক'বলৈ পালে খুব উৎসাহেৰে কৈয়েই থাকে—যেন শেষ নহবই। নিজৰ পুতেকৰ কথাও একেবাৰে আঁৰ নলগাকৈ কৈ থাকে।"

"তয়ো আৰো ঠিক মিলি পৰ, নহয়জানো ?" ল'ৰাটোৱে ক'ব খোজা কথাখিনি ভাবি তাৰ উঠিব ধৰা হাঁহিটো দমাই ৰাখি ক'লে। "হাজাৰ হলেও একেই খাৰ খোৱা অসমীয়াতো—ফটা মুখৰ বাইকৰ বাবে বিখ্যাত। এবাৰ মুখ খুলিলে বন্ধ হোৱাৰ লক্ষণ আৰু সহজে দেখা নাযায়।"

"কিনো কবি আৰু!" বুঢ়াই হাঁহি হাঁহি ক'লে, "অসমীয়া বুলিলে সেই শৰপাতেই প্ৰথমতে পৰে।" বুঢ়াই ক্ষন্তেক ৰৈ পিচ মুহূৰ্ত্তে পুনৰ ক'লে, "সিহঁতৰ লগত কথা কৈ পিচে ভাল লাগে জান ?"

"কিয় ? সিহঁতৰ ভঙা ভঙা অসমীয়া মাত-কথাৰ বাবে ?"

"সেইটোও অৱশ্যে এটা কাৰণ হয় যদিও আচলতে সেয়া নহয়।"

"তেনেহলে কিয় ?"

"সিহঁত মনে-প্ৰাণেই অসমীয়া হৈ পৰা বাবে।"

"ও...," ল'ৰাটোৱে সহঁাৰি দিলে।

"সিহঁতে ক'ৰপৰা আহি কেনেদৰে বসতি কৰি আছে," বুঢ়াই আৱেগ জড়িতভাবে কৈ গ'ল, "চাব গলে আমিতো সিহঁতৰ বাবে একোকে কৰা নাই। তথাপিও সিহঁত হাড়ে-হিমজুৱে অসমীয়া। আনকি আগতো সিহঁতে অসমীয়া বুলিয়েই পৰিচয় দিয়ে। বছৰেকৰ বিহুটো আহিলে সিহঁতৰ গাত আগেয়ে নাচোন উঠে। সিহঁতৰ ডাঙৰজনী ছোৱালীয়ে শাল ব'ব লোৱাৰ পিচৰেপৰা বিহুৱা বতৰত পোনতে তাইৰ শালতহে মাকোৰ 'খট্ খট্' শব্দ উঠে। যোৱাবাৰ বিহুতো তাই মোক নিজে বোৱা গামোচা এখনেই দিলে।"

"হয় নেকি ?"

"অ, মই কিবা মিছা কও নেকি ?"

"পিচে কিয় দিলে ?"

"কি কিয় দিলে ? আপোন বুলি ভাবিছে বাবেই দিছে।"

"আপোন মানে ? আপোন আকৌ বহুত ধৰণৰ আছে নহয়।"

"কিয়—তোৰ কিবা সন্দেহ হৈছে নেকি ?" বুঢ়াই ল'ৰাটোৰ কথা বুজি পাই হাঁহি হঁাহি ক'লে।

"নহব আকৌ কিয় ? এই গামোচাৰেই কিমান কাহিনী ইতিমধ্যে সংঘটিত হৈ গ'ল—কিমান ইতিহাস ৰচিত হৈ গ'ল। তোৰো লক্ষণ কিন্তু মই ভাল দেখা নাই দেই।"

বুঢ়াই একো নকৈ হাঁহিলে মাথোন। ল'ৰাটোৱে ধেমালি কৰা বুলি সি বুজিব পাৰিছিল।

"তই নিজেই জানিলি দেখোন — মইনো আকৌ কি ক'ম ?" বুঢ়াই হাঁহিৰ মাজেৰেই ক'লে।

"ও..., তাৰ মানে হেৰি", "ল'ৰাটোৱে কথাখিনি তুলি ধৰি ক'লে। "এ..., লাপুং বুঢ়াক চা। এই বুঢ়া বয়সতো পৰকিতি কৰিছে নহয় ? এইবিলাক কিন্তু ভাল নহয়দেই। ৰবি, আইতাক কৈ কৈ দিম— পাবি মজাপালি বাপেকে।" কথাখিনি কওঁতে তাৰ হাঁহি উঠিছিল।

"জানে, জানে— তোৰ আইতাৰেও জানে। তাইনো আকৌ নতুনকৈ কি কৰি ?"

"কি কম মানে ? তোক ধুঘা লগাব দিম।"

"লাভ নহব বুজিছ ? আইতাৰেও ইতিমধ্যে মত দিলেই।"

"অ, তেতিয়াহলে ভালেই হ'ল— একেবাৰে গাখীৰতেই ম'হব খুটি। বিয়াত পোহৰৰ বাবে এতিয়া জোনাকী পৰুৱা কেইটামানহে গোটোৱা কথা। সেই ভাবটো বাক মগ্নে কান্ধ পতি লৈছোঁ।"

"ৰবি", বুঢ়াই বাধা দি কৈ উঠিল, "তাৰ আগতে মই আকৌ পুৰণি গাড়ীৰ ছাল-বাকলি অলপ বিচাৰিব আছেই নহয়।"

পুৰণি গাড়ীৰ ছাল-বাকলি কিয় ? মতি ড্ৰাইভাৰে মতিলালবাবুৰ বুঢ়া 'চেভৰ'লেট'খন আনিব পাৰিব নহয়— সেইখনেৰেই বেছ চুৰাব। গাড়ীখনে কেঁকাই-গেথাই উ-উ কৈ যাব নহয় ! গতিকে ঠিক জমিব। পিচে কইনা ওচৰতে যেতিয়া সেইখনৰো প্ৰয়োজন নাই দেখোন।"

"এহ ! মই কিয় কৈছো তই বুজাই নাই।" ল'ৰাটোৰ উৎসাহত চেঁচা পানী ঢালি বুঢ়াই ক'লে।

"কিয়নো কৈছ তই ?"

"প্ৰথমতে শুন", বুঢ়াই ক'লে, "মই তোক পুৰণা গাড়ীৰ ছাল-বাকলিহে বিচৰাৰ কথা কৈছো, গোট গাড়ীখনতো নহয়, হয় নে নহয় ?"

"অ, হয়", ল'ৰাটোৱে সহাৰি দিলে।

"কিয় কৈছো বুজা নাই ?"

"উহু।" ল'ৰাটোৱে মুৰ জোকাৰিলে।

"আচ্ছা", বুঢ়াই তাক বুজোৱাৰ ভঙ্গীৰে ক'লে, "তেনেহলে প্ৰথমতে কচোন কেনেকুৱা মানুহৰ মটৰ-গাড়ী থাকে।"

"চহকী মানুহৰ আকৌ।"

"ঠিক কৈছ। এতিয়া ধৰি ল, পদূলিত পুৰণি ভগা-ছিগা মটৰ-গাড়ীৰ ছাল-বাকলি কিছুমান পৰি আছে। তেতিয়া সেইবোৰ দেখি অচিনাকি মানুহ এজনে কি ভাবিব কচোন।"

ল'ৰাটোৱে অলপ সময় কিবা চিন্তা কৰিলে। তাৰ পিছত ক'লে, "নিশ্চয় কিবা দুৰ্ঘটনা ··· "

"তোৰ মুৰটো", বুঢ়াই তাৰ কথাখিনি সম্পূৰ্ণ কৰিব নিদি-য়াকৈ ক'লে। "কোনোবাই মোৰ পদূলিত গাড়ী সুমুৱাই দুৰ্ঘটনা ঘটাবলৈ যাব নেকি, গৰু ?" বুঢ়াই তাক ধেমালিতে ধমকি এটি শোধালে।

"তেনেহলে কি ভাবিব ? মই দেখোন একো ধৰিবই পৰা নাই।"

"শুন, মানুহে ভাবিব যে এই মানুহজনৰ—মানে মোৰ—নিশ্চয়

এসময়ত মটৰ-গাড়ী আছিলে। তাৰ মানে এসময়ত অৱস্থা খুবেই ভাল আছিলে; তেনেকৈহে ভাবিব, নহয় জানো ?"

"অ, ভাবিলে বাৰু; পিচে কি হ'ল ?"

"আস্! মোক আগতে শেষ কৰিব দেচোন, তাৰ পিচতো তই সুধিবি।"

"বাৰু, হ'বদে—তই কৈ যা।"

"আমাৰ মানুহে আজি-কালি আভিজাত্য ভাল পায়, হয় নে নহয় ?"

"হু ? ... ও", ল'ৰাটোৱে 'আভিজাত্য' শব্দটোত চক খাই উঠা যেন হৈ ক'লে।

আভিজাত্য শব্দটোক সি প্ৰকৃততে ঘিণ কৰে। এই আভিজাত্যৰ ভেম কৰিয়েই কিমানৰ জীৱন ইতিমধ্যে ধ্বংস হৈ গৈছে, কিমান কাহিনী ইতিমধ্যে ৰচিত হৈ গৈছে, তথাপি মানুহৰ আভিজাত্যক লৈ ভেম নুগুচে। কোনোবা ফুকনৰ পিতৃপুৰুষ আহোম স্বৰ্গদেৱৰ দিনত হয়তো উচ্চ খিতাপ লৈ আছিল, বৰ্ত্তমান ফুকনৰ গৰ্ব তাক লৈয়েই। ইফালে তেওঁ নিজে কি হ'ব পাৰিছে তাৰ প্ৰতিহে খবৰ নাই। কোনোবা বৰুৱাই হয়তো কোনোবা মন্ত্ৰীৰ ভৰি পখালি উচ্চ বিষয় বাব লভিলে; বচ, তেওঁ জাতত উঠিল আৰু! তেওঁৰ সম্পৰ্কও তেতিয়া আন অভিজাতসকলৰ লগতহে। সাধাৰণ খাটি খোৱা মানুহৰ তেতিয়া তেওঁ খবৰেই নৰখা হয়। তাৰ নিজৰেই তেনেকুৱা অভিজাত মোমায়েক এজন আছে। উচ্চ চৰকাৰী পদৱীত অধিষ্ঠিত সেই মোমায়েকজনে অন্ততঃ তাক বেয়া ব্যৱহাৰ নকৰিলেও কোনোদিনে তেনেকুৱা আদৰ-সাদৰো দেখুওৱা নাই। সেয়েহে সি তেওঁ-লোকৰ ঘৰলৈ সাধাৰণতে নাযায়েই; সি বুজন হোৱাৰ পাছত মাথো এবাৰ নে দুবাৰ গৈছিল মোমায়েকৰ তালৈ; কিন্তু দুয়োজনৰে আদৰ্শ সম্পূৰ্ণ বিপৰীত হোৱা বাবে দুয়োজনৰ দেখা-দেখি হলেই প্ৰায়ে কথা কটা-কটি হয়। সি নিজে প্ৰথমতে মৌন হৈ থাকিব বিচাৰে যদিও মোমায়েকৰ দাম্ভিকতাপূৰ্ণ কথাই তাক প্ৰায়ে অতীষ্ঠ কৰি তোলে আৰু সেইবাবেই নামাতো বুলি ভাবিলেও সি অৱশেষত মাতিবলৈ বাধ্য হয়। তাৰ মনত আছে, তেনেকুৱাভাবে এদিন মোমায়েকৰ লগত তাৰ কথা কটা-কটিয়ে শীৰ্ষবিন্দুত উপনীত হৈছিলগৈ। সেই নিশা শাস্তি হিচাপে মোমায়েকে তাক যথেষ্ট গালি-শপনি দিছিল। সেয়ে কি মানসিক অশান্তিৰ মাজেৰে সেই নিশাটো চট-

ফটাই পাৰ কৰিছিল, সেয়া ভাবিলে তাৰ মন এতিয়াও সেমেকি যায়। মোমায়েকেও নিশ্চয় সিদিনা নিজৰ ভুল বুজিব পাৰিছিল, কিয়নো পিচদিনা পুৱাতেই উঠি তেওঁ তাক বহুত বুজনি দিছিল— মানুহৰ জীৱনক লৈ বহুতো তত্ত্বগধুৰ কথাই তাক শুনাইছিল। তাৰে কিছুমান কথা সিও মানি লৈছিল ঠিকেই; কিন্তু যিখিনি তাৰ বিবেকে স্বীকৃতি দিয়া নাছিল, সেইখিনি সি তেতিয়াও স্পষ্টভাবে মোমায়েকৰ আগত ব্যক্ত কৰিছিল। মোমায়েকে কি ভাবিছিল সিদিনা সি জনা নাছিল— তাৰ পাছত তেওঁ আৰু তাক একোকে কোৱা নাছিল। অবশ্যে তাৰ পাছতেই সি মোমায়েকৰ ঘৰৰপৰা গুছি আহিছিল। সেইদিন ধৰি সি আৰু মোমায়েকৰ ঘৰলৈ যোৱা নাই। মোমায়েকে কিন্তু তাৰ পাছতো তাৰ যথেষ্ট খবৰ কৰিছিল।

"কি হ'ল অ'? তই দেখোন কিবা ভাব সাগৰত ডুব গলি?" ল'ৰাটোৰে অন্যমনস্ক হৈ পৰা দেখি বুঢ়াই ক'লে।

"হু", "ল'ৰাটোৱে চক্‌মক্‌কৈ সাৰ পোৱাৰ নিচিনাকৈ ক'লে, "ও, নহয়দে, তই মাথো কৈ যাচোন।"

"অ শুন তেনেহলে," বুঢ়াই ক'লে, "আমাৰ মানুহে পৰা বা কইনা চাব লগা হলে টকা-পইচা থকা সম্ভ্ৰান্ত ঘৰতহে চায় নহয় জানো?"

"উ, হয় দে।"

"তেনেহলে মোৰ কথাটো এতিয়া বুজিলিনে?"

ল'ৰাটোৱে কন্তেক সময় চিন্তা কৰিলে। তাৰ পিচত একো বুজিব নোৱাৰি মূৰ জোকাৰি ক'লে, "উহু, একো বুজা নাই।"

"তই এটা জৰদ্‌গৱ, বুজিছ?" বুঢ়াই তাক ধমকি এটি খোধাই ক'লে।

"উ, বুজিছো।" বুঢ়াই সম্পূৰ্ণ কৰিব নাপাওতেই ল'ৰাটোৱে মাজতে মাত লগালে।

"হে। কি বুজিলি?"

"মই এটা গৰু, মই এটা জৰদ্‌গৱ।" সি বৰ নিমাখিতভাবে ক'লে।

ল'ৰাটোৰ কথা কোৱা ধৰণ দেখি বুঢ়াৰ হাঁহি উঠিল। সি হাঁহি হাঁহিয়েই ক'লে, "বাৰু, হ'বদে—বহুত বুজিলি। শুন এতিয়া মোৰ কথা। মই এতিয়া বুঢ়া হৈছো দেচোন; মোকনো এনেয়ে কইনা কোনে দিব? পদুলিত ভগা মটৰ-গাড়ীৰ ছাল-বাকলি দেখিলে

ক্ষইনাৰ বাপেকে কিজানি অভিজাত্যৰ গোন্ধ পায়েই আৰু ভেতিয়া—হলে কিজানি কিবা এটা হেন্স্ট-নেন্স্ট ··· ”

“হয়েই।” ল'ৰাটোৱে বুঢ়াৰ কথাখিনি নিজে সম্পূৰ্ণ কৰাৰ লগে লগে হাঁহিত ফাটি পৰিল।

হাঁহিৰ জাউৰি সাম কাটিলত ল'ৰাটোৱে ক'লে, “বুঢ়া হলে কি হ'ব, তোৰ বুদ্ধি কিন্তু পাবে পাবে গঁঠা দেই।”

ল'ৰাটোৰ কথা শুনি বুঢ়াই পুনৰ হাঁহি উঠিল। সি হাঁহি হাঁহিয়েই ক'লে, “পিচে মস্কিল হ'ল ল'ৰাটোৰ বাপেকে ইতিমধ্যেই মোৰ কথা জানেই নহয়।”

“ভালেই হৈছে দে,” ল'ৰাটোৱে উত্তৰ দিলে। “মুখা পিন্ধিলে এনেওতো কেইদিনমান পিচত হলেও খুলি পেলাবই লাগিলহেতেন। গতিকে এতিয়া যেনিবা নিপিন্ধিলিয়েই।”

ল'ৰাটোৰ কথাখিনি শুনি বুঢ়াৰ মুখৰ মাত হৰিল। প্ৰকৃততে সি কথাখিনি একো নভবাকৈয়ে কৈছিল আৰু সেয়েহে ল'ৰাটোৰ পৰা তেনেকুৱা এটি উত্তৰ তাৰ কাৰণে সমুলি আশাপ্ৰদ নাছিল। এই সাধাৰণ কথাখিনিতে ল'ৰাটোৱে যে এনেকুৱা আক্ৰমণাত্মক অৰ্থ এটি কৰি বহিব পাৰে সেয়া সি ভাবিবই পৰা নাছিল। জীৱনত সি নিজে কোনোদিনে মুখা পিন্ধাৰ কথা চিন্তা কৰা নাই; বৰং তেনেকুৱা মানুহক সি সদায় মনে-প্ৰাণে ঘিণ কৰিহে আহিছে। তাৰ জীৱনত গোপনীয় একো নাই—এটা সহজ-সৰল জীৱনৰ পক্ষপাতী সি। তাৰ জীৱনত কোনো ধৰণৰ উচ্চাকাংখাও নাই—থকা দিনকেইটা যেনি-তেনি পাৰ হ'লেই হয়। জীৱনত দুই হাতেৰে ধন গোটাই বৰ বৰ অট্টালিকা সজাৰ মানসিকাও তাৰ নাই—সি সৰ্বসাধাৰণ হৈয়েই থাকিব বিচাৰে। নাইবা আনক ভালৰি বোলাই সকলোৰে সৈতে ভালে থাকিবও সি নিবিচাৰে। তাৰ মতে, সি এজন সাধাৰণ মানুহ একান্ত প্ৰয়োজনীয়খিনিতকৈ কিবা বেছি সি কাহানিও নিবিচাৰে। সেয়েহে জীৱনত মুখা পিন্ধি কিবা কৰাৰ প্ৰয়োজনীয়তা সি কাহানিও অনুভৱ কৰা নাই আৰু নকৰেও।

বুঢ়াই এটি দীঘলকৈ হুমুনিয়াহ কাঢ়িলে। ল'ৰাটোৰ কথাত তাত বাদে তাৰ একো কৰিব লগীয়া নাইবা কৰিব পৰা নাছিলো।

বুঢ়াৰ মানসিক দ্বন্দ্বখিনি ল'ৰাটোৱে বুজি পালে। অৱশ্যে অলপ আগেয়ে সি নিজে কোৱা কথাখিনি বুঢ়াৰ বাবে কিছু পৰিমাণে কঠোৰ হ'ব বুলি সি অনুভৱ কৰিব পাৰিছিল। কিন্তু

তাৰ অনুভৱটো হৈছিল সি কথাখিনি কোৱাৰ পাছতহে। গতিকে তেতিয়া সি কৰিব পৰা একোৱেই নাছিল। সি বেদনাহত চাৱনিৰে বুঢ়ালৈ চালে—বুঢ়াই সেই সময়ত ল'ইতলৈ চাই কিবা ভাবি আছিল।

'কিমান পবিত্ৰ এই মানুহজন!' ল'ৰাটোৱে বুঢ়াৰ মুখলৈ চাই থাকিয়েই নিজৰ মনৰ ভিতৰতে ক'লে। পুৰণিকলীয়া চত বুঢ়াৰ গাত নিশ্চয় আছে, কিন্তু অতি কম পৰিমাণেহে। আনহাতে বুঢ়াৰ জন্ম যি সময়ত, তালৈ চাই সেইখিনি থকাটো একো আচৰিত নহয়; বৰং তেনেকুৱা পুৰণিকলীয়া চত সেই সময়সাপেক্ষে বুঢ়াৰ গাত আৰু বহুত বেছি পৰিমাণে থকাটোহে বাঞ্ছনীয় আছিল। কিয়নো সেই সময়ত চুৰুৰীয়া ৰাজ্যত পুনৰ্জাগৰণ হ'ব পাৰে: কিন্তু একে সময়তে আমাৰ ৰাজ্যত ভুতৰ ভয়ত ৰাতি মানুহে ঘৰৰ বাহিৰলৈ ওলাব পৰা নাছিল। শিক্ষা-দীক্ষা বিশেষ একো নোপোৱাকৈ প্ৰধানকৈ অভিজ্ঞতাকে সাৰথি কৰি নিজকে সমসাময়িক আন মানুহবোৰতকৈ অধিক বাস্তৱ কৰি তোলাৰ বাবে বুঢ়া নিশ্চয় ধন্যবাদাৰ্হ। সি ভাবে, সেইবাবেই হয়তো বুঢ়াৰ কল্পনা আনবিলাকতকৈ অধিক মাৰ্জিত।

ল'ৰাটোৱে জানে যে মানুহৰ কল্পনা পৰিবেশে নিয়ন্ত্ৰণ কৰে। আকৌ পৰিবেশ গঢ় লয় মানুহৰ আৰ্থিক অৱস্থাক ভেটি কৰি। সেয়েহে কল্পনাৰ লগতে মানুহৰ আৰ্থিক অৱস্থা ওতঃপ্ৰোতভাবে জড়িত। প্ৰথমটোৰ উন্নতি হ'ব লাগিলে প্ৰথমতে দ্বিতীয়টোৰ উন্নতি হ'ব লাগিব। কথাখিনি শুনোতে কেনেবা যেন লাগিলেও আচলতে সত্য। পৃথিবীখনলৈ চকু মেলি দিলে সি এই সত্যটোৱেই আবিষ্কাৰ কৰিবলৈ পায়। সকলোৰে বাবে যিটো মূল আৰু প্ৰথম সেয়া হ'ল আৰ্থিক অৱস্থা, নহলে আন সকলোৰে লগতে মানুহৰ কল্পনাও অন্ধই হাতীৰ বৰ্ণনা দিয়াৰ নিচিনাই হ'ব। ল'ৰাটোৰ সেই অন্ধ কেইটাৰ গল্পটোলৈ মনত পৰিল। হাতীৰ বিষয়ে বহুত কিবা-কিবিয়েই শুনি থকাৰ পাছত এদিন হেনো অন্ধ কেইজনমানে গৈছিল হাতীৰ বিষয়ে বাস্তৱ অধ্যয়ন কৰিবলৈ। সিহঁতৰ প্ৰত্যেকেই হাতীৰ বেলেগ বেলেগ অঙ্গ হাতেৰে লিৰিকি-বিদাৰি চাইছিল আৰু তাৰ পাছত হাতী সম্পৰ্কে প্ৰত্যেকেই একো একোটা মত দিছিল। যিজনে হাতীৰ ভৰিখন চুই চাইছিল সি কৈছিল হাতী হেনো কলগছৰ দৰে। যিজনে হাতীৰ কাণখন চুই চাইছিল সি

আকৌ কৈছিল হাতী হেনো কুলা সদৃশ। মূঠৰ ওপৰত সিহঁতৰ প্ৰতিজনেই হাতীৰ ওপৰত এনেকুৱা ধৰণৰ একোটা মতামত দিছিল যদিও প্ৰত্যেকেই অশুদ্ধ আছিল। গোটেই কাহিনীটো মনত পেলাই ল'ৰাটোৱে নিজে নিজে হাঁহি উঠিল।

'আমাৰ দেশৰ মানুহবোৰৰ কল্পনাও নিশ্চয় সেই অন্ধবোৰৰ দৰেই হৈ আছে', ল'ৰাটোৱে নিজকে নিজে ক'লে। প্ৰায় ভাগেই উপযুক্ত কল্পনাৰ পৰা বঞ্চিত। সৰ্বসাধাৰণ মানুহবিলাকৰ আৰু কথাই নাই। যেতিয়া ৰিক্সাত উঠি যোৱা সৰু ল'ৰাজনকো ৰিক্সাবালা জনে 'বাবু' বুলিবলৈ লয় তেতিয়াই ৰিক্সাবালাজনৰ কল্পনাৰ সীমিত পৰিসৰৰ প্ৰতিফলন ঘটে। ৰিক্সাবালাজনৰ মনত সাধাৰণ উন্নত ধৰণৰ পোছাক পিন্ধা ল'ৰাজনেই তেতিয়া বহুত ডাঙৰ, যিয়ে হেনকি তাক যাত্ৰাৰ অন্তত ভাড়া হিচাপে পঞ্চাশ পইচাটো অথবা এটকীয়াখন দিব পাৰে। সেই সময়ত পঞ্চাশ পইচাটো বা এটকীয়াখনৰ মূল্যই তাৰ মনত সেই 'বাবু' জনৰো মূল্য। আচলতে সি নিজে টকা পইচাৰ যথেষ্ট তাড়নাত থকা বাবে সাধাৰণতে পইচাটোৰ মূল্য যিমান হ'ব পাৰে, সি তাতকৈ বহুত বেছি মূল্য আৰোপ কৰিবলগীয়া হয়। সেয়েহে তাৰ পৃথিবীখন অতি ঠেক। একো নজনা সৰু ল'ৰা এটাৰ বাবে দহ পইচাটোৱেই যেনেদৰে এটা বিৰাট ডাঙৰ সম্পদ, সেই ৰিক্সাবালাজনৰ ক্ষেত্ৰতো তেনেদৰেই পঞ্চাশ পইচা বা এটকীয়াখনেই এটা ডাঙৰ ঐশ্বৰ্য—সি তাৰ কল্পনাৰ সীমিত গণ্ডীৰে আৰু ওখলৈ চুকি নাপায়। তাৰ পৃথিবীখনত বহুতখিনি যান্ত্ৰিকতা থকা বাবেই কল্পনাও তাৰপৰা বহু আঁতৰত। তাৰ দুৰ্বল মানসিকতাৰে তাৰে যিখিনি ধৰি ৰাখিব পাৰে সেইখিনি সমাজৰ উচ্চ শ্ৰেণীৰ সৈতে খাপ খাব নোৱাৰে। সেয়েহে তাৰ ভিতৰত ক্ষুধা নাইবা বিক্ষোভ যিহৰেই জুই নজ্বলক কিয় চহকী আৰোহীজনে তাৰ প্ৰাপ্য ভাড়াখিনিৰ সলনি এটা চৰ মাৰি দিলেও সি মাতিব নোৱাৰা হয়। সিহঁতে ভাবিবলৈ বাধ্য হয় যে সিহঁতেই সমাজৰ অতি নিম্নখাপৰ প্ৰাণী—উচ্চখাপৰ ভৰিৰ ধূলি শিৰত লৈ থাকিবলৈকেই সিহঁতৰ জন্ম। আকৌ যেতিয়া কলেজৰ বিজ্ঞানাগাৰৰ সহায়ক সকলে নিজৰ নাতি-নাতিনীয়েকৰ বয়সৰ ল'ৰা-ছোৱালীবোৰকো 'আপুনি' সম্বোধনেৰে সন্মান দেখুৱাবলৈ লয়, তেতিয়া আনে কিবা ভাবক নাভাবক, ল'ৰাটোৱে কিন্তু সিহঁতৰ সেই একেই মানসিকতাৰ কথাই ভাবে। ৰিক্সাবালাবিলাকৰ জীৱনৰ লগত এই মানুহবোৰৰ জীৱনো একেটা সুৰতেই বন্ধা। জীৱনত সিহঁতে ঐশ্বৰ্য পোৱাতো দূৰৰ

কথা, প্ৰাৰম্ভাগে আনকি দেখাই নাই। লটাৰীত লাখ টকা পালে এই নিম্নশ্ৰেণীৰ মানুহবোৰে সেয়েহে ফাৰ্ট ক্লেইম কৰে। সিহঁতে প্ৰকৃততে হঠাতে ইমান ঐশ্বৰ্য লাভ কৰি একো ভাবিব নোৱাৰা হয়—সিহঁতৰ স্নায়ুতন্ত্ৰ মুহূৰ্ততে উদ্বেলিত হৈ উঠি বিকল হৈ যায়।

ল'ৰাটোৰ মনত পৰিল সি কিছুদিন আগতে চোৱা নাটক এখনৰ কথা। নাটকখনৰ এটি সাধাৰণ দৃশ্য, অথচ কিমান অৰ্থবহ! তাৰ মনত আছে দৃশ্যটোত দুজন চন্দৰীয়ে সিহঁতৰ ৰজাৰ সম্বন্ধক লৈ গুণা-গথা কৰিছিল। সমস্যাটো আছিল যদি ৰাজকুমাৰীয়ে আহি সিহঁতৰ এজনৰ ডিঙিত বৰমাল্য অৰ্পণ কৰে তেন্তিয়া সিহঁতে কি কৰিব। সিহঁত দুজনৰ এজনেতো একো ভাবিবই পৰা নাছিল, আনজনে কিন্তু ভাবিছিল যদি ৰাজকুমাৰীয়ে তাৰ ডিঙিত বৰমাল্য অৰ্পণ কৰে তেন্তে সি ঠেঙৰ ওপৰত ঠেঙ তুলি বহি লব আৰু তাৰ পিচত খীৰ-পাখীৰকে সাঙুৰি যিমান সোপা মিঠাই আছে সকলোবোৰেই সোপা-সোপে গিলি যাব। বহু! সিমানেই আছিল সিহঁতৰ কল্পনাৰ দৌৰ।

অভিনয় চাই ল'ৰাটোৰো হাঁহি নুঠাকৈ থকা নাছিল, কিন্তু লগে লগে সি নভবাকৈও থকা নাছিল। 'উকা দৃষ্টিত এটা সাধাৰণ বহুৱালি হলেও সন্নিহিত তাৎপৰ্যখিনিক কোনেও নিশ্চয় নুই কৰিব নোৱাৰে', ল'ৰাটোৱে ভাবে। সিহঁতৰ কল্পনাৰ সীমিত গণ্ডীৰ কথা অনস্বীকাৰ্য। সমসাময়িকভাৱে সিহঁতৰ দুৰ্বল মানসিকতাও নিশ্চয় অত্যন্ত স্পষ্ট।

ল'ৰাটোৱে ঠিক একে ধৰণেই একে ধৰণৰ মানসিকতাই দেখিছিল সিহঁতৰ গাওঁৰে গোবৰ্দ্ধন মিস্ত্ৰীৰ ক্ষেত্ৰতো। গোবৰ্দ্ধন মিস্ত্ৰীৰ যোগালী হিচাবে কাম কৰা জয়ৰামকো সি পেলাই থোৱা নাই। দুয়োজনৰেই কাৰ্যকলাপৰ মাজেৰে সি দুয়োজনৰে মানসিকতাৰ উমান লব বিচাৰে। অৱশ্যে সাধাৰণ জ্ঞানেৰে দুয়োজনৰে মানসিকতা কেনেকুৱা হ'ব পাৰে তাক সেয়া সি আগতেই অনুধাবন কৰিব পাৰিছিল। দুয়োজনৰে অসমান্তৰাল আৰ্থিক অৱস্থাৰপৰা উদ্ভূত অসমসজাস মানসিক অৱস্থাই যে এই ক্ষেত্ৰত আগশাৰী ল'ব সি সেয়া জানিছিলেই। তথাপিও ব্যৱহাৰিক ক্ষেত্ৰত সি তাৰ কল্পনাক প্ৰয়োগ কৰি চাবৰ বাবেই দুয়োজনকে লক্ষ্য কৰে। এই দুয়োজনকে ভালদৰে লক্ষ্য কৰাৰ সুবিধা সি পাইছিল কোনোবা এজন ঠিকাদাৰৰ তলত গোবৰ্দ্ধন মিস্ত্ৰীয়ে ঘৰ বনোৱাৰ কাম কৰোঁতে।

জয়ৰামৰ আৰ্থিক আৰু তাৰ লগে লগে মানসিক অৱস্থাৰ ওপৰত গোবৰ্দ্ধন মিস্ত্ৰিৰ কৰ্তৃত্বই এনেদৰে প্ৰভাৱ বিস্তাৰ কৰিছিল যে তাৰ বাবে গোবৰ্দ্ধন মিস্ত্ৰিয়েই আছিল এজন ডাঙৰ মানুহ। বেচেৰাৰ অৱস্থা এনেকুৱা আছিল যে মিস্ত্ৰিৰপৰা সি বিড়ি এডালো জ্বলাই দুহোপা মাৰিবলৈ সাহস পোৱা নাছিল। বাঁহৰ জখলাৰে ওপৰত উঠি সি যেতিয়া লোহাৰ তাৰবোৰত গাঁঠি দি থাকে তেতিয়া তলত মিস্ত্ৰিৰ মুখত জ্বলন্ত বিড়ি দেখিলে তাৰো নিচাখোৰ মনটোৱে লকলকোৱাটো স্বাভাৱিক; কিন্তু তাৰ সেই আশাব্যঞ্জক চাৱনি দেখিলেই গোবৰ্দ্ধন মিস্ত্ৰিৰ মালিকমাৰ্কা ৰূপটোৱে গৰ্‌গৰাই উঠে—'হহ! কাম কৰ, কাম কৰ; পইচা গছত লগা নাইদে।' তথাপিও জয়ৰামে বসুমতীৰ দৰে সকলো সহিব লাগে; কিয়নো তাৰ জীৱনৰ চাবি-কাঠি সকলো গোবৰ্দ্ধন মিস্ত্ৰীৰ হাতত।

সেইজন জয়ৰামে যে মানুহ দেখা নাই তেনেকুৱা নহয়—গোবৰ্দ্ধন মিস্ত্ৰিৰ তলত কাম কৰি কৰি সি ইতিমধ্যে বহুত দেখিলে। মিস্ত্ৰিৰ সন্মুখত সি যেনেকৈ মুখ খুলি একো কব নোৱাৰে, তেনেদৰে মিস্ত্ৰিয়ে আকৌ ঠিকাদাৰৰ সন্মুখত মুৰ তুলিব নোৱাৰে, ঠিকাদাৰে আকৌ বৰ চাহাবৰ ওচৰত হাত মোহাৰিব লাগে, বৰ চাহাবে আকৌ ...নাই, জয়ৰামে আৰু কল্পনা কৰিব নোৱাৰে। জয়ৰাম যিটো স্তৰত আছে তাত থাকি ইয়াতকৈ আৰু বেছি কল্পনা কৰা অসম্ভৱ। সেয়েহে 'মছলা' মাৰোতে ছয় টিন বালি আৰু এক টিন চিমেণ্ট মিহলালেও গোবৰ্দ্ধন মিস্ত্ৰিৰ চকুৰ নিৰ্দেশত সি দুই টিন বালি আৰু এক টিন চিমেণ্ট বুলি ক'ব লগীয়া হয়,. ঢালাই কৰোতে চাৰিডাল লোহা দিলেও আঠডাল বুলি ক'ব লগীয়া হয়। নক'লেও হয়, এই সকলোবোৰৰ আঁৰতে থাকে ঠিকাদাৰ চাহাবৰ হাত।

জয়ৰামে কিবা ভাবিব পাৰক বা নোৱাৰক ল'ৰাটোৱে কিন্তু ভাবে গোটেইখিনি যেন কেনেকুৱা এটা পেচ'ত পৰি গৈছে— সিহঁতে স্কুলত পঢ়াৰ দৰেই যেন বিদ্যমান ঐককেন্দ্ৰিক বৃত্ত, যাৰ কেন্দ্ৰৰ মাজেৰে গৈছে টকা-পইচাৰ শকত অক্ষডাল। জয়ৰাম মিস্ত্ৰি, ঠিকাদাৰ, বৰ চাহাব আদি প্ৰত্যেকেই যেন এই অক্ষডালৰ চাৰিওফালে ঘূৰি আছে—ঠিক সৰিয়হ পেৰা ঘাণিটোৰ দৰে।

কথাখিনি ভবাৰ লগে লগে সি বুঢ়াক মাতিলে, "ককা।"

"হু," বুঢ়াই হঠাতে সাৰ পাই উঠাৰ নিচিনাকৈ ক'লে।

আচলতে বুঢ়ায়ো তাৰ নিজস্ব ভাবনাৰ মাজতে সোমাই আছিল। বিশেষকৈ ল'ৰাটোৰ সেই কথাষাৰ শুনাৰ পাছত তাৰ মনলৈ বহুতো কথাই আহিছিল।

"সৰিয়হ পেৰা ঘাণি তই দেখিছ নহয়?" লৰাটোৱে সুধিলে। "ঔ আই!" লৰাটোৱে যেন কিবা এটা আচৰিত কথাহে কৈছে ঠিক তেনেধৰণে বুঢ়াই কৈ উঠিল, "দেখিছ মানে? আগতে সৰিয়হ পেৰা ঘাণি আমাৰ ঘৰে ঘৰে থকাৰ নিচিনাই আছিল।"

"ও, হয়নেকি ?"

"তাতে আকৌ, তেতিয়াৰ মানুহবোৰে আকৌ এতিয়াৰ মানুহৰ দৰে তেল কিনি খোৱা নাছিল। সৰিয়হৰ খেতি কৰিছিল আৰু ঘাণিত সেইবোৰ পেৰি তেল উলিয়াই সেই তেল ব্যৱহাৰ কৰিছিল। পিচে তই জানো ঘাণি দেখিছ ?"

"আজি কেইদিনমান আগতে দেখিছিলো—নগৰ ল'ৰা এজনে চিনাই দিছিল।"

"পিচে হঠাতে কিয় ঘাণিৰ কথা মনত পৰিল?"

"হু" লৰাটোৱে দীঘলকৈ এটি উশাহ লৈ ক'লে, "আমাৰ মানুহ বিলাকৰ ছবি এখন মোৰ মনৰ পৰ্দাত ভাঁহি উঠিছিল।"

"কেনেকুৱা ছবি?" বুঢ়াই সুধিলে।

"আগতে কচোন," লৰাটোৱে বুঢ়াৰ কথাৰ উত্তৰ পোনপতীয়া ভাবে নিদি কলে, "ঘাণিটোত মাজতে প্ৰধান অংশখিনি ৰাখি তাতে জৰীৰে বান্ধি দিয়া গৰুবোৰ তাৰ চাৰিওফালে ঘূৰাই থাকে, নহয় জানো?"

"অ, তেনেকুৱাই।"

"আমাৰ মানুহবিলাকেও আজি তেনেকুৱাভাবে টকাৰ চাৰিওফালে ঘূৰি আছে। কথাটো তই মন কৰিছ নে?"

"ও—", বুঢ়াই ভাবপ্ৰৱণতাৰে উত্তৰ দিলে।

"বুজিছ," লৰাটোৱে পুনৰ কলে, "সাধাৰণ মানুহবোৰেই বৰ্তমান গৰুৰ দৰে ঘাণি টানিছে। সিহঁতৰ কামনা-বাসনাকো একো নায়েই অৰ্থাৎ নোহোৱা কৰিছেই; বৰ্তমান সিহঁত আনকি কল্পনাখিনিৰ পৰাও বঞ্চিত—বিবেকক চালিত কৰিবলৈ সিহঁত অসমৰ্থ।"

বুঢ়াই ল'ৰাটোৰ কথাখিনিৰ সত্যতা উপলব্ধি কৰিলে। সি কলে, "ঠিকেই কৈছ ভাইটি, প্ৰত্যেকজন মানুহেই আজি জীৱনৰ ঘাণি টানিব লাগিছে। ঠিক গৰুৰ দৰেই মাথো আহাৰখিনিৰ বাবেই

হাড়ভঙা শ্ৰম কৰিব লগীয়া হৈছে। সিহঁতে খোৱা মুঠিৰ চিন্তাতেই ইমান ব্যস্ত থাকিব লগীয়া হয় যে জীৱনৰ আন দিশবোৰলৈ এবাৰ চকু দিবলৈও সিহঁতৰ আহৰি নাথাকে। সিহঁতে সিহঁতৰ আশা-আকাংশাবোৰক সকলো সময়তে দমাই ৰাখিব লগীয়া হয়। সেয়েহে দিন যোৱাৰ লগে লগে সেই মানুহবোৰ ৰুক্ষ হৈ পৰে।”

“তই ঠিকেই অনুভৱ কৰিছ ককা,” বুঢ়াৰ কথাত উৎসাহিত বোধ কৰি ল’ৰাটোৱে কবলৈ ধৰিলে। “মানুহবিলাকৰ অনুভূতি বোলা বস্তুটোৱেই নোহোৱা হৈ গৈছে। আৰু এটা কথাও নহয় — কোনোবা এজন মানুহ যদি নিচেই সৰু কালৰে পৰা আনৰ ঘৰত লগুৱা থাকি আহিব লগীয়া হয়, তেন্তে সেই মানুহজনৰ মানসিকতা বাৰু কেনেদৰে ঠিকে থাকিব? তয়োতো দেখিছ, কিমান সৰু সৰু ল’ৰা চাহ-দোকানত বা হোটেলত ‘বয়’ হিচাপে নাইবা আন চহকী মানুহৰ ঘৰত গৰু চৰোৱা বা ঘৰুৱা কাম-বন কৰা ল’ৰা হিচাপে অথবা চিটী বাছৰ ‘হেন্দিমেন’ হিচাপে থাকি এটা পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব মূৰপাতি লব লগীয়া হৈছে। কিমান সৰু সৰু ছোৱালীয়ে আনৰ ঘৰত কাম-বন কৰি নিজৰ আহাৰ মোকোলোৱাৰ লগে লগে অসমৰ্থ পিতৃকো সহায় যোগাইছে। সেইবোৰ ল’ৰা-ছোৱালীৰ জীৱনৰ আৰু কাহানিবা উন্নতি হ’ব জানো? তই জানো ক’ব পাৰিবি সিহঁত কাহানিকৈ মুকলি হ’ব?...নিশ্চয় নোৱাৰ—সিহঁতৰ জীৱন তাতেই শেষ।” ল’ৰাটোৱে শেষৰ কথাখিনি গভীৰ দুখেৰে সৈতে কৈছিল।

“হয় অ,” বুঢ়ায়ো বেদনাহত কণ্ঠেৰে ক’লে, “হাজৰিকাৰ ল’ৰা-ছোৱালী দুটা স্কুললৈ ওলাই গলে তেওঁৰ ঘৰত কাম কৰা ল’ৰাটোৱে বাৰান্দাৰ খুটাটোত আউজি যেনেদৰে চাই থাকে নহয় মোৰ দেখিলেই বেয়া লাগি যায়, বুজিছ? আকৌ শইকীয়াৰ ঘৰত কাম কৰা সৰু ছোৱালীজনী দেখিছনে? তাই নিজে ইমান ফটা-ছিটা কাপোৰ পিন্ধি থাকে! শইকীয়াৰ ছোৱালীজনী তাইৰ সম বয়সৰে নহয়—সেই ছোৱালীজনীৰ দামী দামী চোলাবোৰ তাই যেতিয়া ধুই মেলি দিয়ে তেতিয়া তাইৰ কেনেকুৱা লাগিব পাৰে ভাবি চাচোন।” বুঢ়াই ক্ষন্তেক বৈ পুনৰ ক’লে, “সিহঁতৰ জীৱনবোৰ অতি দুখ লগা, নহয়?”

“অ,” ল’ৰাটোৱে সহঁাৰি জনাই ক’লে, “সিহঁতে ঐশ্বৰ্য্য জিৰিকি-বিদাৰি থাকিব পাৰে; কিন্তু কেতিয়াও ভোগ কৰিব নোৱাৰে।

খোৱা মেজতো ধনীৰ দুলালহঁতক গাখীৰকে ধৰি নানা তৰহৰ দামী দামী খোৱা বস্তু সিহঁতেই হয়তো যোগান ধৰিব লাগিব; কিন্তু সিহঁতৰ নিজৰ বাবে হলে একোৱেই নাথাকে। সেই সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ মন এনেবোৰ কাৰণতে একেবাৰে ভাগি যায় ককা। সেইবাবেই সিহঁতৰ বেছিভাগে খোৱা সাজ-বাচন ধুবলৈ গৈ গিৰিহঁতে খাই এৰা অমূল্য খোৱা বস্তুৰেই সোৱাদ লয়। কিছু-মানে অৱশ্যে চোৰ কৰিবলৈকো শিকে; কিন্তু তেতিয়া তাৰ লগে লগে গৃহস্থৰ চৰ-লাঠিও সিহঁতৰ বাবে অপেক্ষা কৰি থাকে।"

"হ'বদে হ'ব," ল'ৰাটোৱে আৰু কিবা ক'লেহেঁতেন যদিও বুঢ়াই হঠাতে তাক বাধা দি কৈ উঠিল, "আৰু নক'লেও হ'ব, বুজিছ? মই সকলো গম পাই গৈছো।"

ল'ৰাটোৰ কথা শুনি বুঢ়াৰ আচলতে দুখ লাগিছিল। ল'ৰাটোৱে সেয়া বুজিব পাৰিলে। ক্ষন্তেক ৰৈ সেয়েহে সি ক'লে "তোৰ দুখ লাগিছে নহয় ককা?"

"দুখনো কাৰ নালাগিব অ'?" বুঢ়াই উত্তৰ দিচাপে ক'লে; এইবোৰ কথা শুনি যাৰ দুখ নালাগে সি মানুহ নহয়, বুজিছ? সি পাষাণ।"

ল'ৰাটোৱে এইবাৰ আৰু একো নক'লে। বুঢ়াক নিজৰ ভাবনাৰ মাজতে এৰি দি সি মনে মনে ৰ'ল; কিন্তু মনে মনে থকাটোও কম কণ্টকৰ নহয়। কাৰণ এনেকুৱা মুহূর্তত আনু-সাঙ্গিক চিন্তাবোৰে আহি জুমুৰি দি ধৰেহি। ল'ৰাটোৰো মনত পৰি গ'ল তাৰ লগৰে পবন নামৰ ল'ৰাটোলৈ। ল'ৰাজন তাৰ লগতে একেলগে পঢ়ে। বেচেৰাৰ ঘৰৰ অৱস্থা আকৌ খুবেই বেয়া। দেউতাক থাকোতে তেৱেঁই যেনিবা টুক-টাককৈ দুই-এসাজ লঘোণৰ মাজেৰে হলেও সংসাৰখন চলাইছিল; কিন্তু পবন দশমমান শ্ৰেণী পোৱাৰ পাছতেই দেউতাক মৰিল। দেউতাকে অৱশ্যে তাৰে বহুদিন আগৰে পৰা দুৰাৰোগ্য বেমাৰত ভুগি আছিল। সেয়েহে সিহঁতৰ ঘৰৰ অৱস্থা ক্ৰমান্বয়ে পৰি আহিছিল। যি নহওক, দেউতাকৰ মৃত্যুৰ সময়ত পবনৰ ওপৰৰ ভায়েকজনে প্ৰবেশিকা পৰীক্ষা পাছ কৰিছিলে মাখোন—তাৰ আৰু পঢ়া নহ'ল। পেটৰ দায়ত পৰি কাম বিচাৰিবলৈ লাগিল। তাৰ ভাগ্যও হয়তো ভাল আছিল আৰু সেয়েহে চহৰৰে কিতাপৰ দোকান এখনত 'চেলেচ্-

মেন'ৰ কাম এটি পাই গৈছিল। আকৌ পৱনৰ তলৰ ভায়েক কেইজনৰো অৱস্থা একেই হৈছিল—খাবলৈকে নোজোৰে আৰু সিহঁতে পঢ়িব ক'ৰ পৰা ? পঢ়া সিহঁতৰো নহ'ল । সেই ভায়েক তিনি-জনৰ ডাঙৰজন এতিয়া চিটি বাছ এখনৰ হেণ্ডিমেন, তাৰে তলৰজনে চাহ দোকান এখনত কাম কৰে আৰু একেবাৰে সৰুজনে ওপৰৰ দুজনে সৰুকৈ সজাই দিয়া তামোল-পানৰ দোকান এখন চলায় । পৱনৰ বুদ্ধি বেয়া নহয় বাবে আটাই কেইজনে মিলি তাক পঢ়ি থাকিবলৈ দিছে । সিও তুমুল মানসিক অৰ্ন্তদ্বন্দ্বৰ মাজেৰে হলেও পঢ়ি আছে ; কিয়নো সি জানে, ঘৰখনৰ হকে কিবা এটা কৰিব লাগিলে একমাত্ৰ সিয়েই কৰিব লাগিব—ঘৰখনৰ সকলোৰে তাৰ ওপৰতে আশা কৰিছে ।

এই সকলোবোৰ কথা পৱনেই ল'ৰাটোৰ আগত কৈছিল । ল'ৰাটোক সি খুবেই ভাল পায় ; ল'ৰাটোৱেও তাক যথেষ্ট ভাল পায় আৰু সেয়েহে সি তাক যৎপৰোনাস্তি সহায় কৰিব বিচাৰে । তাৰ কিতাপ-বহী পৱনক চাবলৈ দিয়াৰ উপৰিও পৱনৰ প্ৰয়োজনত সি আৰ্থিকভাৱেও সহায় কৰে । পৱনৰ বেদনাক্লিষ্ট মুখখনৰ আঁৰত থকা প্ৰতিশ্ৰুতিখিনিও সি গম পায় । ল'ৰাটোৱে জানে যে পৱন দৃঢ়প্ৰতিজ্ঞ—জীৱনত সি হেনো কিবা এটা কৰিবই—ঘৰখনে তাক লৈ ৰচা সপোন সি হেনো বাস্তৱত ৰূপায়িত কৰিবই । কাৰণ তাৰ সৰু ভায়েকজনেই এদিন তাক হেনো কৈছিল, 'পৱনদা, তই ডাঙৰ হলে ডাক্তৰ হবি দেই—আমাৰ দেউতাৰ দৰে দুখীয়া বেমাৰী মানুহক তই ভাল কৰি দিবি । আমাৰ মাজনীকতো তেতিয়া তই একো কৰিবই নিদিবি—মাই তোৰ কথা ৰাখিব । আকৌ আমাকো ভাল ভাল চোলা-পেণ্ট তই ডাক্তৰ হলে দিব লাগিব নহয়; তেতিয়ালৈ পাহৰি নাযাবি আকৌ ।'

পৱনৰ হেনো সৰু ভায়েকজনৰ এই কথাষাৰ সদায়েই কাণৰ কাষত বাজি থকা যেন লাগে—সি ল'ৰাটোৰ আগত কৈছিল । সি দৃঢ়প্ৰতিজ্ঞ হোৱাৰ আঁৰত এই কথাষাৰেও ক্ৰিয়া কৰি আছে নিশ্চয় । সৰু ল'ৰা এজনে কোৱা হলে কি হ'ব, কথাষাৰত নিহিত থকা সৰলতাৰ লগতে আন্তৰিকতা মিশ্ৰিত বেদনাখিনিক কোনে নুই কৰিব পাৰিব ? ল'ৰাটোৱে জানে, বুঢ়াই যদি পৱনৰ এই কথা জানিব লাগে তেন্তে সি খুবেই আঘাত পাব—বুঢ়াৰ অন্তৰখন অতি কোমল । সেয়েহে বুঢ়াক সি কথাটো নোকোৱাটোকেই ঠিক কৰিলে ।

বুঢ়াই তেতিয়া সেই অভিশপ্ত জীৱনবোৰৰ কথাকেই ভাবি আছিল। 'কি যে দুৰ্ভগীয়া সিহঁত!' সি নিজে নিজেই ক'লে। জীৱন কি জনাৰ আগতেই সেই জীৱনবোৰ ধ্বংস হৈ গ'ল। সিহঁতে পোহৰ কোনোদিনেই নাপালে। পৃথিৱীত সিহঁতে জন্মলগ্নৰে পৰা কান্দিয়েই থাকিব লগীয়া হোৱা বাবে তাৰ দুখ লাগে। তাৰ মতে, সেইবিলাকো সৃষ্টিৰ ফুলনিৰে ফুলিব লগীয়া একোটা একোটা কলি আছিল; কিন্তু পাহি মেলিব নৌপাওতেই সেই কলিবোৰ মৰহি গ'ল।

'সেই মৰহি যোৱা কলিবোৰ আৰু কোনোবা দিনা জানো ফুলি উঠিব?' বুঢ়াই নিজকে নিজে প্ৰশ্ন কৰে। সি সঠিক উত্তৰটো বিচাৰি নাপায়। সি ভাবে, আজিৰ পৃথিৱীত আচৰিত বোলা কোনো বস্তুৱেই নাই। তাৰ চকুৰ আগতে নিতৌ কিমান আচৰিত আচৰিত ঘটনা ঘটিব ধৰিছে। মানুহে চন্দ্ৰলৈ যোৱাকে ধৰি এজন মানুহৰ প্ৰাণ কলিজা আন এজন মানুহৰ কলিজাৰ ঠাইত বহুওৱা, নাইবা পৰীক্ষানলত শিশু জন্ম দিয়ালৈ কিমান আচৰিত ঘটনাই যে আজিলৈকে ঘটিব ধৰিছে! সেয়েহে বুঢ়াই আজিৰ যুগত আচৰিত শব্দটোৱেই অৰ্থহীন হৈ পৰা বুলি ভাবে। তাৰ মতে, প্ৰয়োজন হলে আজিৰ মানুহে চন্দ্ৰতো মহানগৰ সাজিব, মৰুভূমিৰ বিস্তীৰ্ণ ধূলিৰ মাজতো প্ৰাণৰ সঞ্চাৰ কৰিব, লুইতখনো ওলোটাই বোৱাইহে এৰিব।

"লু...ই...ত!" বুঢ়াই মুখৰ ভিতৰতে বিৰবিৰালে। আচলতে লুইতৰ কথা মনলৈ অহাৰ লগে লগে তাৰ এটি সপোনলৈ হঠাতে মনত পৰি গ'ল। সপোনটো আজি কেইদিনমান আগতে সি দেখিছিল। সপোনটো তাৰ কাৰণে তেনেই আচৰিত আছিল বাবে পাহৰাটো তাৰ বাবে অসম্ভব আছিল। আকৌ সেই সপোনটোকে ল'ৰাটোক সি কওঁ কওঁ বুলিয়েই আছিল যদিও তেনেকৈ সুবিধা পোৱা নাছিল।

বুঢ়াই ল'ৰাটোলৈ চাই মাতিলে, "ভাইটি!"

"কি হ'ল অ'?" ল'ৰাটোৱে বুঢ়াৰ ফালে ঘূৰি চাই সুধিলে।

"আজি কেইদিনমাৰ আগতে এটি আচৰিত সপোন দেখিছিলো অ'," বুঢ়াই লুইতৰ ফালে চাই লাহে লাহে ক'লে।

"সপোন? কেনেকুৱা? গামোছাৰ নহয়তো?" ল'ৰাটোৱে কৌতুকেৰে ক'লে।

"মই কিন্তু ধেমালি কৰা নাইপেই," বুঢ়াই উঠিব ধৰা হাঁহিটো দমাই ৰাখি ক'লে ।

"হয় নেকি ? তেনেহলে কচোন ক—মোৰ এই কৰ্ণযুগল তোৰ সেই অমৃতবাণীৰে ধন্য হওক ।"

"এহ ! থাওকদে," বুঢ়াই ল'ৰাটোৰ কথাখিনি বুজি পাই ক'লে, "তোৰ শুনাৰ ইচ্ছা নাই ।"

"এ...,নহয়, নহয়," ল'ৰাটোৱে খৰধৰকৈ ক'লে । "মোৰ শুনিবৰ বিৰাট মন গৈছে আকৌ ।"

"শুন তেনেহলে । একদম চাপ্‌-চুপ দেই– মাজতে নামাতিবি," বুঢ়াই তাক সাৱধান কৰি দিলে ।

"উ, এয়া ঠিলা লগালো আৰু !" তাৰ পিছত সি নিজৰ মুখতে সৰুকৈ থাপৰ এটি মাৰি নিজকে নিজে ক'লে, "এই মুখ, একো নকবি দেই ।"

ল'ৰাটোৰ কাম দেখি বুঢ়াৰ হাঁহি উঠিছিল । সি হাঁহি হাঁহিয়েই ক'লে, "বাৰু, হ'বদে—শুনি যা মাথো এতিয়া ।"

বুঢ়াই ইতিমধ্যে অলপ লৰি-চৰি ভালকৈ বহি লৈছিল । সি এইবাৰ দীঘলকৈ উশাহ এটি লৈ আৰম্ভ কৰিলে, "তোক মই আগতে ক'ম বুলি ভাবিও সুযোগ পোৱা নাছিলো । সপোনটো এই লুইতৰ বুকুতেই, বুজিছ ? সপোনতে মই যেন লুইতৰ বুকুত নাও বাব ধৰিছো—মানে নাও খেল খেলিছো—এক ভয়ানক প্ৰতিযোগিতাত নামি পৰিছো । সোঁতৰ প্ৰতিকূলে নাও বোৱা কেনে কঠিন মই এতিয়াহে অনুভৱ কৰিব ধৰিছো । এই প্ৰতিযোগিতাত নমাৰ আগতে মই কেতিয়াও অনুভৱ কৰা নাছিলো যে সময়ত ইয়ে মোক কালসৰ্প হৈ দংশিব । আহ, কি ভয়ানক ! তথাপিও মই ব'ঠা এৰি দিয়া নাই । কাৰণ প্ৰতিযোগিতাত জিকিব পাৰিলেই নদীৰ পাৰৰ সমগ্ৰ অঞ্চলটোৱেই মোৰ হস্তগত হ'ব । সেয়েহে দেহত শেষ বিন্দু তেজ থাকে মানে সিহঁতক কেতিয়াও জয়ী হ'বলৈ নিদিও ।"

"এক মিনিট দেই ককা," বুঢ়াই কৈ থাকোতে ল'ৰাটোৱে মাজতে মাত দিলে ।

"সেইয়া—মই জানো তই নমতাকৈ থাকিব নোৱাৰ বুলি ।" কণ্ঠতে বুঢ়াই হাঁহিলে ।

"হেৰি-মানে, এটা কথা সোধো ?"

"নোসোধাকৈ জানো তই এৰিবি ? শোধ বাক কি শোধ।"

"মানে কথাটো হ'ল, আচলতে নাও খেলত জিকিলে ক'ৰবাত তেনেকৈ মাটি দিয়ে নেকি ?"

"তেনেকৈ নাওখেলত জিকি মাটি পোৱা ময়ো অৱশ্যে আজিলৈকে শুনা নাই," বুঢ়াই চিন্তাৰ মাজেৰে ক'লে। "এনেয়ে কিন্তু নাওখেল হয় বৰপেটাত—বৰ ডাঙৰ ধৰণেই হয়।"

"শুন তেন্তে। দুয়োখন নাওৱেই সমানত আগবাঢ়িছে। সিহঁতেও যে ইমান জোৰে বাইছে নহয়! মই মনেৰে তেতিয়া ভাবিছো—'নল মাৰি ওলোৱা গজালিৰ শক্তি তহঁতৰ গাত হ'ব পাৰে; তথাপিও মোৰ বুঢ়া নলৰ শক্তিক সহজে পৰাজিত কৰিব নোৱাৰিবি। মোৰ মনৰ আকাশত সূৰ্য বৰ্তমান; বুঢ়া বাহুৰ জোৰেৰে নাও বাই তহঁতক ঘটুৱাই মাটি মোৰ হাতলৈ আনিহে এৰিম—তহঁতৰ চকুৰ আগতে।'

"সেপোনতেই মই চাই লৈছো দেই—নদীৰ এটা পাৰত মোৰ মানুহ; আনটো পাৰত সিহঁতৰ। মোৰ ফালৰ মানুহ প্ৰায় নায়েই। প্ৰায় চাৰি আঙুলিৰে সিহঁতৰ মানুহ। 'অৱশিষ্ট আঙুলিটোৰ মানুহেৰেনো কি হ'ব পাৰে ?' সপোনতেই মই নিজকে নিজে প্ৰশ্ন কৰিছো।

"পাৰত সিহঁতৰ দলটোৱে হৰ্ষধ্বনি কৰিছে। সেই হৰ্ষধ্বনিৰ মাজতে মই দেখিছো গেন্ধেলা, আঘোণাহঁতক। সিহঁতেও মোৰ বিপক্ষে জয়ধ্বনি কৰিছে। মই আচৰিত হৈছো, কাৰণ মাটিক লৈ মহাজনৰ সৈতে মোৰ যেতিয়া বিবাদ লাগিব ধৰিছিল তেতিয়াতো সিহঁতেই আহি মোক উচটাইছিল। তেতিয়াৰ সিহঁতৰ কথাবোৰ মোৰ যেন ভালদৰেই মনত পৰিছে—

"ৰসাই, এইবাৰ হলে নেৰিবি—মাটি তই পাবই লাগিব; নহলে সিহঁতে আমাৰ জকাটোও নেৰিব'—সেয়া আছিল আঘোণাৰ কথা। গেন্ধেলাহঁতেও যেন তাৰ কথাকেই সমৰ্থন কৰিছিল—'হয়ে ৰসাই, আঘোণাই হওতে সঁচা কথাকেই কৈছে।' পিচে ইমানেই তহঁতৰ সাহসনে ? মোৰ তেতিয়া সপোনতেই খং উঠিছিলদেই; মনে মনে সিহঁতক গালি পাৰিছো—'হুহ! জবদ্‌গবহঁত, সন্মুখত থিয় হ'ব নোৱাৰ; ঘণচিৰিকাৰ জীৱন এটা লৈ সংসাৰলৈ আহিছ! পাচত বৰ বৰ লেকচাৰ মাৰিবি আৰু মুখৰ আগত হলে ঘণচিৰিকা জাকৰ

দৰে পলাই যাবি ; তহঁতৰ ছাঁটোও নেদেখা হ'ব। ৰবি, তহঁতেও দেখি যাবি বুঢ়া আঙুলিৰ দাম কিমান।"

"এ-এই ককা, ৰহচোন, শুন," যেন কিবা এটা হৈছিলহে ঠিক তেনে ধৰণে ল'ৰাটোৱে হঠাতে কৈ উঠিল।

"সেইয়া—তই আকৌ মাতিলি," বুঢ়াই পোন হৈ মুৰটো ইষৎ বাওফালে ঘূৰাই ক'লে।

"এইবাৰৰপৰা," ল'ৰাটোৱে জিভাখন বাহিৰলৈ উলিয়াই দাঁতেৰে মাজডোখৰত কামুৰি ধৰি ক'লে, "আৰু একদম নামাতো।"

"নামাততো—ঠিক ?" বুঢ়াই তাৰ জবানবন্দী লোৱাৰ নিচিনাকৈ ক'লে।

"কাগত ধৰিব লাগিব নেকি ?" ল'ৰাটোৱে নিবোকা চামোনটো হৈ দেখুৱালে।

"নালাগেদে—কাগখনক মিছাতে কষ্ট নিদিলেও হ'ব," বুঢ়াই ল'ৰাটোৰ ষ্টেওৰালি বুজিব পাৰি হাঁহি হাঁহি ক'লে। "এতিয়া কি সুধিব খুজিছিলি সেয়া সুধিলেই হ'ব।"

"হেৰি, মানে তই যে আঘোণা, গেঙ্কেলা আদি নামবোৰ কৈ আছ, এই মানুহবোৰ সঁচাকৈয়ে আছে নেকি ?"

"অ, মই বৰপেটাত থাকোতে তেনেকুৱা নামৰ সমনীয়া আছিলে ; পিচে সিহঁত বা এতিয়া জীয়াই আছেনে মৰিছেই সেয়াহে নাজানো।"

"তাত থকা আটাইবোৰ মানুহেই জানো তোৰ চিনাকি আছিল ?" ল'ৰাটোৱে পুনৰ সুধিলে।

"উহুঁ।" বুঢ়াই মুখ জোকাৰি ক'লে, "বেছি ভাগকেই চিনি পোৱা নাছিলো। কেইজনমান ডেকাক আকৌ আগতে কতো দেখা নাছিলো যদিও সধোনত মোৰ ভাব হৈছিল, সিহঁত যেন মোৰ অতি চিনাকি, অতি ওচৰৰ ; সিহঁতৰ চিনাকি নামো মই জানিছিলো। সেইবোৰ মই একেলগে সপোনটোৰ লগতে কৈ যাম, বুজিছ ?"

"বাৰু, তেন্তে তই কৈয়েই যা," ল'ৰাটোৱে প্ৰায় লগে লগে ক'লে। "মই আৰু মাজতে নামাতোদে।"

বুঢ়াই ল'ৰাটোৰ কথাত হাঁহিলে মাথোন। পিচত পুনৰ আৰম্ভ কৰিলে, "তোৰ পিচত মই আৰু খৰকৈ ব'ঠা মাৰিছো—কাৰণ মই আগুৱাবই লাগিব। বাৰ্দ্ধক্যৰ দাগ থকা হাত দুখনে অবিৰাম খৰ গতিত আগ-পিচ কৰিব ধৰিছে। এয়া প্ৰতি মুহূৰ্ততে মই আগু-

বাইছো। মোৰ দুয়োকাষে ব'ঠাৰ চপ্ চপ্ শব্দ। সিহঁতৰ নাওখন লাহে লাহে পিচ পৰিছে। নাই, আৰু বেছি নাই—দূৰত কদম গছ, ৰিণিকি ৰিণিকি দেখা গৈছে। সেয়া নৰেন, হেমকান্তহঁতে মোৰ হৈ লুইতৰ পাৰে পাৰে মোৰ নাওৰ লগে লগে দৌৰি জয়ধ্বনি কৰিছে। মই যে তোক ক্ষন্তেক আগেয়ে ডেকা কেইজনমানৰ কথা কৈছিলো—এইকেইজনেই, বুজিছ?"

"ও" লৰাটোৱে মূৰ দুপিয়ালে। "পিচত কি হ'ল?" সি পুনৰ সুধিলে।

"মই মনতে ভাবিছো দেই, 'বেচেৰাহঁতে পোহৰ পাইছে বাবেহে মোৰ বাবে আহিছে।' তাৰে মাজতে হেমকান্ত বোলাজনৰ মাতো মই শুনিছো, 'ৰমেসশ্বৰ কাই, আৰু জোৰ দে। বেছি নাই আৰু—মাটি তই পাবই লাগিব।' তুমুল কোলাহলৰ মাজতো মই যেন হেমকান্তৰ মাত ঠিকেই চিনিছো। মোৰ বিপদৰ সময়তো সিহঁতে মোক এৰা নাই। উত্তৰত ময়ো যেন সিহঁতক কৈছো— 'ৰবি বোপাই, মোৰ নাও ও পুৰণি আৰু মানুহো পুৰণি। তথাপিও যিখিনি বাইছো মনৰ জোৰতহে, জানিবি।'

"মই লক্ষ্য কৰিছো, মোৰ নাওখন সিহঁতৰ নাওখনৰ পৰা কেই হাত মান আগত। মনে মনে সেই কাৰণেই ভগবানক যেন কৈছো— 'উস্, ভগবান! এয়ানো কি বাচ্চোনত পেলালা?' তথাপিও ব'ঠা মই এৰি দিয়া নাই। ব'ঠা ধৰোতে ধৰোতে মোৰ হাত দুখনত জ্ঞান নোহোৱা হৈ গৈছে, কিন্তু মই যে জিকিবই লাগিব। সেয়া গেঞ্জেলা হঁতেও চকুৰ ঠাৰেৰে সঁহাৰি জনোৱা মই যেন দেখিবলৈ পাইছো। তাৰ মানে সিহঁতৰ প্ৰাণটো মোলৈকেনে? দেহটোহে মাথো সিহঁতৰ বাবে?

"মই প্ৰাণপণে ব'ঠা মাৰিছো। মোৰ উশাহ চুটি হৈ গৈছে। থৰকৈ উশাহ লওতে ডাঙৰ ডাঙৰকৈ শব্দ হৈছে। সিহঁতৰ নাওখন দেখিবলৈ ধুনীয়া; মজবুত হয়নে নহয় পিছে নাজানো। মোৰ নাও-খন ভাল হোৱাহেতেন পিচে দেখিলি হেতেন—ব্ৰাহি মধুসূদন সুৱৰি-লিহেতেন। তথাপিও এই বুঢ়া দেহা আৰু বুঢ়া নাও লৈও তহঁতক চেৰ পেলাইছো। হে ভগৱান, তুমি নিশ্চয় নিচলাৰ, বিপদগ্ৰস্তৰ বন্ধু—এইবোৰ পিচে মোৰ মনৰহে ভাব দেই— আচলতে মোৰ প্ৰাণত যেন আধাৰ সঞ্চাৰ হৈছিল।

"পাৰত মোৰ হকে কৰা তুমুল জয়ধ্বনি মই যেন শুনিবলৈ পাইছো— 'জয় ৰসেশ্বৰৰ-জয়'। আকৌ পাৰতে কোনোবাই যেন কৈছে— 'ৰসেশ্বৰে মাটি নিলে।'

"ময়ো যেন সিহঁতক কৈছো— 'এৰা নিমতো, তহঁতক সৰগত তুলি পূজা কৰিবলৈ এৰি দিম নেকি?'

"চাওতে চাওতে মই সিহঁতকৈ কিছু আগবাঢ়িছো। মোৰ হাত দুখন ভয়ানক ভাবে গৰম হৈ উঠিছে। বুঢ়া হাত— তেজ নায়েই, তথাপিও ইমান গৰম হৈ উঠিছে। আচৰিত!

"সৌৱা—অদূৰত বগা-হালধীয়া ফুলেৰে কদমডাল। সেইডালেই আমাৰ লক্ষ্যবিন্দু। সিহঁতকৈ মই আগবাঢ়ি আছো। তেনেহলে জয় মোৰেই অৱধাৰিত। আহ্! মাটি—কদম ফুলৰ দৰে সোণ-হালধীয়া মাটি ময়েই পাম। ঘৰত মোৰ ঘৈণী, মোৰ লৰা-ছোৱালীবোৰ...

"সপোনতেই মই ভাবিছো সিহঁতে যেন যোৱা দুদিন ধৰি লঘোণে আছে। ময়ো যেন এই মুহূৰ্ত্ততহে লঘোণীয়া পেটৰ উমান পাইছো। ইচ্ছা কৰি পাহৰিব খুজিলেও নোৱাৰি। কিন্তু দুদিনীয়া লঘোণীয়া পেটৰ পিচত সিহঁতৰ মুখত আজি হাঁহি ওলাব— সোণালী হাঁহি। মই ইমান দিনে প্ৰাণৰ মাজত সাৱতি লৈ থকা সূৰ্য্যটো সিহঁতে যেন আজি মুক্ত আকাশত দেখিবলৈ পাব। উহ! আজি যদি মোৰ ধন থাকিলহেতেন, দেখিলেহেতেন বুঢ়া বাপেকৰ দেহৰ জোৰ আৰু শুনিলেহেতেন ৰজনজনাই যোৱা কীৰ্তি।"

"ধন মানে— তোৰ ডাঙৰ ল'ৰাটো, নহয় জানো ককা?" ল'ৰাটোৱে তাৰ কৌতূহল দমাই ৰাখিব নোৱাৰি আকৌ বুঢ়াই কৈ থকাৰ মাজতে সুধিলে।

"অ, ঠিকেই," বুঢ়াই সহঁাৰি জনালে।

"ধনকাইতো এতিয়াও আছে।" লৰাটোৰ কথাত আচৰিত হোৱাৰ সুৰ।

"অ, আছে", বুঢ়াই সহজভাৱে ক'লে।

"তেনেহলে?"

"সপোনতেই মোৰ কিয় জানো ভাব হৈছিল সি যেন ঘৰ এৰি গুচি গৈছে। পিতৃ হৈ তাক খুৱাব পিন্ধাব পৰা নাছিলো— স্কুলত পঢ়াব পৰা নাছিলো। তাৰ যেন বুদ্ধি ভালেই আছিল— পাঠশালাৰ হেড পণ্ডিতেও যেন মোক বৰকৈ কৈছিল যে তাক স্কুলত

পঢ়িবলৈ দিব লাগে—তাৰ হেনো ভৱিষ্যত উজ্জ্বল ; কিন্তু মোৰো যেন উপায় নাছিল । পেটৰ দায়ত পৰি তাক লগাইছিলো মোৰ সামান্য মাটি টুকুৰাত খেতি কৰাত সহায় কৰিবলৈ । তথাপিও সি প্ৰথাৰবপৰা মনে মনে গুছি গৈছিল পঢ়াশালিলৈ—গায়ে-মুখে বোকাৰ প্ৰলেপ এটা লৈ । গতিকে তেনেকুৱা জীৱন এটা মই অকালতে ধ্বংস কৰিব ওলোৱাত সি যেন তাৰ আগতেই ঘৰ নামৰ শ্মশানখন এৰি গুছি গৈছিল ।"

"ও," ল'ৰাটোৱে এটি হুমুনিয়াহ কাঢ়িলে । যদিও বাস্তৱ ক্ষেত্ৰত বুঢ়াৰ ডাঙৰ ল'ৰা ঘৰ এৰি যোৱা নাছিল, সপোনত বুঢ়াৰ অৱস্থাৰ সৈতে বৰ্তমানৰ প্ৰকৃত অৱস্থাৰ একো পৰিবৰ্ত্তন অথবা বৈসাদৃশ্য সি দেখা নাছিল । সপোনত যেনিবা ধনে ঘৰ এৰি গুছি গৈছিল ; কিন্তু বাস্তৱ ক্ষেত্ৰত একেই আৰ্থিক দুৰ্যোগত পৰি সি আজি ৰিক্সা চলায় ।

ল'ৰাটোৱে বুঢ়ালৈ চালে । বুঢ়াই মৌন হৈ যোৱা দেখি সি ক'লে, "তই আকৌ বৈ গলি কিয় ?"

"নৰও, বুঢ়াই প্ৰায় লগে লগেই ক'লে, "শেষ প্ৰায় পাইছোৱেই, এতিয়া আৰু ৰ'মনে ?"

"কৈ যা তেনেহলে ।"

"কৈছো বহ, তই মাথো অধৈৰ্য্য নহবি ।"

"অধৈৰ্য্য মই এনেয়ে নহও যদি তই মোৰ ধৈৰ্য্যৰ বান্ধোন ছিঙি নিদিয় ।"

"ও, হয় নেকি ? শুন তেনেহলে," বুঢ়াই পুনৰ ক'বলৈ ধৰিলে । "মই তোক ল'ৰা-তিৰোতাৰ কথা কৈছিলো নহয়—সপোনতে নাও বাই থাকোতেও মই সিহঁতৰ কথা ভাবি গৈছো । ইমান দিনৰ দুখৰ মূৰত আজি সিহঁতৰ মুখত এতিয়াহে হাঁহি বিৰিঙৰ মুকলি বায়ুত এবাৰ মুক্তভাবে উশাহ ল'ব পাৰিব—ঘৰ এৰি যোৱা ধনেও নিশ্চয় এদিন ঘূৰি আহিব—এনেদৰে নানা ধৰণৰ চিন্তাত বিভোৰ হৈ গৈছো । হঠাতে পাৰত মোক লৈ চিঞৰ এটি শুনি মই যেন সম্বিৎ ঘূৰাই পালো । শব্দটো অনুসৰণ কৰি চাই দেখো যে হেমকান্ত নামৰ ডেকাটোৱে যেন মোৰ বাবে চিঞৰিছে আৰু বাবে বাবে আগলৈকে পোনাইছে । আগলৈকে চাই মোৰো গালৈ তেতিয়াহে হুচ আহিল । উৰা ! সেয়া দেখোন সিহঁতৰ নাও-

খনৰ টিংটো। তাৰ মানে ইমান পিচ পৰি থাকিও সিহঁতে মোক এভিয়া পিচ পেলাইছে! উহ! ভগবান, তুমি মোৰ প্ৰতি ভাৰানো সদয় নোহোৱা? সিহঁতে এই প্ৰতিযোগিতাত জিকিব লাগিলে দেখোন মোৰ যথাসৰ্বস্বই যাব। মই মনে মনে তেনেদৰেই যেন ভগৱানক প্ৰাৰ্থনা জনাইছো।

"মই আৰু প্ৰাণপণে ব'ঠা মাৰিবলৈ ধৰিলো। দেহে নামানে—হাত নচলে। তথাপিও মাটি মই পাবই লাগিব। মই অতি খৰকৈ উশাহ লৈছো! দেহৰ অৱশিষ্ট তেজখিনিও যেন খুব খৰকৈ বব ধৰিছে। গা জুৰ ঘমাদি ঘামিছে। সৰ্ব শৰীৰেদি যেন ঘামৰ জোল বৈ গৈছে, বুকুখনতো কিহবাই যেন হেচা মাৰি ধৰিছে, হাত দুখনতো কিহবাৰ জড়তা আহি পৰিছে। মই যেন এই মুহূৰ্ততে বাগৰি পৰি যাম তেনেকুৱা বোধ হৈছিল।"

"সৌভাল বগা-হালবীয়া ফুলেৰে কদম গছ। সিহঁতৰ নাওখন ইতিমধ্যে বহুত আগ হৈ গ'ল। মই বহুত পিচত। মই লক্ষ্য কৰিছো, মোৰ ফালৰ মানুহবোৰো লাহে লাহে আঁতৰি গ'ল। মাথোন সেই ডেকা কেইজনকহে আক্ৰোশত দপদপাই থকা মই দেখিছো। উহ্, ভগবান! মোৰ ব'ঠাপাতো যে মাজতে ভাগি দুডোখৰ হ'ল। মই জানিলো সময় উকলি গ'ল।

"মই অনুভৱ কৰিলো মোৰ দেহটোৰ পৰা যেন প্ৰচণ্ড তাপ বাহিৰ হৈছে। মোৰ তেজবোৰ যেন সেই উত্তাপতে শুকাই কৰকৰা লাগি গৈছে। মোৰ চাৰিওফালৰ দৃশ্য-অদৃশ্য সকলো বস্তুৰে যেন চক্ৰাকাৰে ঘূৰিব ধৰিছে আৰু তাৰ লগে লগে পানীৰ প্ৰকাণ্ড অংশ এটোকাটা চাৰিওফালে বিক্ষিপ্ত হৈ পৰিছে। সপোনতেই মোৰ ভাব হ'ল মোৰ জীৱনটোও যেন সেই বিক্ষিপ্ত পানীৰ দৰেই এবাৰ বিক্ষিপ্ত হৈ আকৌ পিচ মুহূৰ্ততে পানীতে থেকেচা খাই পৰিছে।"

কোৱা শেষ হোৱাৰ পাছত বুঢ়া নীৰৱ হ'ল।

ল'ৰাটোৱে সপোনটো শেষ হোৱা বুলি গম পোৱা নাছিল। সেয়েহে বুঢ়া নীৰৱ হৈ পৰা দেখি সি সুধিলে, "ইয়াতেই শেষ নেকি?"

"অ," বুঢ়াই ক'লে, "ঠিক সেই মুহূৰ্ততেই মই সাৰ পাই গলো। তেতিয়াও নিশা বাকী আছিলেই যদিও টোপনি হলে নাহিল। সপোনটোৰ কথা ভাবি থাকোতেই এটা সময়ত কুকুৰাই ডাক দিলে।"

নাওখেলা জীবনৰ গোটেই কথাখিনি মনলৈ অহাত বুঢ়াৰ সেই মুহূৰ্ত্তটো নাওখেলৰ নাও এখনতে উঠি থকা যেন লাগিছিল। তাৰ ভাব হৈছিল তেনেকুৱা নাও এখনত উঠি যেন সি তীব্ৰ বেগে সন্মুখলৈ গতি কৰিছে—তাৰ নাওখনে সোঁ-সোঁ কৈ পানী ফালি আগবাঢ়িছে। বুঢ়াৰ যেন আৰু কলৈকো চোৱাৰ আহৰি নাই; কেৱল সন্মুখৰ ফালে দৃষ্টি ৰাখি সি প্ৰতি মুহূৰ্ত্তত আগবাঢ়িছে।

আনহাতে ল'ৰাটোৱে বুঢ়াৰ সাধু যেন লগা সপোনটো শুনি যিখিনি আমেজ পাইছিল, বুঢ়াৰ অন্যমনস্কতাত সেয়া লোপ পাব ধৰাটো সি অনুভৱ কৰিছিল। আচলতে সপোনটোক ভেটি কৰি তাৰ মনৰ মাজত জাগি উঠা কিছুমান প্ৰশ্নৰ সমিধান বিচাৰি সি হাবাথুৰি খাব লগা হৈছিল। সেয়েহে বুঢ়াৰ নিলিপ্ততাই তাক অতিষ্ঠ কৰিহে তুলিছিল। সেইবাবে বুঢ়াৰ দৃষ্টি আকৰ্ষণ কৰিবলৈকে সি ক'লে, "তই ৰবপেটাত থাকোঁতে এনেকুৱা নাও খেল খেলিছিলিনে ককা?"

বুঢ়াই ল'ৰাটোলৈ ঘূৰি চালে। সি ভাবি থকা কথাটোকে ল'ৰাটোৱে সোধাত তাৰ চকু-মুখত হাঁহি বিৰিঙিল। সি ক'লে, "ও, খেলিছিলো—বহুত খেলিছিলো।"

"অকলে এখন এখন নাও কোনোবাই বাইছিল জানো?" ল'ৰাটোৱে সুধিলে।

"উহু," বুঢ়াই মূৰ জোকাৰিলে? "ভৰ বাৰিষাৰ নদীত অকলে এজনে নাও বাই কি পাৰ পাবি?" বুঢ়াই পুনৰ ক'লে, "আকৌ তেনেকৈ কিনো প্ৰতিযোগিতা হ'ব?"

"তেন্তে দল পাতি খেল হয়?"

"উঁ, কেইজনমানে লগ লাগি একোটা দল পাতি লও আৰু একোটা দলে এখন এখন নাও লয়।"

"ও," ল'ৰাটোৱে সহাঁৰি জনাই ক্ষন্তেক ৰ'ল। তাৰ পিচত সি হঠাতে সুধিলে, তহঁতৰ দলটোৱে হাৰিছিলি নে জিকিছিলি?"

"আমাক কোনেও হৰুৱাব পৰা নাছিল, বুজিছ?" বুঢ়াই গৰ্ব্বভৰে ক'লে। "আনকি আমি খেলত নামিলে আনে নামিবলৈকে ভয় কৰিছিল।"

"সেইবাবেই পৰাজয়ক তই ঘিণ কৰ, নহয় জানো?" ল'ৰাটোৱে ঘপকৈ সুধি পেলালে।

বুঢ়াই লগে লগে উত্তৰ নিদি ল'ৰাটোৰ মুখলৈ খোন্দোৰাকৈ চালে। তাৰ পাছত ল'ৰাটোৰ প্ৰশ্নৰ ওপৰতে সিও সুধিলে, "তাৰ আগতে তয়ে কচোন পৰাজয়ক তই ভাল পাৱ নেকি।"

"উহু," ল'ৰাটোৱে মুখ জোকাৰি ক'লে, "কেতিয়াও নাপাও।"

"তেতিয়া হলে ?" বুঢ়াই প্ৰায় জোৰ দিয়েই ক'লে। সি পুনৰ ক'লে, "বুজিছ, পৰাজয়ক কোনেও ভাল নাপায়। তাতে আকৌ আমি লাচিতৰ বংশধৰ—মুলাৰ বংশধৰ ; গতিকে পৰাজয় আমাৰ কোনোপধ্যেই সহ্য নহয়। লাচিতে যেনেদৰে নবীয়া গাৰে যুঁজি মোগলক খেদিছিল, মুলা গাভৰুৱে যেনেদৰে নাৰী হৈও ৰণচণ্ডী সাজি যুঁজত পৰাক্ৰমী শত্ৰুবোৰ চকু থৰ লগাই দিছিল, সেই বিক্ৰম আমাৰ এতিয়াও মৰি-হজি নোহোৱা হোৱা নাই। হওতে বৃটিছৰ আমোলত ষোল শ মোন কাণি খুৱাইছিলে দেচোন, তথাপিও জানো শেষ পৰ্যন্ত টিকিব পাৰিলে ? নোৱাৰে, বুজিছ—আৰু নোৱাৰিবও। পৰাজয়, পৰাধীনতা এনেকুৱা শব্দবোৰে আমাৰ অভিধানত খুব কষ্টেৰেহে ঠাই পাইছে, জান ? ইতিহাস চালেই সকলো ফট্ফটীয়া হৈ পৰিব। তহঁত পঢ়া ল'ৰা—তহঁতে আৰু বহুত জানিবি। গোমধৰৰে পৰা আৰম্ভ কৰি, মণিৰাম-পিয়লি-কুশল কোঁৱৰ—কনকলতা-ভোগেশ্বৰীলৈকে বহুতো কথাই তই নিশ্চয় জান ? তেওঁলোকৰ বীৰত্ব, সাহস আৰু ত্যাগৰ বিষয়েও নিশ্চয় ভালদৰেই অৱগত হৈছ। এই সকলোবোৰেই চন্দ্ৰ-সূৰ্য্যৰ দৰে সত্য, বুজিছ ? আমাৰ দেশৰ জাতীয় পতাকাখনত এই আটাই কেইজনৰে তেজ লাগি আছে—ভালকৈ চালে তয়ো দেখিবি। গতিকে সেই মহান বীৰ-বীৰাঙ্গনা সকলৰ তেজ দেহত ধাৰণ কৰি পৰাজয়-পৰাধীনতাৰ বিন্দু মাত্ৰ কণিকাকো আমি দূৰতে বিদূৰ কৰিছো। সেইবাবেই পৰাজয়ৰ চিন্তাটোৱে আমাৰ মনলৈ আহি আমাক কেতিয়াও দুৰ্বল কৰি তুলিব নোৱাৰে। আমি অসমীয়া হোজা গাঁওলীয়া হ'ব পাৰো ; তথাপিও ফুকন-বৰফুকনৰ ক্ষমতাৰে যুঁজি শত্ৰুক নিপাত কৰাৰ ক্ষমতা আছে জানিবি। স্বৰাজৰ আন্দোলন কৰিলেও হাতত মাৰৰে ধৰা নাই, বুজিছ ? প্ৰয়োজন হলে এই বৃদ্ধ হাতো ৰঙা নদীত পখালিবলৈ ৰাজি আছো।"

কথাখিনি কোৱাৰ লগে লগে বুঢ়াৰ গা গৰম হৈ আহিছিল।

তাৰ ৰঙা মুখখন আৰু ৰঙা হৈ গৈছিল।

বুঢ়াই কথাখিনি ইমান সলসলীয়াকৈ কৈ গৈছিল যে ল'ৰাটোৰ মাথোন তাৰ ৰঙা পৰা মুখখনলৈ একেথৰে চাই থকাত বাদে আন একোকে কৰিব পৰা নাছিল। তাৰোপৰি বুঢ়াৰ ইতিহাসৰ জ্ঞান দেখি সি আচৰিত নোহোৱাকৈও থকা নাছিল। যি নহওক বুঢ়াৰ মনৰ ভিতৰত অহৰহ উমি উমি জ্বলি থকা তুঁহ জুইকুৰাৰ আভাস সি যেন এতিয়াহে পালে। বুঢ়াৰ মানসিক সৌষ্ঠৱতাখিনি অনুধাৱন কৰিব পাৰি বুঢ়াৰ প্ৰতি তাৰ শ্ৰদ্ধা উপজিল। দেশৰ ইতিহাসৰ বীৰ-বীৰাঙ্গনাসকলৰ প্ৰতি শ্ৰদ্ধা বুঢ়াই তাৰ কথাৰ মাজেৰে প্ৰকাশ কৰাৰ লগে লগে দেশখনৰ প্ৰতি থকা তাৰ চিৰন্তন প্ৰীতি স্পষ্ট হৈ পৰা ল'ৰাটোৱে অনুভৱ কৰিছিল। তাৰোপৰি বুঢ়াৰ 'প্ৰয়োজন হলে এই বৃদ্ধ হাতো ৰঙা নদীত পখালিবলৈ ৰাজী আছো' বোলা কথাষাৰে তাক আটাইতকৈ বেছি প্ৰভাৱান্বিত কৰিছিল। সি জানে, বুঢ়া প্ৰয়োজন শব্দটোৰ ওপৰত যথেষ্ট বিশ্বাসী। ল'ৰাটোৱে অৱশ্যে বিগত মহা মহা মনীষাসকলেও সেই একেই শব্দটোৰ ওপৰত আৰোপ কৰি যোৱা গুৰুত্বৰ কথাও ভালদৰেই জানে; কিন্তু তাৰ লগৰেই এনেকুৱা এজন ল'ৰা আছিল, যিয়ে এনকি সেই মনীষা সকলকো নেওচি যাব খুজিছিল। আচৰিত কথা এয়াই আছিল যে সেই ল'ৰাজনেই আকৌ নিজকে সেই মনীষাসকলৰ অকুণ্ঠ সেৱক বুলি দাবী কৰিব খুজিছিল। তাৰ মনত পৰে, এদিন সেই ল'ৰাজনৰ লগতে তাৰ কথা কটা-কটি হৈছিল শ্ৰেণী সংগ্ৰামক বিষয়বস্তু হিচাপে লৈ। সেই ল'ৰাজন কোনো এটি ৰাজনৈতিক দলৰ ছাত্ৰ সংগঠনৰ অন্তৰ্ভুক্ত আছিল বুলিয়েই তাৰ লগত সি যুক্তিৰ অৱতাৰণা কৰিব বিচাৰিছিল যদিও ল'ৰাজনে প্ৰতিযুক্তি দিব নোৱাৰিলেও গাৰ জোৰেৰে তাৰ যুক্তিক উৰুৱাই দিব বিচাৰিছিল। সেই ল'ৰাজনে কৈছিল 'প্ৰয়োজন' বোলা কথাটো হেনো তেনেই মিছা, তেনেই অৰ্থহীন; বোমা নিক্ষেপ কৰি সৰ্বহাৰাৰ প্ৰগতিত বাধা দিয়া সকলোকে হেনো এফালৰ পৰা শেষ কৰি যাব লাগে। আনহাতে ল'ৰাটোৱে গুৰুত্ব দিছিল প্ৰয়োজন শব্দটোৰ ওপৰত—মাৰ্ক্স-লেনিনৰ উদ্ধৃতিৰে সৈতে। তাৰ লগৰ সেই ল'ৰাজনে কিন্তু কোনোপধ্যেই মানি লব খোজা নাছিল।

ল'ৰাটোৱে শেষত কৈছিল, "তেতিয়া হলে তই দেখোন তোৰ

দেউতাৰাকে প্ৰথমে খতম কৰিব লাগিব।"

সেই ল'ৰাজনে কিয় বুলি সোধাত সি কৈছিল পুনৰবাৰৰ বাবে, "তোৰ দেউতাৰে মজুৰা বাখি দেখোন ৰাতি নৌপুওৱাৰে পৰা ৰাতি দহোটালৈকে সৰ্বনিম্ন আঠ ঘণ্টাৰ ঠাইত যোল্ল ঘণ্টা খটাইছে; কিন্তু সেই হিচাপে জানো তাক দৰমহা দিছে? সি এসাজ খাই দুসাজ লঘোণে থাকিব লগা নহয়নে? সেইটো হবলা তহঁতৰ দেউ-তাৰ সৰ্বহাৰাৰ হকে বৰ প্ৰগতিৰ কাম কৰিছে?"

সেই ল'ৰাজনে বিশেষ একো প্ৰত্যুত্তৰ দিব নোৱাৰিলেও তাক সিদিনাৰে পৰা ঘৃণাৰ চকুৰে চাব লৈছিল; আনকি ল'ৰাটোক সি 'গান্ধীবাদী' বুলি ইতিকিং কৰিবও লৈছিল। পিচে সেয়া কেইদিনমান লৈকেহে। সেই বীৰ-পুঙ্গবৰ দিন ভালে নগ'ল। তেনেকুৱাভাবে বাচ-বিচাৰ নকৰাকৈ বিনা প্ৰয়োজনে বিপ্লবৰ নামত ৰক্তৰ ধাৰ বোৱাব খোজোতে এদিন সিহঁতৰ দলৰপৰাই খেদা খালে। বেচেৰাই এতিয়াও ল'ৰাটোৰ মুখা-মুখি হলে তলমূৰ হৈহে যাব লগীয়া হয়। কথাখিনি মনত পৰাত তাৰ হাঁহি উঠিল যদিও বেয়াও লাগিল। সি ভাবিলে, লিখিব-পঢ়িব জনা হৈও সেইবোৰ ল'ৰাই দৈহিক শক্তিৰ বৰাই কৰি মত মতাই ফুৰিব খোজে। আনহাতে বুঢ়াৰ নিচিনা মানুহবোৰে সেয়া নিবিচাৰে। চাব গলে বুঢ়াৰ লেখা-পঢ়াও বিশেষ একো নাই; তথাপিও জীৱনৰ অভিজ্ঞতাৰ পৰাই সি সত্যক বিচাৰি উলিয়াবলৈ সক্ষম হৈছে।

ল'ৰাটোৱে বুঢ়ালৈ বিমুগ্ধ দৃষ্টিৰে চালে। বুঢ়াৰ তেজখোৱা মুখখন কিন্তু তাক লাচিত-মুলাৰ কথাহে পুনৰ বাৰৰ বাবে সোঁৱ-ৰাই দিলে।

লাচিত ফুকন নাইবা মুলা গাভৰুক লৈ ল'ৰাটোৱে বহুতো কথাই চিন্তা কৰে--অৱশ্যে তাৰ জ্ঞানৰ পৰিধিৰ ভিতৰত। মাথোন সামন্তযুগীয় পৰিঘটনা বুলিয়েই সি দলিয়াই পেলাব নোৱাৰে। এনে-দৰে গোমধৰ কোঁৱৰ-মণিৰাম-পিয়লি নাইবা কনকলতা-ভোগেশ্বৰীক ভাৰত বুৰঞ্জীয়ে স্বকৃতি নিদিব পাৰে; কিন্তু সেইবুলিয়েই তেওঁলোকৰ জীৱনৰ দাম নাই নেকি? নাইবা তেওঁলোকৰ কাৰ্যৰ কোনো মূল্য নাই নেকি? এইবোৰ চিন্তা অনাহূত নহয়। সমসাময়িকভাবে, চিপাহী বিদ্ৰোহ আৰু গোমধৰ-মণিৰাম-পিয়লিৰ বিজনি অহাটোও তৰ্কাতীত নহয়। সি বুজি পায়, এইবোৰ বিচ্ছিন্নতাবাদী চিন্তাধাৰা

নহয়—সত্তাক ঢাকি বখাৰ অপচেষ্টাক উদঙাই দিয়াৰ চিন্তাহে। অৱশ্যে পুৰণা ঘা খুচৰি লাভ নাই জানি সি তেনেবোৰ চিন্তাক দূৰলৈ ঠেলি দিবলৈ চেষ্টা কৰে।

ল'ৰাটোৰে বুজে, বৰ্তমান পৃথিৱী বৰ জটিল। উতনুৱা মগজুৰ চিন্তাই ইয়াত আৰু শোভা নাপায়। জনতাৰ অত্যাৱশ্যকীয় সামগ্ৰীৰ যোগান ধৰিব নোৱাৰি 'জনসংখ্যা বৃদ্ধি হৈছে,' 'পৰিয়াল-পৰিকল্পনাৰ সঠিক ৰূপায়ণ হোৱা নাই' ইত্যাদি কথাৰে চাৰে.বেৰে কোবাই বাচি থকাৰ চিন্তায়ো ইয়াত ঠাই নাপায়। চোৰাং বেপাৰীক ৰাইজৰ সৈতে সহযোগ কৰিবলৈ নিৰ্দেশ দি নাকত তেল ঢালি শুই থাকিব বিচৰাৰ চিন্তাও ইয়াত খাপ নাখায়। চহৰ শুৱনি কৰিবলৈ ফুলনি পাতি তাৰদ্বাৰাই নিবনুৱা সমস্যা দূৰ কৰাৰ চিন্তাও তেনেই অমূলক। ব্ৰহ্মপুত্ৰক সাগৰ সদৃশ বুলি কৈ সকলো সমস্যাৰ ওৰ পেলাব খোজা ভাবধাৰাৰো ইয়াত স্থানেই নহয়। মানৱতাৰ দোহাই দি জ্বলন্ত সমস্যা এটাকো হেচি ৰাখিব খোজাৰ দৰে চিন্তাধাৰাৰো মূল্যায়ন ইয়াত খুব কমেই হয়। সেয়েহে সাম্প্ৰতিক বিদেশী নাগৰিকৰ সমস্যাটোকো সি তাৰ দৃষ্টিকোণেৰে বিচাৰ নকৰাকৈ থকা নাই—সমস্যাৰ বাস্তৱতাও সি উপলব্ধি নকৰাকৈ থকা নাই; ঠিক ধৰণেই কৰিছে। অবিশ্বাস্য অগণিত জনসংখ্যা বৃদ্ধিয়ে অসমৰ বাবে বৈ অনা স্বাভাৱিক আতংকক সিয়ো অনুভৱ কৰিছে। নহ'লে স্বাধীনতাৰ উকলি মাৰ নাযাওতেই যি অসমৰ সামাজিক তথা ৰাজনৈতিক দৃশ্যপটত বামপন্থী চিন্তাধাৰাই মূৰ্ত হৈ উঠিছিল, সেই অসমতেই আজিও কেনেকৈ পুঁজিপতিৰ আধিপত্য বজাই থাকিব পাৰে? অসম তথা ভাৰতৰ অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক দৃশ্যপটত ইয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা নাইনে? সি স্মৰণ কৰে কোকৰাঝাৰ, হাউলীকে ধৰি অসমৰ বিস্তীৰ্ণ এলেকাত মালিকানা স্বত্বেৰে গিজগিজাই থাকি বাংলাদেশৰ ধ্বজা উৰুওৱা সেইচাম অবৈধ নাগৰিকৰ লগতে সচিবালয় কৰ্মচাৰীৰ এক বৃহৎ অংশক। নিজৰ খোৱা মুঠিৰ কাৰণে দুৰ্বাদল সংগ্ৰামত লিপ্ত হ'ব লগা হোৱা সেইচাম দুৰ্ভগীয়াৰ প্ৰতি সহানুভূতি তাৰ জাগে যদিও অসমৰ বৃহত্তৰ স্বাৰ্থত টেমেকা পেলোৱা সকলক সি কেতিয়াও ক্ষমা কৰিব নোৱাৰে। সি জানে, তেনেকুৱা দুৰ্ভগীয়া বিলাকৰ বহুতে মৰিবলৈকো সাজু আছে। সিহঁতে নিজৰ দেশত পোৱা ঘৃণা-অৱহেলা

পুনৰ নিজ দেশলৈ নে সাৰুটি লব কেতিয়াও নিবিচাৰে। সিহঁতৰ বাবে মৃত্যু একেই—সেয়া নিজ দেশতেই হওক বা আন দেশতেই হওক। কিন্তু সিহঁতৰ তেনেকুৱা অৱস্থাক হাতিয়াৰ হিচাপে লৈ সুবিধাবাদী এটা দলক বাচি থাকিবলৈ দিয়াৰো নিশ্চয় একো অৰ্থ নাই। তেনেদৰে সুবিধা ভোগ কৰি থকাটো নিশ্চয় মানবতাৰ ভিতৰত নপৰে—সেয়া সকলোৰে জনা কথা। তেনেদৰেই স্বাধীন দেশখনত দ্বিতীয় জালিৱানবালাবাগ এখনৰ সৃষ্টি কৰি একেদিনাই মহাত্মাগান্ধীৰ সমাধিত ফুল বচাটোও নিশ্চয় মানবতাৰ অন্তৰ্ভুক্ত নহয়। বিজ্ঞমহলে নিশ্চয় তাৰ লগতেই একমত হ'ব, সি ভাবে; কিন্তু সাম্প্ৰতিক সমস্যাৰ বাবেই অকল মাৰ্ক্স-লেনিনৰ ৰচনা ওলট-পালট কৰি এক ৰাতিৰ ভিতৰতে সৰ্বজ্ঞসকললৈহে সি ভয় কৰে। কিয়নো সি বুজে, সেইসকলে নজনা একো নাই। সেই সকলে সীমান্তত কাঁটাতাঁৰৰ বেৰ নবহুৱাই ৰাজপথৰ ওপৰত কাটা তাঁৰৰ বেৰ বহুৱাৰো কিবা যুক্তি বিচাৰি পাব পাৰে, প্ৰকৃততে য'ত বিচ্ছিন্নতাবাদী হিংসাত্মক আন্দোলন চলিছে তাত সৈন্যবাহিনী আনকি চি, আৰ, পি, বাহিনীও নিয়োগ নকৰি শান্তিপূৰ্ণ ঠাইতো সৈন্য-বাহিনীৰ ফ্লেগ মাৰ্চ চলাই জনগণৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰাৰো অৰ্থ বিচাৰি পাব পাৰে। ল'ৰাটোৱে জানে, সেই সকলৰ সজাত পোৱা টান। সমস্যাটোৰ সুস্থ সমাধান এটাই নিশ্চয় সেইসকলৰ চকু মুকলি কৰি দিব, সি ভাবে। সেয়েহে জনসাধাৰণৰ মানসিক সুস্থিৰতা অটুত ৰাখিবলৈ সি অতি আশু অথচ সুস্থ সমাধান বিচাৰে।

এয়াই শেষ নহয়—সমস্যা আৰু আছে। চাহ শিল্পক লৈ, তেল উদ্যোগক লৈ অসমীয়া তথা ভাৰতীয়ই কৰিব লগীয়া বহুত আছে। স্বাধীনতাৰ একত্ৰিশ বছৰেও চাহ আৰু তেল উদ্যোগৰ সৰহভাগেই বিদেশীৰ ঐশ্বৰ্য্য হৈ থকাটো তেনেই অস্বাভাবিকেই নহয়, হাস্যাস্পদো। ভাৰতীয় গণতান্ত্ৰিক উপলুত্তা কৰিব প্ৰৰাকৈ সেইবোৰ যে আজিলৈকে কিয় তেনেকৈ থাকিল ভাবিলে তাৰ আচ-ৰিত লাগে। চহৰখনত সি গলে ষিফালেই চায় সেই ফালেই মাথো বিদেশী কোম্পানীবোৰৰহে আস্থানবোৰ দেখিবলৈ পায়। তাৰ বেয়া লাগে বিপৰীতফালে লাও-কোমোৰা বিক্ৰী কৰি থকা বিহাৰী বেপাৰী কেইটামানক দেখি। বজাৰখনৰ অৱস্থাই তাক প্ৰকৃততে চিন্তান্বিত কৰি তোলে। তাৰ মনত পৰে ইষ্ট ইণ্ডিয়া কোম্পানীলৈ—তেওঁ-

লোকেও প্ৰথমতে বেহাৰলৈহে ভাৰতলৈ আহিছিল—দেশীয় শাসক তথা নাগৰিকৰ অকৰ্মণ্যতাৰ বাবেই মূলতঃ তেওঁলোকে গোটেই ভাৰতখনকে নিজৰ তলতীয়া কৰি লৈছিল।

'দেশৰ মানুহ আজি সচেতন হ'বৰ হ'ল', ল'ৰাটোৱে মনৰ ভিতৰতে নিজকে নিজে ক'লে। খেতিয়কৰ পুতেক খেতিয়ক, বনুৱাৰ পুতেক বনুৱা হৈ থকা দিন আজি আৰু নাই। ককালত টঙালি বান্ধি আজি সকলোৱে ৰাজপথত থিয় হ'বৰ হ'ল। প্ৰত্যেকেই প্ৰত্যেকৰ প্ৰাপ্যখিনি আদায় কৰি লোৱাটো হিংসা নহয়—সংগ্ৰাম মানেই হিংসা নহয়। জীৱন-মৰণক আওকাণ কৰি সন্মুখ সমৰত নিজ পৰাক্ৰমেৰে যুঁজি পূৰ্ব পুৰুষৰ ভুলৰ শুধৰণিৰ জৰিয়তে উত্তৰ পুৰুষৰ ঋণমুক্ত হৈ তেওঁলোকক প্ৰগতিৰ পথত এচাপ আগবঢ়াই লৈ যাবলৈ সকলো সাজু হ'বৰ হ'ল—যিদৰে সাজু আছে ষাঠি বছৰীয়া বুঢ়া ৰসেশ্বৰ—প্ৰয়োজন হলে সিও ৰঙা নদীত হাত পখালিবলৈকুণ্ঠা বোধ নকৰে।

বুঢ়াই ইতিমধ্যে নিজকে চম্ভালি লৈছিল। আবেগজড়িতভাবে কথাখিনি কোৱাৰ পিচত সি নিজৰ বাস্তৱ অৱস্থাক ঘূৰাই আনোতে তাৰ অলপ কণ্ট হৈছিল যদিও সি ঠিক ধৰণেই পৰিস্থিতিক আয়ত্বলৈ আনিবলৈ সক্ষম হৈছিল। তথাপিও ক্ষন্তেকৰ আবেগখিনিক দমাই ৰাখিব নোৱাৰা বাবে সি সিমান সহজ অনুভৱ কৰিব পৰা নাছিল। সেইবাবেই তেনেকুৱা দুৰ্বল মুহূৰ্তবোৰ তাৰ অপ্ৰিয়। তেনেকুৱা দুৰ্বল মুহূৰ্তবোৰক সেইবাবেই সি সাধাৰণতে এৰাই চলিব বিচৰে যদিও সেয়া তাৰ বাবে সম্ভৱ নহয়। সি অৱশ্যে জানে, তেজ-মঙহৰ মানুহে তেনেকুৱা মুহূৰ্তবোৰ সহজে চেৰাই যাব নোৱাৰে—যদি পাৰিলেহেতেন তেতিয়াহলে হয়তো বহুত ঘটনা-উপঘটনাৰে সৃষ্টি নহ'লহেতেন।

'ল'ৰাটোৰ জ্ঞানৰ পৰিধি বহুত ডাঙৰ,' সি নিজৰ মনতে ক'লে, 'কিন্তু তাৰ বয়স খুবেই কম।' সি জানে, এসময়ত তাৰ মৰমৰ ভাইটি এই ল'ৰাটোৱে নিজ গুণ-গৰিমাৰে প্ৰতিভাত হ'বই আৰু সি মনে-প্ৰাণে সেয়াই আশা কৰে। ল'ৰাটোক ক'ব নোৱাৰিলেও সি নিজৰ মনৰ ভিতৰতে তেতিয়া কয়, 'গৈ থাক—আগুৱাই গৈ থাক; কেতিয়াও থমকি নৰ'বি—থমকি ৰোৱা মানেই পিচ পৰি যোৱা আৰু পিচ পৰি যোৱা মানেই সকলো শেষ। সেয়েহে গৈ

থাক—চাৰৈৱতি ।'

কথাখিনি ভবাৰ লগে লগে বুঢ়াই ল'ৰাটোলৈ চালে। সেই সময়তে ল'ৰাটোৰেও তাৰ মুখলৈ চাই থকা দেখি সি মিচিকিয়াই মৰমেৰে হাঁহি সুধিলে, "অ'ই, ভেবা লাগি কি চাইছ ?"

"হু," ল'ৰাটোৱে ক'লে, "তোক।" কণ্ঠতে তাৰ ওঠত হাঁহি বিৰিঙিল।

'কিয়—প্ৰেমত পৰিলি নেকি ?' বুঢ়াই প্ৰথমতে তেনেকুৱাভাবে প্ৰত্যুত্তৰটো দিব বুলি ভাবিছিল যদিও পিচত ক'লে, "কি দেখিছিলি ?"

"হু," ল'ৰাটোৱে ভাব গধুৰতাৰে ক'লে, "বহুত—কি দেখিছো সোধাতকৈ কি দেখা নাই সেয়া সুধিলেহে মই বেছি ভালকৈ উত্তৰ দিব পাৰিলোহেতেন হয়তো।"

ল'ৰাটোৰ কথা শুনি বুঢ়াই ভেবা-চেকা খাই গ'ল। সি সুধিলে, "মানে ?"

'তই বুজাত অসুবিধা পাইছ নহয় ?" বুঢ়াৰ প্ৰশ্ন সোধাৰ ধৰণ দেখিয়েই সি ক'লে।

"অসুবিধা পাইছো মানে ? মই একো পাত্তাই পোৱা নাই।"

"ও, হয়নেকি ?" ল'ৰাটোৱে মিচিকিয়া হাঁহিৰে ক'লে, "আচলতে কথাটো বিশেষ তেনেকুৱা একোৱেই নহয়। তই মিছাকৈয়ে বেছি গুৰুত্ব দিছ।"

"হলেও কথাটো কোৱাত তোৰ আপত্তি কি ?"

"আপত্তি ?" ল'ৰাটোৱে আচৰিত হোৱা যেন হৈ কলে, "কোনে ক'লে তোক মই আপত্তি কৰা বুলি ?"

"তেনেহলে কোৱা নাই কিয় ?"

"ৰবি, মোক কবলৈতো আহৰি দে।"

"অ, সেইটোহে কথা," বুঢ়াই হাঁহি হাঁহি কলে, "এতিয়া আহৰি পাইছ দে—তই ক মাথোন।"

"বিশেষ একো নহয় অ', ল'ৰাটোৱে কলে, "কিবা-কিকি কথা কিছুমান ভাবিছিলো। তোৰ ৰঙা ধৰা মুখখনেৰে ওলোৱা কথাখিনি শুনাৰ পাছত বহুতো কথাই মনত পৰিছিল।" কথাখিনি কৈ উঠি সি লুইতলৈ চালে। লুইতৰ বুকুতেই সি যেন তাৰ আগৰ চিন্তাৰ সোঁতাটো বিচাৰি চাবলৈ ইচ্ছা কৰিছিল।

"ওহ্।" বুঢ়াই যেন পুনৰ অসহায় অনুভব কৰিলে। আচ-

লগে ল'ৰাটোৰ কথাত সি অলপ আগেয়ে আবেগজড়িত ভাবে কোৱা কথাখিনিলৈ মনত পৰিছিল । সি আৰু একো নুশুধিলে । ল'ৰাটোৰ দৃষ্টি অনুসৰণ কৰি সি লুইতলৈ চালে মাথোন ।

ল'ৰাটোৰেও আৰু একো নক'লে । লুইতখনক লৈয়ে সি সেই সময়ত ব্যস্ত হৈ পৰিছিল ।

'কিমান যে পুৰণি এই লুইতখনি!' ল'ৰাটোৱে ভাবিলে । কিমান যে ইতিহাস এই লুইতখনিয়ে তাৰ বুকুৰ মাজত লুকাই ৰাখিছে ! কিমানজন ৰজা স্বৰ্গদেউৰ বীৰত্ব-নীচত্বৰ সাক্ষী হৈ বৈ আছে, কিমানজন বঙহৰদেও প্ৰেম-বিৰহ গাঁথাৰে সমৃদ্ধ হৈ বৈ আছে, কিমানজনৰ সুখ-দুখ, হাঁহি-কান্দোন বুকুত সামৰি লৈ সেই একেই অনাবিল গতিৰে বৈ আছে । এই লুইতেই লাচিতক দেখিছে— লাচিতৰ বীৰত্ব দেখিছে—অসমীয়া সেনাৰ সিংহবিক্ৰম দেখিছে । তাৰ লগে লগেই এই লুইতে দেখিছে লালুক সোলা বৰফুকনক,— দেখিছে বদন বৰফুকনক—তীব্ৰ ঘৃণাৰে বুকুত বান্ধি ৰাখিছে মানৰ বৰ্বৰতা । এই লুইততেই গঁথা আছে জয়াৰ ছবি—ল'ৰাৰজাৰ চাও-দাঙৰ পাশবিক অত্যাচাৰত জেৰেঙা পথাৰত মৃত্যুক আঁকোৱালি লোৱা ধৰিত্ৰীতকৈও অধিক সহনশীলা জয়াৰ ছবি । ভাস্কৰ বৰ্মা বীৰ ভগদত্তৰ বীৰত্বপূৰ্ণ কাহিনীয়ো লুইতৰ সোঁতৰ লগত মিহলি হৈ আছে । লুইতেই সাবতি লৈ আছে মহাৰাজ ৰুদ্ৰ সিংহৰ অমোঘ কীৰ্তি । কুমাৰিল ভট্ট, শংকৰদেৱৰ পাণ্ডিত্যকো এই লুইতেই সসন্মানে নিজৰ বুকুত ঠাই দিছে । কাণ পাতিলে এই লুইতৰ সোঁতত এতিয়াও শুনা যাব পঁুৱতি নিশাৰ বৰগীতৰ সুৰ—তাল-খোল-ডবাৰ মৃদু গুঞ্জৰণ । সেই একেই সোঁতত সন্ধিয়া বৈ আহিব দেহ-বিচাৰৰ গীতৰ লগতে জিকিৰৰ সুৰ—লগত থাকিব হিফুংগ্ৰামৰ সুৰ ।

"এই লুইতখনি, ককা, ইমান মহান নহয় ?" ল'ৰাটোৱে আবেগেৰে সৈতে ক'লে ।"

"অ," বুঢ়াই ক'লে, 'আমাৰ' এই লুইতখনি অতিকৈ উদাৰ । কিমান জাতি-উপজাতিক বুকুত সাবতি লৈ ই বৈ আছে । তথাপিও কতো যতি পৰা নাই । একেই সাবলীল গতিৰে বৈ আছে ।"

বুঢ়াৰ কথাত ল'ৰাটোৱে উৎসাহ বোধ কৰিলে । সি হঠাতে সুধিলে, "আমাৰ এই লুইতখনৰ বয়স কিমান তই জাননে, ককা ?"

বুঢ়াই এখন্তেক তভক মাৰি ৰ'ল । লুইতৰ বয়স বিচাৰ

কথাটো তাৰ বাবে দুসাধ্য। সেয়েহে সি ক'লে, "লুইতৰ বয়স কিমান কোনে ক'ব অ'? লুইত বহুত পুৰণি।" বুঢ়াই বহুত শব্দটোৰ ওপৰত জোৰ দি ক'লে। "লুইতক লৈ এতিয়া বহুত সাধুকথাহে শুনিবলৈ পাবি।" বুঢ়াই পুনৰ ক'লে।

ল'ৰাটোৱে বুঢ়াক পুনৰ মাতিলে, "ককা!" আচলতে বুঢ়াই লুইতৰ সৈতে একাত্মবোধ হ'ব বিচৰা কথাটোও তাৰ ভাল লাগি গৈছিল।

বুঢ়াই ল'ৰাটোৰ মুখলৈ চালে—তাৰ প্ৰশ্নসূচক চকুযুৰিয়ে যেন ল'ৰাটোৱে কিয় মাতিছে সুধিলে।

"অসমীয়া জন-জীৱনত এই লুইতখনিয়ে কিমান শিপাইছে তই মন কৰিছানে?"

"হু," উত্তৰ হিচাপে বুঢ়াই বিশেষ একোকে ক'ব নোৱাৰিলে। তাৰ নিচিনা মানুহ এজনে তেনেকুৱা প্ৰশ্ন এটাৰ উত্তৰ দিয়া নিশ্চয় সহজো নহয়। লুইতক সি বুকুৰ মাজত সদায়ে বহুৱাই ৰাখিলেও ল'ৰাটোৰ প্ৰশ্নৰ উত্তৰ হিচাপে কি ক'ব সি ঠিক কৰিব নোৱাৰিলে।

বুঢ়া নীৰৱে ৰোৱা দেখি ল'ৰাটোৱে পুনৰ কলে, "বাৰিষা এইখন লুইতৰেই প্ৰলয়ঙ্কৰী ৰূপত প্ৰতিজন লুইতপৰীয়া সন্ত্ৰস্ত হৈ থাকে—বানপানী, গড়াখহনীয়াৰ বিভীষিকাই মানুহৰ অন্তৰাত্মা কঁপাই দিয়ে। এইখন লুইতেই আজিলৈকে জানো কম নৰ-নাৰীৰ জীৱন লৈছে? আকৌ গোটেই ডিব্ৰুগড়খনৰে অৱস্থা দেখিছনে? এই লুই-তেই খহাই খহাই তেনেই চেপি আনিছে। ডিব্ৰুগড়খনৰ পূবপ্ৰান্তৰ নলাঘুলি, মথলা আদিৰ বিস্তীৰ্ণ অঞ্চলতো মানুহে দেখা নোপোৱা ব্ৰহ্মপুত্ৰৰ তলি দেখা পোৱাৰেই সৌভাগ্য লাভ কৰিছে—সেই কথা তই নিশ্চয় জান। ডিব্ৰুগড় চহৰখনিক যদি ব্ৰহ্মপুত্ৰই খহাই আধা নকৰিলেহেতেন তেনেহলে কোনে জানে, অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটী নহৈ আজি হয়তো ডিব্ৰুগড় হ'লহেতেন। তথাপিও লুইত লুইতেই—লুইতক বাদ দি অসমীয়া থাকিব নোৱাৰে। সেয়েহে কোনোবাই গল্প লিখক, উপন্যাস লিখক, কবিতা লিখক—সকলোতে লুইত থাকিবই। আকৌ বহাগৰ মিঠা বিহুগীতবোৰত লুইতক সামৰি লৈও আমি পুলক অনুভৱ কৰো। আচলতে কি জান—লুইত আমাৰ সদায়েই আহ্বান; লুইতক বাদ দি অসমীয়া জনজীৱন অসম্পূৰ্ণ"

ল'ৰাটোৱে একে লেথাৰিয়ে কথাখিনি কৈ ক্ষন্তেক ৰ'ল।

কথাখিনি কওঁতে শেষৰফালে সি যথেষ্ট আবেগিক হৈ পৰিছিল।

বুঢ়াই ল'ৰাটোৰ কথাখিনি মনোযোগেৰে শুনিছিল। লুইতৰ প্ৰতি বুঢ়াৰ প্ৰীতি অনস্বীকাৰ্য্য। সকলোৱেই লুইতৰ বিষয়ে নানান কথা শুনি থাকি লুইতৰ প্ৰতি তাৰ মোহ উপজিছিলেই। ডাঙৰ হোৱাৰ পিচত আকৌ জীৱনৰ কঠিন পৰিক্ৰমাত সেই লুইতকেই কাষতে পাই সকলোৰে মোহেই দুৰ্ব্বাৰ আকৰ্ষণত পৰিণত হৈছিল। সেয়েহে ল'ৰাটোৱে কথাখিনি কৈ থকা সময়তে সি লুইতৰ বুকুলৈকে চাই আছিল। লুইতৰ অনবচ্ছিন্ন গতিৰ মাজতে সি ল'ৰাটোৰ কথাখিনিৰ প্ৰতিফলন দেখি পাইছিল। ল'ৰাটোৱে কোৱাৰ দৰে লুইতৰ বলিয়া ৰূপটোৱে বুঢ়াৰ মনলৈকো শিহৰণ আনি দিছিল; কিন্তু তাৰ লগে লগেই সি জীৱনত দেখি অহা লুইতৰ শান্ত-সমাহিত ৰূপটোৰ কল্পনাই বুঢ়াৰ মনলৈ আনি দিছিল গভীৰ শ্ৰদ্ধা, লুইতৰ উচ্ছল, চঞ্চল ৰূপটোৱে বুঢ়াৰ মনত যোগাইছিল গভীৰ পুলক। সি অনুভৱ কৰিলে, লুইতখনেই যেন তাৰ সুখ-দুখ, হাঁহি-কান্দোন সকলো নিয়ন্ত্ৰিত কৰিছে—লুইতে হাঁহিলে সিও হাহে, লুইতে কান্দিলে সিও কান্দে—ক্ৰোধান্বিত হলে সিয়ো যেন ক্ৰোধান্বিত হৈ উঠে। তাৰ জীৱনৰ গতি লুইতৰ গতিৰ সৈতে একেই।

বুঢ়াৰ ভাল লাগি গ'ল লুইতৰ সৈতে একাত্মবোধ হ'ব পৰা বাবে। সেইবাবেই লুইত তাৰ অতি প্ৰিয় — সেই সোঁত, সেই গতি তাৰ জীৱন জুৰি বৰ্ত্তমান। কোনোদিনেই লুইতে তাক এৰা দিয়া নাই। যিমানেই তাৰ বয়স বাঢ়ি গৈছে, লুইতৰ প্ৰতি আকৰ্ষণো যেন সিমানেই প্ৰবল হৈ গৈছে। এক কথাত তাৰ জীৱন আৰু লুইত অভিন্ন। সেয়েহে লুইতৰ পাৰলৈ নাহো বুলি ভাবিলেও সি নহাকৈ থাকিব নোৱাৰে, দিনটোত অন্ততঃ এবাৰ সি আহিব লগীয়া হয়েই—দুৰ্বাৰ এক আকৰ্ষণে তাক টানি আনে। বৰশী বোৱাটো সেয়েহে নিতান্তই এক উপলক্ষ্য মাথোন—প্ৰকৃত সত্যটো হ'ল লুইতৰ প্ৰতি তাৰ অসীম প্ৰীতি।

একেদৰেই বৰশী বোৱা প্ৰদবামৰ বাবে তেনেকুৱা আকৰ্ষণ আছিল নে নাই বুঢ়াই নাজানে? কিন্তু প্ৰদবামৰ ধৰণ-কৰণবপৰা তাৰ বাবে তেনেকুৱা আকৰ্ষণ নাছিল বুলিয়েই সি বিশ্বাস কৰে। তথাপিও প্ৰদবামে বৰশী বাইছিল—মাছ মাৰিছিল ঠিক ৰাসেশ্বৰৰ দৰেই; কিন্তু ৰাসেশ্বৰে নকৰা কাম এটাও সি কৰিছিল। সেয়া

হ'ল, পদৰামে মাছ বিক্ৰী কৰিছিল। লুইতত ৰৰশী পাতি বাসৱৰৰ দৰে জুপুকা মাৰি বহি থকাৰ পাছত বহুদিন অপেক্ষাৰ অন্তত পোৱা বৌ বা ৰবাজীটোকে সি মহাজনৰ ওচৰত বিক্ৰী কৰিছিল—টকা গোটাইছিল। মাছ বিক্ৰী কৰাটো বুঢ়াই নিশ্চয় বেয়া কাম বুলি নাভাবে—কিয়নো তাত পদৰামৰ শ্ৰম নিহিত আছে। তাৰ শ্ৰমৰ বাবে সি সেয়া দাবী কৰিব পাৰে। কিন্তু বুঢ়াৰ মতে, পদৰামৰ অৱস্থাৰ মানুহজনে অন্ততঃ মাছ বিক্ৰী নকৰিলেও জীৱন নিৰ্বাহ কৰাত কোনো অাহুকাল নহ'লহেতেন। সেয়েহে বুঢ়াৰ আক্ষেপ থাকি যায়। অৱশ্যে বুঢ়াই অনুভৱ কৰিছে, বৰ্ত্তমান অৱস্থাত প্ৰয়োজন শব্দটো যেন প্ৰায় ক্ষেত্ৰতেই অৰ্থহীন হৈ পৰিছে; মাথোন ব্যক্তিগত স্বাৰ্থৰ ক্ষেত্ৰতহে শব্দটো সম্পূৰ্ণ বিকৃতভাবে অৰ্থ-ব্যঞ্জক। এতিয়া যিয়ে দুহাত মেলি যিমানেই গোটৰ পাৰে তাৰ সিমানেই প্ৰয়োজন—যেন প্ৰয়োজনৰ কোনো সীমা নাই।

বুঢ়াই প্ৰকৃততে একো ভাবি নাপায় অতিৰিক্ত ধন-সম্পদেৰে মানুহে কি কৰিব পাৰে। সি নাজানে মানুহে লগাখিনি লৈয়েই কিয় সন্তুষ্ট থাকিব নোৱাৰে। মানুহ চহকী হ'ব বিচৰা, চহকী হৈ লাহ-বিলাহ, আমোদ-অহ্লাদেৰে কৰ্মবিমুখ জীৱন যাপন কৰিবলৈ ইচ্ছা কৰাটোৱেই কাৰণ নেকি ? সি সঠিক উত্তৰ বিচাৰি নাপায়। যিয়ে যি কৰিবই নিবিচাৰক বুঢ়াই কিন্তু এটা কথা ভালদৰেই জানে সকলোৰে বাবে অন্তিম প্ৰয়োজন মাত্ৰ চাৰি হাত মাটি। তেনে-স্থলত জীৱিত অৱস্থাত ধন-সম্পদৰ প্ৰতি কিয় ইমান কাণ্ড-কাৰ্ণ্ড সি ক'বই নোৱাৰে।

মানুহৰ এনেকুৱা আচৰণে বুঢ়াক সাধৰণতে এটি গল্পৰ কথা মনত পেলাই দিয়ে। গল্পটোত এজন অৰ্থলোভী মানুহৰ কথাই বৰ্ণনা কৰা হৈছিল। বুঢ়াৰ মনত আছে, মানুহজন আছিল মাটিৰ খকুৱা—সমস্ত পৃথিবীৰ ভূখণ্ডই পাৰিলে যেন তেওঁক লাগে— তেওঁৰ যেন অতীব প্ৰয়োজন। সেই খকুৱা মানুহজনক এখন বিস্তীৰ্ণ পথাৰলৈ নি কৈ দিয়া হল, তেওঁ একেৰাহে দৌৰি যিমান ভূমি নিজৰ আয়ত্বলৈ আনিব পাৰিব সিমান পৰিমাণৰ এলেকা এটাকে তেওঁক দি দিয়া হ'ব। মানুহজনেও দূৰৰ সৰগখন হাতেৰে চুকি পোৱা বুলি ভাবি দৌৰিবলৈ আৰম্ভ কৰি দিলে। তেওঁ সম্মুখলৈ দৌৰিয়েই আছে— কোনোকালেই চোৱা নাই। তাপৰত তেওঁৰ অৱস্থা যাইল—

তথাপিও তেওঁ ব'ব নোৱাৰে। তেওঁৰ চুটি আৰু ঘন-ঘনাকৈ লোৱা উশাহত বুকুৰপৰা ঘেৰ্‌ঘেৰীয়া শব্দ ওলাইছে তথাপিও তেওঁ মৰম্ৰ— তেওঁক বহুত ভুমি লাগে।

মানুহজনে দৌৰিয়েই আছে। তেওঁৰ খোজ থৰক-বৰক হৈ গৈছে, উশাহৰ মুৰতে উশাহ লবলৈ চেষ্টা কৰিছে, কিন্তু তেওঁৰ শেষ ৰক্ষা আৰু নহ'ল। ভাৰসাম্য ৰাখিব নোৱাৰি বুকু তল কৰি সন্মুখলৈ তেওঁ এবাৰ দীঘল দি পৰি গ'ল— মানুহজন তাতেই মৰি থাকিল। সেই ঠাই টুকুৰাতেই মানুহজনৰ দীঘলে দীঘলে চাৰি হাত মাটি জুখি লৈ তেওঁক কবৰ দিয়া হ'ল।

গোটেই ঘটনাটো বুঢ়াৰ চকুৰ আগতে ঘটা যেন লাগিল। আচলতে মানুহৰ এনেবোৰ আচৰিত ধৰণ-কৰণত তাৰ হাঁহি উঠে। 'এটা চুড়ান্ত বলিয়ালি', বুঢ়াই ভাবে; কিন্তু পদ্ধতিটোৱেই তেনে-কুৱা। ইয়াত সকলো একজনৰ বাবে যদিও সকলোৰে বাবে এজন নহয়। নহলে নিৰ্বাচনৰ আগতে নানা মিঠা কথাৰে ৰাইজক ফুছু-লাই গাদী লাভৰ পিচত সেই ৰাইজকে বৈকুণ্ঠধামত তুলি দিয়াৰ ব্যৱস্থা কৰে জানো? এই ব্যৱস্থাত মানুহৰ জীৱনৰ ওপৰত খুব কমেইহে মূল্য আৰোপ কৰা হয়। মানুহৰ প্ৰয়োজন মাথো ভোট দিবৰ বাবে আৰু কৰ-কাটল শোধাবৰ বাবেহে। তাত বাদে মানুহৰ কোনো প্ৰয়োজনেই ইয়াত নাই। শ্বহীদৰ কেঁচা তেজৰ মূল্যও ইয়াত খুব কমেইহে দিয়া হয়। নহলে মন্ত্ৰীত্বৰ গাদীত বহি নিজৰ জন্ম-দিনতো জানো কোনোবাই ফুলকুমলীয়া শ্বহীদৰ কেঁচা তেজৰ উপহাৰ লবলৈ কুণ্ঠাবোধ নকৰে? সামূহিক আবেগ-অনুভূতিক ইয়াত খুব কমেইহে প্ৰশ্ৰয় দিয়া হয়।

বুঢ়াই ভাবিলে, পদবামেও হয়তো তাৰ চাৰিত্ৰিক বৈশিষ্টখিনিৰ উপৰিও কিছু পৰিমাণে হলেও এই পদ্ধতিটোৰ মোহত পৰিছিল। তাৰ চাৰিত্ৰিক বৈশিষ্টই এনেও তাক সমাজৰপৰা এঘৰীয়া কৰি ৰাখিব বিচাৰিছিল। তাৰ ওপৰতে পদ্ধতিটোৰ প্ৰতি মোহে তাক আৰু এককেন্দ্ৰিক কৰিহে তুলিছিল। সেইবাবেই মানৱীয় আবেগ-অনুভূতিক মূল্য দিবলৈ সি অপাৰগ হৈছিল। গাওঁবাসীৰ কাৰো প্ৰতিয়েই তাৰ যেন কৰণীয় একো নাছিল—কাৰো লগতেই তাৰ যেন কোনো ধৰণৰ সম্পৰ্ক নাছিল। সি অনুভৱ কৰা তাৰ প্ৰতি সকলোৰে ঘৃণাৰ উত্তৰ সিয়ো যেন সকলোৰে প্ৰতি ঘৃণা পোষণ কৰিয়েই দিব

থিচাকিছিল। সেইবাবেই সি মাথো ৰৰশী বাইছিল—মাছ মাৰিছিল—মাছ বিক্ৰী কৰিছিল আৰু টকা গোটাইছিল। বহু! সমাজত থাকি সামাজিক প্ৰাণী হিচাপে সি সিমানখিনিয়েই কাম কৰিছিল।

আনহাতে বুঢ়া সম্পূৰ্ণ বিপৰীত। সি লুইতত বৰশী বায়—মাছ ধৰে; কিন্তু কাহানিও বিক্ৰী কৰা নাই আৰু নকৰেও। তাৰ বৰশীত যিদিনা ডাঙৰ মাছ লাগে সিদিনা গাওঁখনত সৰু-সুৰা ধৰণৰ ভোজেই একোটা হয়। গাঁওখনৰ প্ৰায় প্ৰতি ঘৰ মানুহেই এচকলাকৈ হলেও সেই মাছৰ সোৱাদ লবলৈ পায়—ল'ৰাটোৰ ঘৰৰ-খৰা মতি ড্ৰাইভাৰলৈকে সমপৰ্য্যায়ৰ কোনোৱেই বাদ নপৰে। সেই বাবেই বসেশ্বৰৰ বৰশীত যিদিনা মাছ লাগে সেইদিনা চেমনীয়া ল'ৰা-ছোৱালীৰ ঝাকটোৱে কিৰিলি পাৰি সমদল কৰাৰ কথা বাদেই, বয়সস্থসকলৰ মুখতো এবাৰ হাঁহি বিৰিঙে—মাছৰ আশাত নিশ্চয় নহয়, আত্মীয়তাৰ উপলব্ধিতহে। গাঁওখনত বাস কৰিবলৈ লোৱা বিভিন্ন সম্প্ৰদায়, বিভিন্ন ভাষা-ভাষীক একতাৰ ডোলেৰে বান্ধি ৰখাত ইয়ে কম অৰিহণা যোগোৱা নাই। দেখাত তেনেই এটা সাধাৰণ ঘটনা; কিন্তু প্ৰতিক্ৰিয়া সুদূৰপ্ৰসাৰী।

বুঢ়াৰ বাবে কথাবোৰ যেন বহাগ বিহুত গৰুৰ বাবে নতুনকৈ পকোৱা ডৰীডালহে— কথাবোৰ ভাবিবলৈ আৰম্ভ কৰিলে ডৰীডালৰ পেঁচ কেইটাৰ দৰে এটাৰ পিচত এটাকৈ অন্তহীনভাবে আহিয়েই থাকে। পদৰামৰ জীৱনক লৈ সি আগতেও বহুত কথাই ভাবিছিল; কিন্তু শেষ নাই। এটা বিদ্ৰোহী সত্বাক লৈ কিছুমান কথা ভাবি তাৰ নিচিনা মানুহ এজনেনো কি পাৰ পাব? তথাপিও চিন্তাবোৰ স্বতঃস্ফূৰ্তভাবে আহি যায়— বাধা দি ৰখাটো তাৰ বাবে অসম্ভৱ হৈ পৰে। তাৰ প্ৰায়ে মনলৈ আহে পদৰামৰ মৃত্যুৰ আগমুহূৰ্তৰ দৃশ্যবোৰ। পদৰামৰ সেই সময়ৰ কথাবোৰ সি যেতিয়া স্মৰণ কৰে তেতিয়া তাৰ অন্তৰত সচাকৈয়ে আঘাত লাগে। অনুশোচনাৰ দাবানলত মানুহজন তেতিয়া নিজে নিজেই দহি মৰিছিল। কিন্তু বুঢ়াৰ বেছি বেয়া লাগে এই বাবে যে কোনো এজন মানুহেই পদৰামক বুজিবলৈ চেষ্টা নকৰিলে। সি কিয় আৰু কেনেকৈ মাছ বিক্ৰী কৰিবলৈ আৰম্ভ কৰিলে সেয়া কোনো এজনেই বুজিবলৈ চেষ্টা নকৰি মাথো তাৰ চৰিত্ৰক সমালোচনা কৰাতহে সকলো ব্যস্ত হ'ল। মানুহৰ এনেকুৱা জ্ঞানী-মূৰ্খ স্বভাবটোক সি দুচকু পাৰি দেখিব নোৱাৰে।

বুঢ়াই জানে, তেওঁৰ দাহত যেবক জখিয়াই কোনো কামতেই নাহে— তেওঁৰ আঁতৰি নাযায় ; প্ৰকৃত কাৰণ বিচাৰি উলিয়াই উপযুক্ত দৰৰ-যাতি দিলেহে তেওঁৰ আঁতৰিব । বুঢ়াই অৱশ্যে এইটোও জানে যে সেইবোৰ মানুহে পদৰ'মৰ বেয়াৰ বাবে নাজাৰিলেও তাৰৰ বাবেও কেতিয়াও ভৱা নাই । সেইবাবে এনেয়েও অসামাজিকভাবে থাকিব বিচৰা পদবামে মাছো বিক্ৰী কৰা দেখি মানুহবোৰে সেয়া তাৰ মাথো চাৰিজিক নীচতা বুলিহে ধৰি লৈছিল ; কিয়নো মাছ বিক্ৰী কৰাটো তেওঁলোকৰ বাবে এটা নিকৃষ্ট সম্প্ৰদায়ৰহে কাম মাথোন, যাক তেওঁলোকে সদায়ে ঘৃণা কৰে ।

"ছিঃ !" বুঢ়াই হঠাতে ঘৃণাসূচক শব্দ এটি উচ্চাৰণ কৰিলে । আচলতে মানুহৰ মাজৰ উচ্চ-নীচ ভাবটোৰে গোটেই মানুহ জাতি-টোৰ প্ৰতি তাৰ মনলৈ ঘৃণাৰ সোঁত এটি বোৱাই আনিছিল ।

"কি হ'ল অ' ককা ?" বুঢ়াই হঠাতে ঘৃণাৰে ছিঃ বুলি কোৱা শুনি ল'ৰাটোৱে মাত লগালে ।

কথাখিনি কৈ ল'ৰাটো খন্তেক ৰ'ল ।

বুঢ়ায়ো লগে লগে একো ক'ব পৰা নাছিল । কথাখিনি হৃদয়ঙ্গম কৰিবলৈ যাওতে সি নিজৰ মগজুৰ কছৰৎ কৰিব লগীয়াও হৈছিল ।

বুঢ়াই হঠাতে এবাৰ হাঁহি উঠি ক'লে, "নিগনিয়ে গাতত সোমোৱা কথাটো তই জান নহয়, ভাইটি ?"

"উঁহু," ল'ৰাটোৱে মুখ জোকাৰি ক'লে, "কি কথা ?"

"নিগনিয়ে গাতত নিজৰ মুখটো সুমুৱাই দি ভাবে, 'উস্ ! বৰ ৰক্ষা পৰিলো ; মোক আৰু এতিয়া কোনোৱেই দেখা নাপায় ।' পিচে তাৰ নেজডাল যে এইফালে বাহিৰ ওলাই থাকে বেচেৰাই ক'বই নোৱাৰে ।"

"ও, তই ঠিকেই কৈছ, ককা," ল'ৰাটোৱে মাজতে মাত লগালে, "সেই নেজডালেই সময়ত তাৰ মৃত্যুৰ কাৰণো হৈ পৰে, নহয় জানো ?"

"উঁ," বুঢ়াই হাঁহি ক'লে, "এই মানুহবোৰো অৱস্থা তেনেকুৱাই, বুজিছ ? সিহঁতে নিজকে সভ্য বুলি ধৰাই কৰিব খোজোতে নিজে পোষণ কৰা উচ্চ-নীচ ভেদভাবৰ মাজেৰেই যে সিহঁতৰ অসভ্য ৰূপটো ওলাই পৰিছে তালৈ সিহঁতৰ খবৰেই নাই ।

পদৰামৰ কথাটোকেই চাচোন—পদৰামে মাছ বিক্ৰী কৰা বাবে মানুহবোৰৰ চকুত যে পৰিছিল অতি নীচ ; কিন্তু পদৰামে কিয় আৰু কেনেকৈ মাছ বিক্ৰী আৰম্ভ কৰিব লগীয়া হৈছিল তাৰ বিচাৰ হলে কোনোৱেই নকৰিলে !"

বুঢ়াৰ কথাখিনিৰ প্ৰত্যুত্তৰ হিচাপে ল'ৰাটোৱে প্ৰথমতে একো ক'ব পৰা নাছিল—কিয়নো পদোককাকে মাছ বিক্ৰী কৰা সম্পৰ্কত তাৰ ধাৰণা আন মানুহৰ দৰে নহলেও বিশেষ ভালো নাছিল। পাৰ্থক্যৰ ভিতৰত এইখিনিয়েই আছিল যে ল'ৰাটোৱে তাৰ শ্ৰমক মৰ্য্যাদা দিব বিচাৰিছিল। মাছ বিক্ৰী কৰিলেই যে মানুহ নীচস্তৰৰ হয় সি সেয়া কাহানিও মানি লব পৰা নাছিল। অৱশ্যে বুঢ়াৰ দৰেই সিয়ো এটা কথা থাককৈয়েই অনুভৱ কৰে যে পদোককা-কৰ অৱস্থাৰ মানুহ এজনে মাছ বিক্ৰী নকৰিলেও সংসাৰ চলোৱাত বিশেষ একো হানি নহ'লাহেতেন ; কিন্তু পদোককাকে মাছ বিক্ৰী কৰাৰ অন্তৰালতো যে কিবা কাহিনী এটি লুকাই থাকিব পাৰে সি সেয়া অনুভৱ কৰিব পৰা নাছিল।

ল'ৰাটোৱে সেয়েহে লাহেকৈ সুধিলে, "পদোককাই আকৌ কেনেকৈ মাছ বিক্ৰী কৰিব লৈছিলে ককা ?

"তয়ো নাজান নেকি ?" বুঢ়াই ল'ৰাটোলৈ চাই সুধিলে।

"ওহো, নাজানো।"

"ও, তই অৱশ্যে নাজানিব পাৰ—ঘটনাটো কিছু পুৰণি।"

"কচোন কি হৈছিল," ল'ৰাটোৱে যেন উৎসাহিত বোধ কৰিলে তেনেকুৱাভাৱে ক'লে।

"সেয়া পিচে বৰশী বোৱাৰ আৰম্ভণিৰে কথা দেই," বুঢ়াই এবাৰ দীঘলকৈ উশাহ টানি ক'বলৈ ধৰিলে। "বৰশী পেলাই দুদিন-মান জুপুকা মাৰি বহি থকাৰ পিচত পদৰামেই প্ৰথমতে লগাই-ছিল প্ৰকাণ্ড বৌ এজনী। বিশ্বাস কৰ, বৌজনী প্ৰকৃততে প্ৰকাণ্ড আছিলেদেই। বৌজনী পাই সিদিনা পদৰামৰ যে কিমান স্ফূৰ্তি ! প্ৰকাণ্ড বৌজনী—দগ-সমনীয়াৰ সৈতে নাই বুলিলেও দুই-তিনিদিন আৰামকৈ খাব পাৰিব। পিচে তেনেদৰে ভাব সাগৰত ডুব গৈ আছি থাকোতেই বাটত দেগ পাইছিল মহলদাৰে। তেওঁ তাক তাতে মাছ ধৰাৰ বাবে ভালকৈ কেইটামান ধমকিতো শোধাইছিলেই, মাছজনীকো কাঢ়ি লৈ গৈছিল, বুজিছ ? তাৰ ইমান দিনৰ শ্ৰম তথা আশা-

ভৰসাৰ ওপৰত কুঠাৰাঘাত কৰি তাৰ হাতত মাত্ৰ টকা দুটা গুজি দি মহলদাৰে তেনেদৰেই নিজৰ বীৰত্ব দেখুৱাইছিল।"

"পদোককাই একো কৰিব পৰা নাছিলনে?"

"সিনো আৰু কি কৰিব! মাথো ভেৰা লাগি মহলদাৰৰ ফালে চাই থকাত বাহিৰে আন একো কৰিব পৰা নাছিল। মহলদাৰে মাছটো লৈ বহুদূৰ আঁতৰি যোৱাৰ পাছতহে সি সম্বিত ঘূৰাই পাইছিল। তাৰ মন একেবাৰে মৰি যোৱা যেন হৈছিল, বুজিছ? সি ভাবি পোৱা নাছিল লুইতৰ বুকুত মাছ মাৰি অনাত তাৰ কি দোষ থাকিব পাৰে। তথাপিও কেইদিনমান যোৱাৰ পাছত সি পুনৰ আগৰ দৰে বৰশী বাব লৈছিল; পিচে কি কৰি আৰু— তাৰেই দুৰ্ভাগ্য! সি পোৱা পিচৰ ডাঙৰ মাছটোকো মহলদাৰে তেনেদৰেই হাত কৰিছিল। সেয়েহে দুবাৰো তেনেভাবে ঠেকা খাই সি নিজে মাছ খোৱাৰ আশা বাদ দিছিল— তাৰ ঠাইত মাছ পোৱাৰ লগে লগেই সি মহাজন বা আন কোনোবা চহকী মানুহৰ ওচৰত মাছ বিক্ৰী কৰি দিবলৈ ধৰিছিল। বুজিছ, সেয়াই হ'ল তাৰ মাছ বিক্ৰী কৰা জীৱনৰ ইতিবৃত্ত।"

"ওহ্!" ল'ৰাটোৱে দুখেৰে সৈতে উচ্চাৰণ কৰিলে। পদোককাকৰ কাহিনীটো শুনাৰ পাছত তাৰ সঁচাকৈয়ে দুখ লাগিছিল। সি 'ওহ্' বুলি কোৱাৰ পিচত ক্ষন্তেক ৰ'ল যদিও পিচ মুহূৰ্ততে সুধিলে, "কিন্তু পদোককাৰ সৈতে তোমা জানো একেলগে বৰশী পেলোৱা নাছিলা?"

"উহু" বুঢ়াই মূৰ জোকাৰি ক'লে, "সি তেতিয়াও অকলশৰীয়াকৈ বৰশী পেলাইছিল।"

"এই একেই টুকুৰা ঠাইতেনে?"

"নহয়; এতিয়া মহলটোৰ যি টুকুৰা ঠাইত সৰুকৈ জুপুৰি ঘৰটো বনাইছে তাৰ কাষতেই পদৰামে বৰশী পেলাইছিল। আৰু মই," বুঢ়াই নিজৰ বৰশী দুটাৰে দণ্ডিত বুলাই লুইতলৈ চাই তাৰ কথাখিনি সম্পূৰ্ণ কৰিলে, এতিয়া যি ঠাইত বৰশী পেলাই আছো—এইখিনিতেই।"

"সেই কাৰণেই তই বৰশীত পোৱা মাছ মহলদাৰে নিব পৰা নাছিল নেকি?"

"হ'ব পাৰে," বুঢ়াই গম্ভীৰ স্বৰেৰে ক'লে, "এইফালে সাধা-

ৰূপতে কোনোৱে নাহেও নহয়।"

"কিন্তু—মহলদাৰৰ মানুহো অহা নাছিল?"

"এহ! মহলদাৰে আৰু লুইতৰ এই অংশ ডাকি লৈ বুলিয়েই বৰশীৰে মৰা দুই-এটা বৌ মাছৰ বাবে দৰমহা খটুৱাই মানুহ এজন পুহি ৰাখিবনে? বুজিছ, আচলতে সিহঁতৰ কোনেও ইয়াত নাছিল। মাজে-সময়ে মহলদাৰে কেতিয়াবা নিজেই চাবলৈ আহিছিল আৰু তেতিয়াই বেচেৰা পদৰামক লগ পাইছিল।"

"পদোককায়ো তেনেহলে দেখোন এইফালে আহি বৰশী পেলাব পাৰিলেহেঁতেন।"

"ও, পাৰিলেহেঁতেন। পিচে আচল কথা হ'ল, সেইটু দুৰা ঠাইত মাছ লাগিছিলে বেছি। তাৰোপৰি ডাটাইতকৈ ডাঙৰ কথাটো হ'ল, পদৰাম কিছু পৰিমাণে মোহগ্ৰস্তও হৈ পৰিছিল। মাছৰ সলনি টকা পাই তাৰ লোভ বাঢ়িহে গৈছিল। সি মাথো টকাহে চিনি পোৱা হৈছিল। কিন্তু মানুহৰ টকাৰ প্ৰতি ইমান লোভ কাহানিও ভালৰ বাবে নহয়, বুজিছ ভাইটি? এদিন নহলেও এদিন মানুহে ইয়াৰ বাবে পস্তাব লগীয়া হয়েই।"

"অ, পদোককাৰ জীৱনতো বিশেষ তেনেকুৱা কিবা ঘটিছিল নেকি ককা?"

"হাজাৰ হলেও পদৰামো এজন মানুহেই আছিল, বুজিছ? আৰু সেয়েহে টকাৰ মোহে তাক অন্ধ কৰাটো স্বাভাৱিক। কোনে ক'ব হয়তো সেই বাবেই তাৰ শেষ জীৱন অতি দুখলগা হৈ পৰিছিল।" বুঢ়াই গভীৰ নিশ্বাস এটিৰে সৈতে ক'লে।

"দুখ লগা মানে কেনেকুৱা ককা?" ল'ৰাটোৱে উৎকণ্ঠাৰে সৈতে সুধিলে।

"ও..." বুঢ়াই কিবা এটি মনত পেলোৱাৰ সুৰত উচ্চাৰণ কৰি ল'ৰাটোক ওলোটাই প্ৰশ্ন কৰিলে, "পদৰাম মৰাৰ সময়ৰ কথাবোৰ তই গম নাপাৱ, নহয় জানো?"

"হু," ল'ৰাটোৱে বুঢ়ালৈ চাই থাকিয়েই সুধিলে, "কি কথা?"

"এই যে—পদৰাম বহুদিন অসুখত ভুগি থাকিব লগীয়া হৈছিল।..."

"ও...," ল'ৰাটোৱে ভাব প্ৰৱণতাৰে ক'লে, "পদোককাই বহুত দিন অসুখত ভুগি থাকিব লগীয়া হোৱা কথাটো গম পাও, পিছে—"

"তাত বাহিৰে আন একো নাজান, নহয় জানো ?" ল'ৰাটোৰ কথাখিনি বুঢ়াই সম্পূৰ্ণ কৰি ক'লে।

"অ, কিয়—কিবা হৈছিল নেকি ?" ল'ৰাটোৱে প্ৰথমতে সঁহাৰি জনালেও পিচ মুহূৰ্ত্তত সুধিলে।

"হৈছিলে মানে ? মানুহজন যে কেনেকুৱা হৈ পৈছিল নহয়। শুকাই-খীনাই সেই মানুহজনৰ অৱস্থা একেবাৰে নোহোৱা হৈছিল। বসন্তৰ দাগেৰে ভৰা মুখখন দাড়িয়ে গোফে ভোবোকাৰ হৈ পৰি দেখিবলৈ ভয়লগা হৈ উঠিছিল। আনকি তাৰ শৰীৰৰ দুই-এঠাইৰ পৰা ঘা লাগি পোন্ধ ওলাবলৈকো ধৰিছিল।"

"ও...," ল'ৰাটোৱে গম্ভীৰ হৈ ক'লে, "তেনেকুৱা দুই-এটা কথা অৱশ্যে শুনিছিলো যদিও নিজে দেখা নাছিলো।"

"মই কিন্তু এই সকলোবোৰ নিজ চকুৰে দেখা," বুঢ়াই যেন ল'ৰাটোৰ কথাৰ প্ৰত্যুত্তৰ হিচাপে ক'লে। "সেই সময়ত তাৰ বিচনাৰ ওচৰত ময়েই অধিক সময় থাকিব লগীয়া হৈছিল বাবে অকল দৈহিকেই নহয়, তাৰ সেই সময়ৰ মানসিক অৱস্থাৰ লগতো মই ভালভাবেই পৰিচিত হৈছিলো।"

"পদোককাৰ মনটো নিশ্চয় দুৰ্বল হৈ পৰিছিলে, নহয় ককা ?"

"অ, একেবাৰে ভাগি পৰিছিল। অনুতাপৰ জুয়ে তাক প্ৰতিটো মুহূৰ্তত দহি নিব ধৰিছিল। মানুহৰ পৰা আঁতৰত থাকি সি জীৱনত যে এটা ডাঙৰ ভুল কৰিছিল, সি অন্তিম সময়ত সেয়া অনুভৱ কৰিছিল। মৃত্যুৰ আগ মুহূৰ্তলৈকে মানুহবোৰেও তাক ত্যাগ কৰাত সি বৰ অসহায় হৈ পৰিছিল। সি অনুভৱ কৰিছিল মানুহৰ সলনি লুইতৰ বুকুৰ মাছবোৰেহে যেন তাক কেন্দ্ৰ কৰি ঘূৰি আছিল। মাছবোৰে যেন সোঁ-সোঁৱাই তাৰ কাষলৈ খেদি আহি তাৰ গাৰ মঙহ খুটি খাব ধৰিছিল। তাৰ লৰিব-চৰিব পৰা অৱস্থা নাছিল— বিচনাৰ ওপৰতে হাত ভৰি এচাৰি আছিল। মাজে-মাজে ভ্ৰমো বকিছিল। শেষ মুহূৰ্ত্তত সি এবাৰ চকু মেলি চাইছিল আৰু ওচৰতে থিয় দি থকা ল'ৰা-তিৰোতাক মাতি কি কৈছিল জান ?"

"কি কৈছিলেনো ?" ল'ৰাটোৱে ব্যগ্ৰভাৱে সুধিলে।

"সি কৈছিলে, সি মৰিলে যেন তাৰ মৃতদেহটো লুইতৰ বুকুতেই পেলাই দিয়া হয়। তাৰ জীৱনত সি যিমান বহুত মাছৰেই মূৰ খাইছিল আৰু সেয়েহে মাছেও তাৰ দেহটো খালে তাৰ

আত্মাই যেনো শান্তি পাইছেহেতেন।"

"ও...হ !" ল'ৰাটোৱে দুখেৰে সৈতে উচ্চাৰণ কৰি ক'লে, "সেইবাবেই পদোককাৰ মৃতদেহটো লুইতত ভহাই দিছিলে নেকি ?"

"অ," বুঢ়াই সমৰ্থন কৰি ক'লে, "নহলেনো এনেয়ে আমাৰ মানুহে কোনোবা মৰিলে নদীত ভহাই দিয়া ক'ত শুনিছ ?"

বুঢ়াৰ প্ৰশ্নৰ উত্তৰ হিচাপে ল'ৰাটোৱে একো নকলে। আচলতে পদোককাকৰ অন্তিম অৱস্থাৰ স'চা অথচ নিষ্ঠুৰ স্বীকাৰোক্তি-খিনিয়ে ল'ৰাটোক মৰ্মাহত কৰিছিল। পদোককাকৰ মৃতদেহটো সেই সময়ত যেন তাৰ চকুৰ আগত ভ'াহি উঠিছিল। মানস চকুৰে সি দেখিবলৈ পাইছিল পদোবামৰ মৃতদেহটো চাৰিৰে মেৰিয়াই সাঙি কৰি নি লুইতত ভ'হাই দিয়া। সি আৰু দেখিছিল লুইতৰ অতল গহ্বৰত সেই মৃতদেহটো পেলাবলৈ আৰম্ভ কৰা আৰু তাকে লৈ সৰু-ডাঙৰ নানা তৰহৰ মাছবোৰৰ মাজত খোৱা-কামোৰা লগা। ল'ৰাটোৰ সৰ্ব শৰীৰৰ মাজেদি শিহৰণ এটি বৈ গ'ল। লগে লগে এটি বিতৃষ্ণাপূৰ্ণ ভাবে তাৰ মনত বিৰাজ কৰিলে—যেন বহুত আশা বুকুত বান্ধি বাতিতে পাতি থৈ অহা চেপাটোত সি মাছৰ সলনি ঢোৰা সাপ এডালহে দেখিলে। ঢোৰা সাপডালে গিলি শেষ কৰা চেপাটোৰ মাছবোৰৰ দৰে মৃত পদোককাকৰ প্ৰতি সি যথেষ্ট সংবেদনশীল হৈ পৰিছিল।

"বেচেৰাটো !" ল'ৰাটোৱে হঠাতে কৈ উঠিল, "জীৱিত অৱস্থাত জীৱনক মূল্য দিব নোৱাৰি মৰণৰ মাজেৰে প্ৰায়চিত্ত কৰি গ'ল।" কথাখিনি লৰাটোৱে নিজকে নিজে কোৱা ধৰণে ক'লে।

বুঢ়াই একো নকলে। প্ৰকৃততে সি কি ক'ব একো ঠিক কৰিব পৰা নাছিল।

ল'ৰাটোৱে আচলতে পদবামৰ কাৰ্যৰ মূল্যায়ন নকৰিলেও তাৰ পৰিবৰ্তনৰ মূল্যায়ন সঠিকভাবেই কৰিছিল। সোণ পুৰি বিশুদ্ধ কৰাৰ দৰে অনুশোচনাৰ জুয়ে পুৰি শেষ মুহূৰ্তত হলেও যেন পদোককাকক বিশুদ্ধ কৰি তুলিছিল, তাৰ তেনেকুৱা ভাব হৈছিল।

বুঢ়াই মনে মনে থোৱা দেখি ল'ৰাটোৱে সেয়েহে পুনৰ ক'লে, "শুনিছু ককা, আহোম স্বৰ্গদেৱৰ দিনত দোষীক শাস্তি বিধান কৰোতে কেতিয়াবা দোষীক টুকুৰা-টুকুৰ কৰি যেনো শিয়াল-কুকুৰক বিলাই দিছিল ; কিন্তু নিজে নিজৰ দেহটো এনেদৰে আন

জীৱ-জন্তুৰ খাদ্য হিচাপে উৎসৰ্গা কৰা আজিৰ যুগত মই আজিহে প্ৰথম শুনিলো।" কথাখিনি কওঁতে ল'ৰাটোৰ মুখত গৌৰৱৰ আভা ফুটি উঠিছিল।

বুঢ়াই এইবাৰো একো নকৈ মনে মনে ৰ'ল। তাৰ মনত তেতিয়া বহুতো কথাই ভুমুকি মাৰিছিল। পদৰামৰ জীৱনৰ অন্তিম দিন কেইটাই তাৰ জীৱনটো কঁপনি নোতোলাকৈ থকা নাছিল যদিও তাক সি জোৰকৈ ঠেলি দিবলৈ সমৰ্থ হৈছিল। কাণসমনীয়া বৃদ্ধ দুজনৰ এজনৰ মৃত্যুৱে আন এজনৰ মনত যেনে ধৰণে ৰেখাপাত কৰিব পাৰে তেনেদৰে ক্ষন্তেকৰ বাবে হলেও পদৰামৰ মৃত্যুৱে বুঢ়াকো ভবাই তুলিছিল ঠিকেই, কিন্তু বুঢ়া অলপ বেলেগ ধাতুৰে গঢ়া বুলিয়েই হয়তো সকলোখিনি কাটি কৰি থব পাৰিছিল। সি জানে যে সি বাচি থকা বাবেই জীৱন বৰ্তমান আৰু মৰিলেই সকলো শেষ। অৱশ্যে পুৰণি মানুহ হিচাপে সময়ে-অসময়ে ইহলোক-পৰলোকৰ চিন্তায়ো তাক আক্ৰান্ত কৰে; কিন্তু সি বেছি গুৰুত্ব দিয়ে বৰ্তমানৰ ওপৰত—প্ৰকৃত পথেৰে কৰ্তব্য কৰি যোৱাটোহে একমাত্ৰ সত্য—তাৰ বাবে ফলাফল ফলদাতা বিভুৰ হাতত। কিন্তু সেই বুলিয়েই যে সি অতীত নাইবা ভৱিষ্যতক দূৰতে বিদূৰ কৰিব খোজে সেয়া নহয়। সি জানে, অতীতে বৰ্তমানক নিয়ন্ত্ৰিত কৰে, আৰু ভৱিষ্যতৰ পৰিকল্পনাৰ ওপৰত ভেটি কৰিহে বৰ্ত্তমানে গঢ় লয়। সেয়েহে বৰ্তমান আগবাঢ়োতে অতীত আৰু ভৱিষ্যত দুয়োটাৰ ওপৰত ভেজা দিহে আগবাঢ়ে—যি কোনো এটাক আঁতৰাই থব বিচাৰিলে বৰ্তমান বাগৰি পৰাটো ধুৰূপ।

এনেকুৱা চিন্তাই বুঢ়াৰ উদাসীন মনটোলৈ তেতিয়া দুখৰ চল নমাই আনে। তথাপিও উপায় নাই—সি চকুপানী সকৰালেও কোনো কামতেই নাহে, সি বুজি পায়। সেইবাবেই সি নাকান্দে অৰ্থাৎ কান্দিব নোৱাৰে। চকুপানীবোৰ সযতনে সাচি থৈ দিছে—তাৰ লগতে সাধাৰণ মানুহবোৰৰ চেঁচা হৈ যোৱা অন্তৰত যেন সেইবোৰ বৰফ হৈ ৰয়—সময় হলেই সিহঁতে যেন সেই বৰফ গলাই দিব পাৰে আৰু তাৰে জোৱাৰত যেন সিহঁতৰ সকলো দুখ-শোক আঁতৰি যায়। মাটিৰ মানুহ হিচাপে বুঢ়াহঁতে মাটিৰপৰাই আদৰ্শ লয়। মাটিয়ে যেনেদৰে এনেয়ে কপাট আটি ধৰি থাকে আৰু

সময় হলেই শস্যৰ বীজক যেনেদৰে মাটি এৰি দিয়ে মুক্ত বায়ুত সেউজী ঊৰ্দ্ধমুখী গছৰ সৃষ্টি কৰিবলৈ, ঠিক তেনেদৰেই সিহঁতেও এতিয়াই চকুপানীৰ বৰফ গলিবলৈ দিয়া নাই। সময়ত সেই বৰফ গলি জোৱাৰ যে এদিন আহিবই সেয়া বুঢ়াই ভালদৰে উপলব্ধি কৰিব পৰা হৈছে। সেই জোৱাৰত পলে মন্ত্ৰীৰ মন্ত্ৰীত্ব, মতিলাল বায়ুৰ বাবুগিৰি সকলোবোৰেই যে উটি যাব বুঢ়াক সেয়াও আজি-কালি কোনেও ক'ব নালাগে—সি নিজেই গম পায়। বতাহত হাত থলেই সেই জোৱাৰৰ আৰ্দ্ৰতা সি অনুভৱ কৰে—লুইতৰ বুকুৰ প্ৰবল সোঁতত সি এতিয়া সেই জোৱাৰৰেই যেন আভাস পায়।

কথাখিনি মনলৈ অহাৰ লগে লগে বুঢ়াই বতাহত সোহাতখন নচুৱাই চোৱাৰ লগতে একে সময়তে মূৰ তুলি লুইতৰ বুকুলৈ চালে। তাৰ দৃষ্টিয়ে ক্ৰমে লুইতৰ বুকুৰ পৰা মুক্ত আকাশলৈ আৰু পিচত তাৰ চৌপাশৰ গছ-লতা, তৰু-তৃণ সকলোকে সামৰি ললে। হঠাতে যেন এই সকলোতে সি বহাগৰ আগমনৰ সম্ভেদ পালে। ক্ৰমে জীপাল, সেউজীয়া হৈ আহিব ধৰা প্ৰকৃতি বাজ্যত সি যেন সেই বাতৰিয়ে পাইছে। অদূৰৰ পৰা ভাহি অহা কপৌফুলৰ সুবাসত সি যেন বহাগৰেই গোন্ধ পাইছে। বহাগ বুঢ়াৰ অতি প্ৰিয়—বহাগত সি যৌবনৰ সোৱাদ পায়।

বুঢ়াই মনৰ ভিতৰতে গুণগুণালে—

> "এইবেলি বহাগত চেনাই চোতালখন চিকুণাবি
> কেঞা বনে ভৰপক দিছে
> আৰু বেলি বহাগত চেনাই বৰ বাঘ মাৰিমগৈ
> চেনাই মোক পলুৱাই নিবি"

বুঢ়াৰ বাবে বিহুগীত ফাঁকিও যেন বহাগৰ পথাভাঙাৰে বহতো পেচৰ এটা। সি প্ৰকৃততে একো নভবাকৈয়ে বিহুগীত ফাঁকি মুখেৰে গুণ-গুণাব বিচাৰিছিল যদিও পথাভাঙাৰ পেচৰ নিচিনাকৈ সি তাতেই ক্ষান্ত থাকিব নোৱাৰিলে। মুখেৰে সি এনেয়ে গুণ-গুণায় যদিও বিহুগীত ফাঁকিৰ অৰ্থ বিচাৰি সি আগেও বহুবাৰ হাবাথুৰি খাইছিল আৰু সেইবাবেই হয়তো বিহুগীত ফাঁকি মনলৈ আহিলেই বিশেষকৈ সন্নিবিষ্ট 'বৰ বাঘ' শব্দটোৰ বাবেই তাৰ খোকোজা লাগে। বৰ বাঘ শব্দটোৰে কি বুজাব বিচাৰিছে সি যেন বুজি পাওঁ নাপায় তাৰ তেনেকুৱা লাগে। বহাগৰ

উদ্দাম যৌৱনত থকা সৃষ্টিৰ আমন্ত্ৰণ সি বুজি পায়। বুঢ়াই এইটোও বুজি পায় যে ধ্বংসৰ মাজেতে সৃষ্টিৰ সুবাস থাকে—যেনেদৰে চ'তৰ শেষতেই বহাগ আহে। কিন্তু যৌৱনোজ্জ্বল বহাগত বৰ বাঘ নিধনৰ ভৱিষ্যতে সমাজৰ স্বাস্থ্য কেনেদৰে উধাব বিচাৰে বুঢ়াই ভাবিব নোৱাৰে।

'হাবিৰ বাঘক ইয়াত নিৰ্দেশ নিশ্চয় কৰা নাই,' বুঢ়াই ভাবে। সমাজত বাঘৰ দৰে মতমতাই ফুৰিব খোজাসকলকহে ইয়াত নিৰ্দেশ কৰা হৈছে নেকি, সি নিজকে নিজে প্ৰশ্ন কৰে। এই বাঘবোৰেও মানুহৰ তেজ খোৱা কথাটো সি অনুভৱ কৰে, আনকি সিহঁতে যে মানুহৰ হাড়বোৰকে চুহি নিয়ে সি সেয়াও জানে। সমাজত সিহঁতৰে এতিয়া অখণ্ড প্ৰতাপ। সিহঁতৰ ওচৰলৈকে যাবলৈ মানুহে এতিয়া সাহস নকৰে—সিহঁতে গোজৰণি মাৰিলেতো আৰু কথাই নাই। বুঢ়াই অৱশ্যে নিজাববীয়াকৈ তেনেকুৱা অভিজ্ঞতাৰ সন্মুখীন আজিলৈকে হোৱা নাই, ল'ৰাটোৱেও তেনেকুৱা পৰিস্থিতিৰ মোকাবিলা কৰিব লগীয়া হৈছে নে নাই সি নাজানে যদিও হোৱা নাই বুলিয়েই তাৰ বিশ্বাস। 'সি আকৌ যিহে অভং ল'ৰা', বুঢ়াই ভবাৰ লগে লগে ল'ৰাটোলৈ চালে, 'তেনেকুৱা পৰিস্থিতিৰ সন্মুখীন হব লাগিলে ঘপকৈ কিবা এটা কৈ দি গোলমাল লগন চপাই নললেহে হৈছে। বৰ বাঘৰ লগতে সিয়ো জুৰিব লাগিলে কথা বিষমেই হ'ব।' লগে লগে পৰিবেশটো কল্পনা কৰি বুঢ়া শিঙৰি উঠিল।

"ভাইটি," বুঢ়াই ল'ৰাটোক হঠাতে মাতিলে।

"হু," লৰাটোৱে বুঢ়ালৈ চাই সহঁাৰি দিলে। সেই সময়ত পদোককাকৰ জীৱনক লৈয়ে সি কিছুমান কথা ভাবি আছিল যদিও বুঢ়াৰ মাতত তাৰ চিন্তাৰ জ'াত হেৰাই গ'ল।

"বাঘ—মানে বৰবাঘ দেখিছ ?"

"কি ? বৰবাঘ ?" ল'ৰাটোৱে বুজিব নোৱাৰি সুধিলে।

"উ...বৰবাঘ—তই দেখিছ জানো ?"

"উহু," ল'ৰাটোৱে মুখ জোকাৰি ক'লে, "অকল বাঘহে দেখিছো; কিন্তু বৰবাঘ...,সেইটো আকৌ কেনেকুৱা ?"

"কেনেকুৱা ময়ো নাজানো যদিও হাবিত বৰবাঘ নাথাকে একো নথকা বুলিয়েই বিশ্বাস হয়।"

"তেনেহলে হঠাতে তই ৰবৰবাঘৰ নাম উলিয়ালি কিয় ?"

"মানে বহাগ আহিব ধৰিছেতো" বুঢ়াই মিচিকিয়া হাঁহিৰে ক'লে, "সেয়েহে বিহুগীত এফাঁকিলৈ মনত পৰি গল।"

"অ...," ল'ৰাটোৱে বুঢ়াক কথাখিনি সম্পূৰ্ণ কৰিব নিদিয়াকৈ ক'লে "তই দেখোন তেনেই বুঢ়া হৈছ—এতিয়াও বিহুগীতে তোক জুৰায় জানো ?"

"তেনেকৈ নকবি, বুজিছ ?," বুঢ়াই গম্ভীৰ স্বৰেৰে ক'লে "তোৰ আইতাৰৰ কাষলৈকে যাগৈচোন—এনেকুৱা বিহুৱা বতৰত লগে লগে ঠাইতে এপাক ককাল ঘূৰাব।"

"অ, এই বুঢ়া বয়সতো নাচিবনে ?"

"তই কৈছহেনে। বিহু বুলিলে মৰা অসমীয়াজনো জী উঠিব খোজে।"

"ও," ল'ৰাটোৱে আনন্দেৰে সৈতে উচ্চাৰণ কৰিলে। সি জানে, বহাগ মানেই যৌৱন আৰু যৌবন মানেই শক্তি। পাৰ ভঙা উত্তাল যৌবন এই বহাগতেই আছে। নব সৃষ্টিৰ যৌৱনো এই বহাগ—শৃঙ্খলিত সময়ৰ যৌবনো এই বহাগেই। পোৱা-নোপোৱাৰ জ্বালাময়ী প্ৰকাশো এই বহাগতেই হয়। সেয়েহে বৰ বাঘৰ ওৰ আৰু অন্ত নিশ্চয় এই বহাগৰ মূৰতেই আছে।

ল'ৰাটোৱে আগৰ প্ৰসঙ্গটো উত্থাপন কৰি সেইবাৰেই পুনৰ ক'লে, "খিচে তই কোৱা বৰ বাঘো এই বিহুগীততেই পাইছ, নহয়জানো ?"

"অ," বুঢ়াই সঁহাৰি জনালে।

"আৰু এই বৰ বাঘ নিধনৰ ইঙ্গিতো তই বিহুগীততেই পাইছ, হয় নে নহয় ?"

"উ," বুঢ়াই কন্তেক সময় ল'ৰাটোৰ মুখলৈ চাই থাকি ক'লে, "খিচে তই কেনেকৈ জানিলি ?"

"মই জানো," ল'ৰাটোৱে মৃদুভাবে হাঁহি ক'লে।

"কেনেকৈ ?"

ল'ৰাটোৱে খোনচাটেই উত্তৰ নিদি লাহে লাহে ক'লে, "বিহুৰ মাজতে আমাৰ জনগণৰ কথা, সুখ সকলো নিহিত আছে, বুজিছ ? শুনিবলৈ অতি সাধাৰণ যেন লাগিলেও এই বিহুগীতৰ মাধ্যমেৰেই অতীজৰে পৰা অসমীয়াই নিজৰ বেদনা, ক্ষোভ প্ৰকাশ

কৰি আছিলে। অৱশ্যে বহাগত যৌবনৰ স্বতঃস্ফূৰ্ত প্ৰকাশখিনিক কোনেও নুই কৰিব নোৱাৰে। জান ককা, বহাগৰ শক্তি আছে আৰু এই শক্তি অনুধাবন কৰিব পাৰিলে তোৰ কথাখিনি আনে অনুমান কৰি লোৱাত একো অসুবিধাই নহয়।

বুঢ়াই ল'ৰাটোৰ কথাখিনি কিমান দূৰ অনুধাবন কৰিব পাৰিলে বুজা নগ'লে। সি একো নকৈ মনে মনে ৰ'ল মাথোন।

নীৰৱ হৈ পৰা বুঢ়ালৈ চাই ল'ৰাটোৱে আকৌ মাত লগালে, "ককা।"

"হু," বুঢ়াই ল'ৰাটোলৈ চাই ক'লে, "কি হ'ল অ'?"

"শামুক দেখিছ নহয়?" ল'ৰাটোৱে ৰহস্যপূৰ্ণভাবে সুধিলে।

ল'ৰাটোৰ হঠাৎ এনেকুৱা প্ৰশ্নত বুঢ়া প্ৰথমতে আচৰিত হলেও পিচ মুহূৰ্ততে ক'লে, "দেখিছো—পানীত ক'লা গাটো উলিয়াই খুব লাহে লাহে গৈ থাকে নহয়..."

"নহয়," ল'ৰাটোৱে বুঢ়াক বাধা দি কৈ উঠিল, "মই পানীত থকা সেইবিধ শামুকৰ কথা কোৱা নাই—মাটিত থকা শামুকৰ কথাহে কৈছো।"

"মাটিত থকা শামুক...," বুঢ়াই খুব চিন্তা কৰি ক'লে, "হওতে নেদেখা নহয়; পিচে সেইবোৰ সাধাৰণতে বাৰিষাহে ওলায়।"

"আহ্ সা।" ল'ৰাটোৱে ধৈৰ্য হাৰা হোৱাৰ সুৰেৰে ক'লে, "মই সেইবিলাক শামুকৰ কথা কোৱাই নাই আকৌ।"

"ও, হয় নেকি? তেনেহলেনো কি শামুকৰ কথা কৈছ?" বুঢ়াই প্ৰকৃততে কথাটো বুজি পোৱা নাছিল।

"মানুহ-শামুক," ল'ৰাটোৱে নিজৰ ভুৰুযোৰ ওপৰলৈ তুলি ক'লে।

"মানুহ-শামুক...," বুঢ়াই আচৰিত হোৱাৰ সুৰত ক'লে।

"তই বুজি পোৱা নাই, নহয়?"

"বুজি নোপোৱা মানে...," বুঢ়াই অধিক চিন্তাৰ মাজেৰে লাহে লাহে ক'লে, "তই বাৰু পগে, মন্ত্ৰী হ'তৰ কথা কৈছ নেকি?"

"অ, ঠিক ধৰিছ," ল'ৰাটোৱে হাঁহি ক'লে, "পিচে অকল পগে মন্ত্ৰী হ'তবেই নহয়, মতিলাল বাবু হ'তবো।"

কথাখিনি শুনাৰ পাছত বুঢ়াৰ মুখতো হাঁহি বিৰিঙিল। প্ৰকৃততে কথাখিনিৰ সত্যতা সি অনুভৱ কৰিব পাৰিছিল।

"বুজিছ ককা," ল'ৰাটোৱে পুনৰ ক'লে," ইহঁত কিন্তু

প্ৰকৃততে এৰ বাঘ নহয় আৰু হৰণও নোৱাৰে। বাঘৰ তেজ ইহঁতৰ গাত নাই। যদিও ইহঁত অসমৰ সিংহ পুৰুষসকলৰে বংশধৰ, দেহত কিন্তু শিয়ালৰ তেজহে আছে। শামুকৰ দৰে ইহঁতে মাথোন নিজৰ খোলাটোহে চিনি পায় যদিও গোটেই দেশখনেই ইহঁতৰ বিচৰণ থলী।

"সচা অ' ভাইটি," বুঢ়াই সমৰ্থন কৰি ক'লে, "ইহঁত প্ৰকৃততে আচৰিত প্ৰাণী। ইহঁতৰ গাতযে কিহৰ চৰিত্ৰ নাই! দেখিবলৈ মানুহৰ দৰে যদিও ইহঁতক মানুহ বুলি ক'বলৈও সত নাযায়, বুজিছ?"

ল'ৰাটোৱে একো নকৈ হাঁহিলে মাথোন। তাৰ আচলতে এটা গল্পলৈ মনত পৰিছিল। গল্পটো কিছুদিন আগতে তাৰ বন্ধু এজনে তাক হাতে লিখা অৱস্থাতে দেখুৱাইছিল। গল্প বুলি কোৱা হৈছে যদিও কাহিনীটো হেনো একেবাৰে সঁচা—তাৰ পঢ়ি অবশ্যে ভালো লাগিছিল। সেয়েহে কেবাবাৰো পঢ়াৰ পিচতো তাৰ আমনি লগা নাছিল। তাৰোপৰি নাটকীয়া ঢঙত লিখা বাবে তাৰ আজিলৈকে বহুলাংশে মনত আছে। গল্পটোত ৰাজধানীৰপৰা কোনোবা এজন ভূতপূৰ্ব মন্ত্ৰী মহোদয়ে চহৰৰে কোনোবা এজন ব্যৱসায়ীলৈ ফোন কৰিছিল—তাৰ ভালদৰে মনত আছে। ফোনৰ জৰিয়তে দেখুওৱা কথোপকথনটোৰ মাজেৰে তাৰ লিখক বন্ধুজনে এজন নিত্য প্ৰয়োজনীয় সামগ্ৰীৰ ব্যৱসায়ী আৰু এজন ৰাজনীতিৰ ব্যৱসায়ীৰ মানসিকতা সুন্দৰভাৱে উদাঙাই দিব পাৰিছিল।

গল্পটোত প্ৰথমতে মন্ত্ৰী মহোদয়ে কৈছিল অতি ব্যস্ত-সমস্তভাৱে—

—হেল্লো, হেল্লো...মই দিশপুৰৰপৰা মিঃ শৰ্মাই কৈছো।

আনমূৰৰপৰাও উত্তৰ আহিছিল ঠিক এনেধৰণে—

—জয় ৰাম জীকী, জয় ৰামজীকী, হামি খুদ হেমৰাজ বাবু বোলছি হুজুৰ। আজ হামাৰ কি নচীব! হেঃ হেঃ হেঃ, বোলিয়ে হুজুৰ।

সেইফালে কিন্তু মন্ত্ৰী ডাঙৰীয়াৰ হাঁহিব পৰা মেজাজ নাছিল। সেয়েহে সেই মূৰৰপৰা অলপ কঢ়া ধৰণেৰেই উত্তৰ আহিছিল—

—হয়। দিন আৰু নাই মহাজন, বুজা নাই? খুব জৰুৰী কথা, পৰিস্থিতি একেবাৰে খাৰাব হৈ গৈছে।

—হেঃ। বোলিছে কি হুজুৰ? ৰামজীকী কৃপয়া আৰু আপোনালোক থাকোতে হামাৰ পৰিস্থিতি কেনেকে খাৰাব হবো হুজুৰ?

—এহ্ ! আপুনিও মানুহ আৰু । কথাটো এতিয়াও হৃদয়ঙ্গম কৰিবই পৰা নাই । বোলো এই এবছৰে চকু মুদি আছে নেকি ? এইবাৰ শেনৰ এজ্জাত, বুজা নাই ? আমিও ৰাখিব পৰাটো টান হৈছে । ইফালে কেৰাচিন, প্ৰাই উডৰ ওপৰত অবৰোধ, বাহিৰলৈ যাবলৈ দিয়া নাই ; আনফালে বাহিৰৰপৰা অসমলৈ একো আহিব দিয়া নাই । ভূতৰ ওপৰত দানহৰ দৰে তাৰ আকৌ বানপানী—এবাৰ নহয়, দুবাৰ নহয়, হ'ব সহস্ৰবাৰ । বানপানীটো মৰিব আৰু আন্দোলনো কৰিব । ইহঁত গলগ্ৰহ, বুজা নাই ? নিৰ্ঘাট শনি, মৰিও নমৰে । আকৌ বস্তুৰ নাটনি, মূল্য বৃদ্ধি সাক্ষাৎ যম, শাসনত থকা সময়তে জানি থৈছো । চেনি, নিমখ, চাউল কেৰাচিনৰ ষ্টকতো আপোনালোকেই ৰাখিছে আৰু দাম বঢ়াইছে—মাথোন ৰং চাইছে ।

—হেঃ হেঃ হেঃ, কৈছে কি হুজুৰ ! বস্তুৰ দাম হামি কিয় বঢ়াব ? কেৰাচিনৰ ষ্টক অৱশ্যে অলপ আছে । অবৰোধ চালু থকাৰ বাবেই হামি ৰাখি থৈ দিছু ; পাছত দৰকাৰ হবো । আৰু আপনাৰ আগত হামি কি লুকাম—হামাৰ ট্ৰাকত অলপ চালানভী দিছু । নিমখ, চিনি, চাউল আদি সবৰে ষ্টক হামাৰ লগততো বৰাবৰ থাকে, পাছত সব দৰকাৰ হবো । দাম অৱশ্যে অলপ বাঢ়িব পাৰে আৰু হেইটু বাঢ়িবই । লেকিন অসম অবৰোধ দেখোন আপনালোকেই কৰিছে হুজুৰ ।

—হেঃ হেঃ হেঃ, আপোনাৰো যে কথা আৰু ! আমি কিয় কৰিম ? অৱশ্যে পাৰ্টিৰ হাত নথকা নহয় দিয়কচোন । সেইবিলাক অতি গোপনীয় কথা, তদুপৰি ওপৰৰ... বুজা নাই ?

—হা, হা, ঠিক বোলিছে । আপনালোকে কিয় কৰিব ? আপনালোকৰ তাতে পাৱাৰ নাই ।

লেকিন আপনালোকৰ লাইফৰ দাম আছে । অচমৰ চাধাৰণ জংগলীসবৰ লগত হেই দামটু কিয় নষ্ট কৰিব ? ... আপনি কিন্তু হামাৰ পাছত চব চময় থাকিব, হুজুৰ ।

—সেইয়া, আমি মানুহৰ মোল বুজো, বুজা নাই ? ইলেকচনৰ সময়ত আপুনিয়েই টকা দিয়া নাছিল জানো ? আপোনাৰ কাম দেখোন পাৰিলে কৰি দিয়েই আছো । হলাৰ মিল, মটৰ গাড়ীৰ লাইচেন্সকে ধৰি চিনেমাৰ লাইচেন্স পৰ্যন্ত আপোনাক মই

দিছো । কট্ৰোলৰ দোকানো মই আপোনাকেই দিছো ।

— হেঃ হেঃ হেঃ আপোনাৰতো বহুত কৰুণা, হুজুৰ, বহুত বুদ্ধি । হুজুৰ হামাৰ মা-বাপ, আপনি হামাক চদায় বুদ্ধি ভাবচা দি চহায় কৰিব, হুজুৰ ।

—সেইয়া, আপোনাৰ কথা মই ডি, চি, মেজিষ্ট্ৰেটক কৈ থোৱা নাই জানো ? স্থানীয় পুলিচ ইন্‌সপেক্টৰ আপোনাৰ হাতৰ মুঠিতেই দেখোন । এটা কথা আপোনাক এই ছেগতে জনাই থও— বৰ্তমান আন্দোলন লগোৱা ছাত্ৰই কিবা গোলমাল লগাব পাৰে । তেতিয়া আপোনাৰ টকাৰে চলি থকা আমাৰ সেইচাম বিশুদ্ধ সমাজবাদীক লগাই দিব—সিহঁতৰ মাজতেই খোৱা কামোৰা লাগক । দৰকাৰ বিবেচনা কৰিলেই পুলিচত খবৰ দিব—ইন্‌সপেক্টৰ দত্তই লগাখিনি কৰি দিব । আকৌ আমাৰ মিনিষ্ট্ৰীখন গঢ়ি উঠিব দিয়ক চোন । এইবাৰ আকৌ মিনিষ্টাৰ হৈ লব পাৰিলেতো কথাই নাই— কেৱল আপুনি আৰু মই, বুজা নাই ? আপুনি আৰু মই, হেঃ হেঃ হেঃ । ... পিচে এটা কথা — মানে ঘৰত ভাল চাউল বহুদিন ধৰি নোপোৱা......

—হা, হা, চিন্তা নকৰিব । ভাল জহা চাউল একবোৰা হামি আজী পঠাই দিবো ।

কাহিনীটোৰ আৰু কিবা-কিবি আছিল যদিও ল'ৰাটোৰ সকলোখিনি মনত নাই ; তথাপিও মনত পৰা খিনিতেই কিবা এক বিতৃষ্ণাৰে তাৰ মন ভৰি গ'ল। সমাজৰ উৰ্দ্ধত থাকি দেশসেৱাৰ নামত দেশ-মাতৃৰ প্ৰতি চূড়ান্ত বিশ্বাসঘাতকতা কাহানিও সহ্য নহয় । সিহঁতে তেনেদৰে দেশৰ জনগণৰ হাড়লৈকে যে শোষণ কৰিছে সেয়া সি বুজি পায় । সি এইটোও বুজি পায় যে কোনোবা কল্পিত দেবগণৰ সুখ-সমৃদ্ধিৰ বাবে নিজকে উৎসৰ্গ কৰিবলৈ এই জন-সাধাৰণ দধীচি হৈ জন্মগ্ৰহণ কৰা নাই। বাস্তৱ পৃথিৱীত যদি কোনোবা দেবগণ আছে তেন্তে তেওঁলোক জনসাধৰণেই, আৰু তেওঁলোকৰ সুখ-সমৃদ্ধিৰ বাবে তেতিয়া দধীচিৰ ঠাই লব লাগিব বৰ্তমান দেবগণৰ শাৰীত থকা সকলেই। এই কথা সিহঁতে বুজে নে নুবুজে ল'ৰাটোৱে নাজানে যদিও বুজে বুলিয়েই তাৰ ধাৰণা ; তথাপি কেনেকৈ যে সিহঁতে দেশক তথা জনগণক বিশ্বাসঘাতকতা কৰিব পাৰে সি ভাবি নাপায় ।

ল'ৰাটোৱে ঘৃণাৰে সৈতে কৈ উঠিল, "বুজিছু ককা, ইহঁত বৰ লেতেৰা প্ৰাণী—প্ৰত্যেকেই একো একোটা নেগুৰ কটা শিয়াল। ৰাজপাট খাবলৈ পাইছে মানে দুয়ো হাতেৰে ধনহে গোটাইছে—দেশবাসীক চূড়ান্তভাৱে প্ৰতাৰণা কৰিছে। কি যে আচৰিত জীৱ ইহঁত!"

"অকল আচৰিতে নহয়—সাংঘাতিকো," বুঢ়াই ল'ৰাটোৰ কথাৰ ওপৰতে ক'লে। ইহঁতক কেতিয়াও বিশ্বাস কৰিব নাপায়।"

"ইহঁতে যে কি কাম কৰি আছে নহয়!" ল'ৰাটোৱে যেন বুঢ়াৰ কথালৈ বিশেষ কাণ নকৰিলে, তেনেধৰণে প্ৰথমতে বুঢ়ালৈ চাই তাৰ পিচত লুইতলৈ চাই ক'লে, "নিজৰ ব্যক্তিগত লাভৰ বাবে কৰিব নোৱাৰা কাম ইহঁতৰ একেবাৰেই নাই। সিদিনা আকৌ কি হ'ল জান? আমাৰ গাৰ্ডতে যে নৰেশ্বৰ আছে, সেই যে আধাভগা জুপুৰিটোত থকা বীৰহু কাই, সিদিনা যে মৰিল..."

"অ, জানিছো দে। বীৰহুৰে ল'ৰাটো, নহয় জানো?"

"উ, তাক সিদিনা মতিলাল বাবু আৰু গোমোস্তাজনে লভিলেই।"

"ও, পিচত কি কৰিলে?"

"কি কৰিলে মানে? বাঃ, কি বুদ্ধি সিহঁতৰ। জান, নৰেশ্বৰক এক পইচাও নিদিয়াকৈ বিয়াগোম কাঠ এডাল ফটাই ললে—সি ভেবেলাই একো গমেই নাপালে।"

"অ, সি এটা মস্ত বুৰ্বক নহয়, তাৰ চেহেৰাটোহে গোণা মহটোৰ দৰে। ...পিচে সিহঁতেনো তাক লভিলে কেনেকৈ?"

"সিদিনা সেই গোণা ম'হটোৱে সিহঁতৰ দোকানৰ সন্মুখেৰে গৈ আছিল। হঠাতে দেখা পালে মতীয়া গাহৰীটোৱে আৰু দেখিয়েই কোনোমতে বাওঁ হাতখন ওপৰলৈ দাড়ি পাকমূলীৰ একেবাৰে ভিতৰৰপৰা ওলোৱা মাতটোৰে সি চিঞৰিবলৈ ধৰিলে— 'এ...এ..., হেইটু আমাৰ বীৰহুৰ লৰা নহয়না? জয় ৰামজীকী, ইমান ডাঙৰনো কেতিয়া হলিৰে, না মেনেজৰ বাবু?"

ল'ৰাটোৱে মাৰোৱাৰী ঢঙেৰে অঙ্গী-ভঙ্গী কৰি কোৱা কথাখিনিত বুঢ়াৰ হাঁহি উঠিল। সি কণ্ঠেৰে হাঁহি দমাই ৰাখি সুধিলে, "মেনেজৰ বাবু মানে?"

"তাৰ গোমোস্তাজন," ল'ৰাটোৱে উত্তৰ দিলে, "আচলতে 'মেনেজাৰ' বুলি মাতিব খোজে যদিও সি উচ্চাৰণ কৰোতে আকাৰ

ৰজিত হৈছে ওলায়।"

"ও, পিচত কি হ'ল কচোন," বুঢ়াই তাৰ আগৰ প্ৰসঙ্গটো সোঁৱৰাই দিলে।

'হ'ব আৰু কি? গোমোস্তাজন আৰু গাহৰীটোতকৈ বেছি শিয়ানহে। সিও লগে লগে তাল ধৰিলে—'আও, চাওঁতে চাওঁতে ৰবটো হৈ উঠিলি। হেন সিদিনালৈ টিকা উলিয়াই ৰাস্তাত টাং-গুটি খেলি আছিলি। হেৰৌ, দেহাটোনো এনেকৈ কেতিয়া বনালি?'

"আমাৰ বোপা নৰেশ্বৰেও যেন তেতিয়া লাজহে পালে, তেনে-কুৱাভাবে লাজ লাজ ভাবে নিজৰ দেহাটোলৈ এবাৰ মনে মনে চাই লৈ ক'লে—'নাই দিয়ক বাবু, আমাৰ কাম কৰা দেহা...'

"বেচেৰাই আৰু একো ক'ব নাপালে, বুজিছ ককা? সেই মতীয়া গাহৰীটোৱে পুনৰ তাৰ কথাৰ ওপৰতে মাতিলে—'হেইয়া, হামি জানো নহয়, তোৰ পিতা কম আছিল নাকি?'

"দেখিছ ককা, গাহৰীটোৱে কেনেদৰে কথা তাৰ পিতাকৰ ভিত্তিতে ওলোমাই দিছিল। সি জানেই নৰেশ্বৰ তেনেই মূৰ্খ-হোজা ল'ৰা বুলি। গতিকে পিতাকৰ ভাল কথা দুটামান কৈ বংশক লৈ সপোন ৰচিব লগাই দিছিলে আৰু। আচলতে সেইটোও হোজা মানুহক ঠগোৱাৰ এটা কৌশল, বুজিছ?"

"ও," বুঢ়াই ক'লে, অতীতক লৈ সপোন ৰচা, আনে প্ৰশংসা কৰিলে গঙাটোপটো যেন হৈ ফুলি উঠা—এইবোৰ অসমীয়াৰ বংশ-গত দোষেই আৰু! তই মই ক'লেইবা হ'ব কি?'...বাৰু, কচোন পিচত কি হ'লগৈ।"

"তাৰ পিচত আৰু কি কৰি! মালিকৰপৰা সোঁতাটো পাই 'হমনে-জাৰ বাবু'বো গা একেবাৰে উঠি গ'ল। শাকে-পাতে সি বকিবলৈ ধৰিলে আৰু—'অ, তোৰ পিতাৰ জানো কমটো আছিল। অমিতো একেলগেই বুঢ়াৰ বাৰীত আম দলিয়াইছিলো। তোৰ পিতাৰ যেনে-কুৱা আছিল, মানে তই কি কৰি, মস্ত ডাল এটাকেই দলি মাৰি দিব; হয়! আম নসৰিব—আমৰ বাপেক সৰিব। আৰু ডাঙৰ হোৱাতো—বোলো মস্ত ভীম কলডাল নিব লাগে—বীৰহুক মাত; বোলো অমুকাৰ বিয়াৰ বাবে আঠ মাইল বাটকুৰি বাই দৈ দুই যোন আনিব লাগে—বীৰহু স্বয়ং হাজিৰ। এতিয়ানো আৰু কি কৰি বাপু, সেই মস্ত মানহটো একেবাৰে জহি-খহি গ'ল নহয়। জাগা

ভাল যে আমাৰ বাবুই পিতাৰৰ সেই বিপদৰ সময়ত আছিল। মাটিখিনি অৱশ্যে আমাৰ বাবুৰেই পালে দেখোন ; কিন্তু মাটিৰেনো আৰু খাব খাবিনে ? আচল মানুহেই যেতিয়া নাবাছিল, তেনে-স্থলত মাটিনো আৰু কোন কুটা ? বুজিছ. এই সংসাৰখনেই মায়াময়, তোৰ-মোৰ বুলি আচলতে একো বস্তুৰেই নাই ইয়াত। সকলো নেদেখা জনৰেই ইচ্ছা আৰু। তেওঁৰেই ওপৰত থাকি সকলোবোৰ কৰাইছে—আমি সকলো নিমিত্তহে মাত্ৰ।"

"বাপৰে !" বুঢ়াই হঠাতে কৈ উঠিল, "একেবাৰে ভগৱন্ত বস্তুৰ জ্ঞান ফেৰাই আক দিব খুজিছিলে দেখোন।"

"অকল সেয়া নহয় ; তাৰ পাছতেই গাহৰীটোৱে ক'লে গীতাতো হেনো সেয়াই লিখিছে।"

"আচ্ছা...," বুঢ়াই খুব ৰস পোৱাৰ সুৰত ক'লে, "পিচত ?"

"পিচত গোমোস্তাজনে তাকে লৈ পুনৰ বক্তৃতা জুৰি দিলে—'অ-অ, গীতাতো সেয়াই লিখিছে। তোৰ পিতাৰো কম গীতাভক্ত আছিলনে ? বৈষয়িক চিন্তাৰ প্ৰতি অকণো আগ্ৰহ নাছিল—নিজে নাখায়ো আনক খুৱাবহে চাইছিল। হেৰৌ, তাহানিখনতে ইমান কলো বোলো তোৰ এই বোমভোলা স্বভাবটোৱেই তোক খাব, নাই মোৰ কথা নুশুনে। তেতিয়া আকৌ তেজৰ গৰম—তোৰ পিতাৰৰ তেজ এনেয়েও বেছি ; তিনিটা হাতীৰ জোৰ থকা দেহ-টোৱে মকমকাই ফুৰে।'

"এইখিনিতে সি নৰেশ্বৰৰ কান্ধত হাত এখন তুলি দিলে আৰু তাৰ পাছত পুনৰ ক'লে,—'তই পিচে পিতাৰৰ নিচিনা হ'ব নোৱাৰিলিদেই বোপাই। তোৰ পিতাৰেতো এনেকুৱা গছ', কথাখিনি কওতে সি সন্মুখতে পৰি থকা ডাঙৰ আম গছ এডাল দেখুৱাই দিলে, 'একেবাৰতেই ফালি শেষ কৰি দিছিল। পিতাৰৰ বাবে এইটো তেনেই মামুলি কাম আছিল। তই পিচে নোৱাৰদেই, বোপাই ?"

"আমাৰ গোপা ম'হটোৱে তেতিয়া পিচে কি ক'লে ?" বুঢ়াই পুনৰ মাজতে মাতিলে।

"সি যেন তেতিয়াও লাজ পাইহে আছে ! তেনেকুৱা ধৰণেই সি ক'লে—'পাৰিব লাগে দেখোন।'

"তাৰ কথা শুনি 'মেনেজৰ' বাবু যেন বিলকুল আচৰিত হৈ

হ'ল, তেনেকুৱা সুৰেৰে কৈ উঠিল—'পাৰিবি ? তই ?'

"নৰেশ্বৰে যেন অলপ আত্মবিশ্বাসেৰে ক'লে—'উ..., পাৰিম দিয়ক, বাবু।'

"মেনেজাৰ বাবুৰে কিন্তু যেন বিশ্বাসেই কৰা নাই তেনেকুৱা সুৰেৰে ক'লে—'উহু, নোৱাৰ।'

"নৰেশ্বৰ কিন্তু তেতিয়া ফুলি গৈছিল। সি এইবাৰ অলপ ডাঠকৈয়ে ক'লে,—'নহয় দিয়ক বাবু, ইয়াতকৈ কিমান ডাঙৰ গছ ফালি শেষ কৰি দিছো।'

"গোমোস্তাজনে যেন এইবাৰ তাৰ পৰীক্ষা লবহে খুজিলে তেনেধৰণে ক'লে—'সচা ? বাক, চাওঁৱেই দেচোন।' কথাখিনি কৈয়েই সি মস্ত কুঠাৰ এখন আনি দিলেই।"

"অ, পকিল কল তেন্তে সোৱাদলৈকে গ'ল।" বুঢ়াই ক'লে।

"উ, বেচেৰাই সন্ধিয়ালৈকে মাথো একাপ চাহ খাই কুঠাৰ চলাই গছ ডাল ফটালে, তথাপিও তাৰ জ্ঞান নহল, বুজিছ ? সন্ধিয়া সি নিজৰ বীৰত্ব জাহিৰ কৰি আহিবলৈ ওলাওতে সেই সাহৰীটোৱে তাৰ পিঠিত থপৰিয়াই বাক্যামৃত পান কৰালে মাত্ৰ—'ঠিক, এহীতো বাপকা বেটা।...হাম্‌তো বুৰা আদমী আছে, বেচেৰা বহুত দুখ পাইছে।' তাৰ পিচত সি ভিতৰলৈ চাই কোনোবা এজনক মাতিলে—'লখীয়া, আৰে বুদ্ধু কাঁহেকা, দে, দে—ইয়াক আচ্ছাছে চাহ খিলাই দে।"

ল'ৰাটোৱে এইবাৰ বুঢ়ালৈ চাই ক'লে, "বচ্ ! তাৰ গোটেই দিনটোৰ শ্ৰমৰ মৰ্যাদা সেয়াই আৰু। সেই গোপা ম'হ টোৱেও বৰ ডাঙৰ কাম এটা কৰা বুলি বুকু ফিন্দাই আছিল। পিচে ঘৰ গৈ পাওতেই বেচেৰাৰ অবস্থা কাহিল হ'ল। বেচেৰাই শেনটো যেন হৈ গৈ কেঁচাটো যেন হ'ব লগীয়া হৈছিল।"

"কিয় ?" বুঢ়াই সুধিলে।

"কিয় হ'ব আৰু ! সাধাৰণতে যি হয় সেয়াই।

"তথাপিও কচোন," বুঢ়াই জোৰ দি ধৰিলে।

"এইসব কথা এনেয়েও অনুমান কৰি লব পৰা যায় অ' ককা ; পিচে তই সুধিছ যেতিয়া কওঁ শুন," ল'ৰাটোৱে গহীন সুৰেৰে ক'লে। "নৰেশ্বৰে ঘৰ গৈ পাওঁতে তেতিয়া সন্ধিয়া হৈছিলে আৰু। ঘৰত মাকে তেতিয়া কেৰাহিত পানী উতলাই আছিল।

বেচেৰী মাকজনীয়ে জুই কুৰাৰ ওচৰতে মাটিত লেপেটা কাঢ়ি বহি থুতুৰিত হাত দি দুৱাৰদলিৰ পিনেই তন্ময় হৈ চাই আছিল। তেওঁ ভাবিছিল, ল'ৰাই বজাৰৰপৰা চাউল লৈ যাব—তাকে খাই দুয়োটাই দিনটোৰ লঘোণীয়া পেট পুৰাব।..."

"ইস্, ৰাম, ৰাম!" বুঢ়াই মাজতে উচ্চাৰণ কৰিলে, "বেচেৰীৰ আশাৰ ওপৰত তেনেই চেচাপানী পৰিছিল, নহয় ?"

"উঁ," লৰাটোৱে সঁহাৰি জনাই ক'লে, "আমাৰ বীৰপুৰুষৰো ভোকটোৱে তেতিয়াহে উক দি উঠিছিল। লঘোণীয়া পেটৰ উমান সি যেন তেতিয়াহে পাইছিল। বুজিছ, নিজৰ বীৰত্বৰ কথা মাকক জনোৱাৰ সাহস আৰু তাৰ নহ'ল। তাৰ বীৰত্বও সেই সময়ত যেন লুপ্ত হৈ গৈছিল—সি তাৰ বীৰত্বৰ শেষ বিন্দুটোও তেতিয়া বিচাৰি পোৱা নাছিল।"

"পাবই বা ক'ত ? হাজাৰ হলেও সকলোৰে আগত পেট-টোহে। এই পেটটোৰ কাৰণেই আজি মানুহৰ মাজত কিমান সংগ্ৰাম! পেট ভৰ্তি নাথাকিলে কাৰো মগজু ঠিকে থাকিব নোৱাৰে, জানিবি।"

"ও," ল'ৰাটোৱে ভাবপ্ৰৱণতাৰে ক'লে, "আৰু এটা কথাও নহয়, ককা, নিজৰ জন্মদাতৃ মাতৃক তেনেকুৱা অৱস্থাত কোনজন প্ৰাপ্ত বয়স্ক ল'ৰাই ভৰসাৰে চাব পাৰিব অ' ?"

"সেয়াও অৱশ্যে হয়—জননী আৰু জন্মভূমিৰ দ্বিতীয় কেতিয়াও নাই আৰু থাকিব নোৱাৰেও। জননী-জন্মভূমিৰ কান্দোন সন্তানৰ কেতিয়াও সহ্য নহয়। বুজিছ, যিয়ে জন্মভূমিক বিশ্বাসঘাতকতা কৰিব পাৰে, সিয়ে নিজৰ জননীকো লাঞ্ছিতা হ'বলৈ এৰি দিব পাৰে।" বুঢ়াই নিতান্তই সহজ-সৰল ভাবে কথাখিনি ক'লে।

ল'ৰাটোৱে এইবাৰ একো নক'লে। আচলতে বুঢ়াই অতি সহজ-সৰল ভাবে কোৱা কথাখিনিৰ মূল্যায়ন সাম্প্ৰতিক যুগত কেনেকুৱা হ'ব পাৰে তাকে ভাবি তাৰ দুখ লাগিছিল। 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী' বুলি মুখেৰে বক্তৃতাৰ ফুলজাৰি ফুটালেও দেশৰ দহৰ বাবে যে প্ৰকৃতাৰ্থত কোনো এজনেও নাভাবে সি সেই কথা ভালদৰেই জানে। মুখেৰে কোৱাৰ দৰে প্ৰত্যেকেই যদি দেশৰ কথা ভাবিলেহেতেন তেন্তে দেশৰ আজিৰ দৰে দুৰ্দশা-কাহানিও নহয়। দেশক 'মোৰ' বুলি ভাবিলে জাল-জালিয়াতিয়ে মন্ত্ৰী

পৰিষদবৰ্গক কাবু কৰিব নোৱাৰিলেহেতেন, 'প্ৰিয়াৰ দুচকুত সাগৰৰ নীলা' দেখি ৰসোত্তীৰ্ণ কবিতাৰে সম্ৰাজ্ঞীৰ 'পত্নিশাম' লব নোৱাৰিলেহেঁতেন—কলাৰ বাবে কলা হৈ নাথাকি জীৱনৰ বাবেহে কলা হ'লহেতেন। দেশক আপোন হিচাপে ঠাই দিলে দেশৰ ঐতিহ্যক কোনেও বলি দিবলৈ সাহস নকৰিলেহেঁতেন—মোমাই কটা গড়ৰ ওপৰত কোনেও ঘৰ-খড়াশালি আদি সাজিবলৈ নাযায়, ৰংঘৰ-তলাতল ঘৰ গৰুৰ গোহালি নহয়, ৰংঘৰ-তলাতল ঘৰৰ বেৰবোৰ গোবৰৰ চাপৰি শুকোৱাত ব্যৱহৃত নহয়। দৰাচলতে এনেবোৰ কাম-কাজৰ জৰীয়তে দেশীয় মানুহে নিজৰ অতীতটোকে নিঃশেষ কৰি দিবলৈ ওলোৱা কথাটো সি ভালদৰেই বুজি পায়। ঐতিহাসিক মূল্যবোধক স্বীকৃতি দিব নোৱাৰাটো দেশীয় মানুহৰ বাবে অতি লজ্জাজনক।

ল'ৰাটোৱে আবেগজড়িত দৃষ্টিৰে সি বহি থকা লুইতৰ পাৰৰ সেই ভূখণ্ডলৈ চালে। তাৰ দুয়োখন হাতে সেই সময়ত তাৰ অজ্ঞাতেই সি বহি থকা ঠাইডোখৰৰ দুয়োকাষৰখিনি মচি আছিল—যেন সি শুই থকা ঘৰৰ অতিকৈ মৰমৰ কোনোবা ভাইটি এজনৰ গায়ে-মূৰে মৰমতে হাত বুলাইহে দিছে। সি এইবাৰ লাহে লাহে সোঁহাতখন দাঙি তাৰ চকুৰ সমুখত মেলি ধৰিলে—কেইটামান মাটিৰ কণিকা হাতখনত লাগি আছিল। সেই মাটিৰ কণিকা কেইটাতে সি যেন গোটেই বিশ্বৰ ভূখণ্ডৰ আভাস পালে।

'এয়াই মাটি,' লৰাটোৱে নিজৰ মনৰ ভিতৰতে কলে, 'পৃথিৱীৰ মাটি,— তাৰ গাঁৱৰ আপোন মাটি!' এই মাটিৰ ওপৰেৰে সি কিমান ঘূৰি ফুৰিছে! ঠিক এই টুকুৰা মাটিৰ ওপৰতে সি কিমান দিন বুঢ়াৰ লগত একেলগে বহিছে, সৰুতে এই গাওঁৰে চুকে-কোণে সি কিমান খেল খেলিছিল, তথাপিও ঠাইটুকুৰাৰ তাৰ প্ৰতি আকৰ্ষণ অসীম। সৰুতে আকৌ আনে খেতি কৰা দেখি দেখি সিহঁতৰ ঘৰৰ সন্মুখৰে সৰুকৈ ঠাই এডোখৰত সিও ক'ৰবাৰ পৰা ভেণ্ডিৰ গুটি দুটামান পুঁতাইছিল। দেখাত হাঁহি উঠা কথা যেন লাগিলেও সময়ত কিন্তু সেয়াই লহপহকৈ বাঢ়ি আহি সিহঁতক ভেণ্ডি খুৱাইছিলো।

কথাবোৰ মনত পৰি যোৱাত হঠাতে গাঁৱৰ মাটিখিনিলৈ তাৰ মোহ জন্মিল। গাঁৱৰ মাটিখিনিক চুমি চাবলৈ লৰাটোৰ খুব মন গ'ল। সি সোঁহাতখনৰ তলুৱাৰে তাৰ মুখখন হেচি ধৰিলে। কেঁচা কুমলীয়া ঘাঁহৰ গোন্ধ মিহলি মাটিৰ গোন্ধে তাক আপ্লুত কৰিলে।

তাৰ চকু দুটা আপোনা-আপুনি মুদ খাই আহিল।

ক্ষন্তেক সময় সি তেনেদৰেই থাকিল— কেচা মাটিৰ গোন্ধত সি যেন কিবা এক আমেজ বিচাৰি পাইছিল।

তাৰ পিচত ল'ৰাটোৱে লাহে লাহে চকু মেলি বুঢ়ালৈ চালে। বুঢ়াৰ নীৰৱ ভাবগধুৰতাখিনি তাৰ ভাল লাগিল। মাটিৰ প্ৰতি সি নিজে অনুভৱ কৰা প্ৰবল আকৰ্ষণৰ ভাগ বুঢ়াকো দিবলৈ মন গ'ল। সি তাৰ হাতখন মুখৰ ওপৰৰপৰা নাহ়ৰোৱাকৈ বুঢ়াক মাতিলে, "ককা।"

"হু", বুঢ়াই সহাঁৰি দিলে যদিও তাৰ মাতটো বহু আঁতৰৰ-পৰা অহা যেন লাগিল।

আচলতে বুঢ়াৰ মনলৈও সেই সময়ত বহুতো কথাই আহিছিল। জননী-জন্মভূমিক লৈ নিজৰ চিন্তাধাৰা শেষবাৰৰ বাবে ব্যক্ত কৰাৰ পাছত আনুসঙ্গিক কথা কিছুমান তাৰ মনৰ পৰ্দাত ভাঁহি উঠিছিল। সেইবোৰৰ ভিতৰত তাৰ অতিকৈ মৰমৰ গাওঁখনক সাঙুৰি বিভিন্ন ধৰণৰ চিন্তাই প্ৰাধান্য লাভ কৰিছিল। গাঁওবাসী মানুহবোৰৰ কথাতো সি নাভাবো বুলিলেও দিনটোত অন্ততঃ এবাৰ মনত পেলাব লগীয়া হয়েই। ভিন ভিন সম্প্ৰদায়ৰ মানুহবোৰে একলগ হৈ কেনেদৰে সংহতিৰ সেতু গঢ়িছে ভাবিলে তাৰ মন আনন্দত নাচি উঠে। মুছ-লমান, বঙালী, বিহাৰী নেপালী, হৰিজন আদি বিভিন্ন সম্প্ৰদায়ৰ মানুহে একেলগে বাস কৰিবলৈ লৈ সমাজ-জীৱনৰ সূচনা কৰিছে— যেন একেডাল গছৰেই সকলোবোৰ ঠাল-ঠেঙুলি; আচুতীয়াকৈ কাৰো নিজৰ পৰিচয় নাই যদিও সমূহিকভাবে সিহঁত গাঁওবাসী ৰাইজ। কিমান মিলা-প্ৰীতিৰে যে পৰস্পৰে পৰস্পৰক বান্ধি ৰাখিছে। দেশতেই হওক বা ৰাজ্যতেই হওক, হাজাৰ সাম্প্ৰদায়িক অশান্তি লাগিলেও গাঁওখনত তাৰ প্ৰভাব খুব কমেইহে পৰে। গোটেই ঠাইখনেই লুইতৰ দৰেই প্ৰশান্ত, ধীৰ সুস্থিৰ। লুইতে মাজে-সময়ে প্ৰলয়ঙ্কৰী বানপানীৰ সৃষ্টি কৰি উগ্ৰ ৰূপ ধাৰণ কৰিলেও এই অঞ্চলটোৰ মানুহবোৰে তেনেদৰে উগ্ৰ ৰূপ ধাৰণ কৰা কাহানিও শুনা নাযায়। তেনেকুৱা ধৰণৰ দূষিত বতাহে এই মানুহবোৰক স্পৰ্শ কৰিব নোৱাৰে। সেয়েহে এই মানুহবোৰক তাৰ ভাল লাগে। এই মানুহবোৰ তাৰ অতি মৰমৰ, অতি চেনেহৰ।

"এই মাটি আমাৰ কিমান আপোন, নহয়?" ল'ৰাটোৱে তাৰ সোঁহাতৰ তলুৱালৈ চাই থাকিয়েই বুঢ়াক বুলি কৈ গ'ল।

ল'ৰাটোৰ মুখৰপৰা হঠাতে তেনেকুৱা কথা শুনি বুঢ়াই লাগে লাগে তাৰ ফালে ঘূৰি চালে। তাৰ নিজৰ মনৰ ভাবটো ল'ৰাটোৱে গম পাই যোৱা বুলি ভাবি সি উচপ খাই উঠা যেন হৈছিল যদিও ল'ৰাটোৰ ধুনীয়া চকুযুৰিত সি কোৱা কথাষাৰৰে প্ৰতিফলন দেখিবলৈ পাই বুঢ়াই আশ্বস্ত হ'ল।

"ও", বুঢ়াই চাৰিওফালৰ দৃষ্টি বুলাই শূন্যতেই মাটিখিনি কল্পনা কৰি লৈ ক'লে, "এই মাটি আমাৰ অতিকৈ আপোন।" কথাখিনি কওতে সি 'অতিকৈ' শব্দটোত জোৰ দি কৈছিল।

দৰাচলতে এই মাটিখিনিৰ প্ৰতি বুঢ়াৰ আকৰ্ষণ চিৰ বিদ্যামান। অথচ সি প্ৰথম আহোতে ঠাই টুকুৰা জাৰণিয়েই আছিল। সেই জাৰণিৰ ঠাইত আজি এখন গাঁও হৈ পৰিছে— বিস্তৃত এলেকা এটা জুৰি গোটেই মানুহবোৰ পাতল পাতলকৈ বহি পৰিছে। বুঢ়াৰ আকৰ্ষণো দিনে দিনে বাঢ়িহে গৈছে। তাৰ বয়সেও সেই আকৰ্ষণ বঢ়াইহে নিছে— কমোৱা নাই।

"এই মাটিক লৈয়ে পাঁচোখন মহাদেশ হ'ল," ল'ৰাটোৱে পুনৰ ক'বলৈ ধৰিলে, "আৰু এই পাঁচোখন মহাদেশৰ বুকুত কিমান ৰাজ্য তথা ৰাষ্ট্ৰৰ সৃষ্টি হ'ল। তথাপিও মাটিক লৈয়ে যে কিমান খৰিয়ালো চলি আছে। অতীজতো ক্ষমতালিপ্সাৰ বলি হৈয়েই ৰজা-মহাৰজাসকলৰ মাজত মাটিৰ বাবে কিমান যুঁজ-বাগৰ হৈছিল সেয়া তই নিশ্চয় জানই—ইতিহাসে দগমগীয়া সাক্ষী ৰাখি থৈ দিছে। সৌ সিদিনালৈকে ইংৰাজসকলেওতো আমাৰ দেশক কম লটি-ঘটি কৰি যোৱা নাই। মুঠৰ ওপৰত অতীজতেই হওক বা বৰ্ত্তমানেই হওক এই মাটিক লৈয়েই যুঁজ-বাগৰ, দ্বন্দ্ব-খৰিয়ালৰ অন্ত নাছিল বা নাযো।"

"ঠিকেই কৈছ অ," বুঢ়াই উত্তৰ দিলে, "আমাৰ ধাননি পথা-বখনতে জানো মানুহবিলাকৰ মাজত কম গোলমাল খন লাগে? কোনোবাই ধাননি পথাৰত আলি দিওতে হয়তো কাষৰে আন এজনৰ মাটিৰ ফালে এবেগেতমান ঠেলিলে, আৰু নিৰ্দোষীজনে যদি সেইটো কথাৰেই বৈফিয়ৎ বিচাৰিলে, তেন্তে দোষীজনেই হয়তো তেওঁৰ মূৰত কোদালৰ পূৰ্ণহতীয়া কোবটো শোধাই দিলে। তেনে-কুৱাভাৱে ঘৰৰ চাৰিসীমাৰ বেৰখনো কোনোবা এজনে হয়তো কাষৰ ঘৰ মানুহৰ ফালে এহাত ঠেলিলে—তাকে লৈ বাম-বাৰণৰ

মুদ্ধ এখন হৈ যোৱাটোও কোনো আচৰিত নহয় ।”

“কিন্তু এদিন মাটিক লৈ কৰা এই যুঁজ-বাগৰো অন্ত পৰিব, চাৰি,” ল’ৰাটোৱে লুইতৰ ফালে দৃষ্টি ৰাখি ক’লে ।

“হয়নে ?” বুঢ়াই আগ্ৰহেৰে সুধিলে, ‘সঁচাকৈয়ে অন্ত পৰিবনে ?” বুঢ়াই এনেকুৱা ভাবে কথাখিনি ক’লে যেন গোটেই বিশ্ব-খনৰ কথা চিন্তা কৰিবলৈকেই তাৰ মুখটো কান্ধৰ ওপৰত থিয় দি আছে ।

“ও. পৰিবই,” ল’ৰাটোৱে তাৰ স্বাভাবজাত শান্ত অথচ দৃঢ় স্বৰেৰে ক’লে ।

“কিন্তু কেতিয়া ?” বুঢ়াৰ কণ্ঠত ব্যগ্ৰতাৰ সুৰ। প্ৰকৃততে ল’ৰাটোৰ কথাষাৰ অনুধাবন কৰাত তাৰ অসুবিধা হৈছিল ।

ল’ৰাটোৱে পুনৰ লুইতৰ ফালে চাই থাকিয়েই কৈ গ’ল, “যেতিয়া ব্যক্তিগত মালিকানা বুলি একেবাৰেই নাথাকিব, কামৰ বিনিময়তহে মানুহে খাবলৈ পাব—যেতিয়া খাটি খোৱা মানুহৰ ৰাজত্ব প্ৰতিষ্ঠা হ’ব ।”

ল’ৰাটোৰ কথাখিনি পোনে পোনেই হৃদয়ঙ্গম কৰাত বুঢ়াৰ কিঞ্চিৎ অসুবিধা হ’ল। কথাখিনি বুজিবলৈ সি কিছু সময় ললে। আচলতে এনেকুৱা ধৰণৰ বহু কথাই সি আগেয়ে বহুবাৰ ল’ৰাটোৰ মুখৰপৰাই শুনিছে বাবেই সাধাৰণতে তাৰ দৰে মানুহ এজনে কথাখিনি অনুধাবন কৰোতে যিমানখিনি অসুবিধা পাব লাগিছিল বুঢ়াই ঠিক সিমানখিনিৰ সন্মুখীন হ’ব লগা নহ’ল। বুঢ়াৰ মতে কথাবোৰ শুনাত আচহুৱা, জটিল যেন লাগিলেও আচলতে অলপ মন কৰিলেই অন্তনিহিত সত্য বিচাৰি উলিওৱাত কোনোৱে একো আহুকালেই পাব নোৱাৰে। সি নিজেও আগতে মাথো কথাবোৰ শুনিছিলহে; এতিয়া কিন্তু এবাৰ বুজিবলৈ চেষ্টা কৰাৰ পিচত যিমান জটিল নহলেও কথাবোৰ তাৰ আচহুৱা যেন নালাগে। সি এতিয়া সকলোবোৰ নিজে উপলব্ধি কৰিবলৈ চেষ্টা কৰে বাবে সেইবোৰত যেন কিবা এটা আমেজ বিচাৰি পায়—ঠিক ওপৰৰ ফালে হালি যোৱা কৃষ্ণচূড়াৰ পুলিটোৰ দৰে ।

তথাপিও বুঢ়া যেন মাজে সময়ে অধৈৰ্য হৈ পৰে। সেই মুহূৰ্তত তেনেকুৱা কথাবোৰক মূল্য দিবলৈ সি অপাৰগ হয়; আচলতে ল’ৰাটোৰপৰা তেনেকুৱা কথাবোৰ সি যে বহু বছৰ ধৰি

শুনি আহিছে তেনেকুৱা নহয়; কিন্তু সি শুনি অহা দিন ধৰি ব্যৱহাৰিক পৃথিৱীখনত কোনো ধৰণৰ পৰিবৰ্তনেই ধৰিব নোৱাৰি তাৰ নিচিনা মানুহ এজনে হতাশ হৈ পৰাটো তেনেই স্বাভাৱিক। সেই সময়ত তাৰ ভাব হয় সি যেন জাৰকালিৰ জুইকুৰাহে পুৱাই আছে। সি স্বাভাৱিকতেই ধৈৰ্যহাৰা হৈ পৰে। ল'ৰাটোৰ এই কথাখিনি শুনিও তাৰ তেনেকুৱাই বোধ হ'ল। প্ৰকৃততে কথাখিনিৰ জটিলতাই তাক তেনেকুৱাকৈ ভাবিবলৈ বাধ্য কৰালে।

বুঢ়াই ক'লে, "তই এনেকুৱা কথাবোৰ প্ৰায়েই কৱহে; কিন্তু বাস্তৱ ক্ষেত্ৰত মই দেখোন একো নেদেখো।" তাৰ কথাত সি অনুভৱ কৰা হতাশাখিনি ফুটি উঠিছিল।

ল'ৰাটোৱে বুঢ়াৰ কথাখিনি শুনি পাতলকৈ হাঁহি এটি মাৰিলে। সি জানিছিল, সৰ্বসাধাৰণৰ দৰে বুঢ়ায়ো তেনেকুৱা হতাশাৰ বলি হোৱাটো স্বাভাৱিক। তাৰোপৰি সি কোৱা কথাখিনি হয়তো বুঢ়াৰ বাবে অলপ আওপকীয়াও হৈছিল। নাভুত-নাশ্ৰুত দাঁত ভগা শব্দৰ প্ৰয়োগেৰে পূৰ্ণ আধুনিক জটিল কবিতাই কবিতাক জনসাধাৰণৰ-পৰা আঁতৰাই ৰখাৰ দৰে এই কথাখিনিৰো আপাতঃ জটিলতাই কিছু প্ৰতিবন্ধকতাৰ সৃষ্টি নকৰাকৈ থকা নাই।

ল'ৰাটোৱে ক'লে, "তই সদায়েই দেখি আছ ককা, মাথো তই উপলব্ধিহে কৰিব পৰা নাই।"

বুঢ়া এইবাৰ আচৰিত হোৱা যেন হ'ল। সি ক'লে, "দেখিয়েই আছো? ক'তা?"

ল'ৰাটোৱে এইবাৰো লগে লগে উত্তৰ নিদি মিচিকিয়াই হাঁহিলে মাথোন। পিচ মুহূৰ্ততে সি ক'লে, "সেই প্ৰশ্নটো মোক নকৰি তোক নিজকে কৰা হলে তই হয়তো সহজে উত্তৰটো পালিহেঁতেন।"

কথাখিনিয়ে বুঢ়াৰ মগজুখিনি যেন ওলট-পালট কৰিহে দিলে! সি দুনাই একো নকৈ নিজৰ মনৰ ভিতৰতে ভাবিবলৈ চেষ্টা কৰিলে যদিও কোনো উৰা-দিহ হলে নাপালে।

বুঢ়াৰ অবস্থাটো উপলব্ধি কৰিব পাৰি ল'ৰাটোৱে পুনৰ ক'লে, "মোৰ কথাখিনি যথেষ্ট আওপকীয়া হ'ল, নহয় জানো ককা?"

"আওপকীয়া মানে...আচলতে মই একো ভাবিবই পৰা নাই" বুঢ়াই খোনাই ক'লে!

"ও," ল'ৰাটোৱে ক'লে, "এইবাৰ পাৰিবিদে। আগতে তই

কচোন, যেতিয়া প্ৰথম এনেকুৱা কথা বিলাক শুনিছিলি, তেতিয়া জানো এতিয়া যিদৰে গুৰুত্ব দিয়, ঠিক সেইদৰে গুৰুত্ব দিছিলি।”

বুঢ়াই পোনচাটেই মানি লবলৈ টান পালে। সি জানে, কথা-বোৰ সি বৰ্তমানৰ দৰে আগেয়ে উপলব্ধি কৰিব পৰা নাছিল। সি তলমূৰ কৰি মৌন হৈ ৰ'ল।

ল'ৰাটোৱে পুনৰ কৈ গ'ল, “মই জানো, প্ৰথমতে এনেবোৰ কথাই তোক সিমান আকৰ্ষণ কৰিব পৰা নাছিল আৰু সেয়া স্বাভাৱিক। তেতিয়া ঘাইকৈ নিজৰ অবস্থাৰ কথাকেই ভাবিছিলি — ঈশ্বৰ-ভগৱানৰ ওপৰত অধিক নিৰ্ভৰ কৰি চলিছিলি। তেতিয়া বিহুগীত শুনিছিলি বা গুণ-গুণাইছিলি যদিও চোতালৰ কেঞ্জাৱন চাফ কৰাৰ কথাও বিশেষকৈ ভবা নাছিলি, নাইবা বৰবাঘ নিধনৰ নিচিনা কথায়ো খুব বেছি প্ৰভাবান্বিত কৰিব পৰা নাছিল। হয়তো গীত ফাঁকি মনলৈ অহাৰ লগে লগে সেই দুয়োটা শব্দই এক মুহূৰ্তৰ বাবে তোক আলোড়িত কৰিছিল। গীত ফাঁকিৰ জড়তা কাটি গ'লেই হয়তো কথাখিনিও তোৰ মনৰপৰা আঁতৰি গৈছিল ; এতিয়া কিন্তু কথাবোৰ তই তেনেকৈ এৰি দিব নোখোজ আৰু এৰি দিব নোৱাৰও। ওলোটাই সেইবোৰেহে তোক মেৰপেচ দি ধৰে। সকলোখিনিয়েই তই উপলব্ধি কৰিবলৈ চেষ্টা কৰ, নহয় জানো ?”

বুঢ়াই ল'ৰাটোৰ কথাখিনি মনোযোগেৰে শুনিলে। কথাখিনিৰ সত্যতা সি ঠিকেই অনুভব কৰিবলৈ সক্ষম হৈছিল। সেয়েহে সি আচৰিতো হৈছিল। তাৰ নিজৰ এই পৰিবৰ্তনখিনি সি নিজে উপলব্ধি কৰাৰ আগেয়ে ল'ৰাটোৱে কেনেকৈ উপলব্ধি কৰিব পাৰিলে সি সেয়া ভাবি পোৱা নাছিল। সি অবাক হৈ ল'ৰাটোৰ মুখলৈ চাই ৰ'ল মাথো।

বুঢ়াৰ মূক অবস্থালৈ চাই ল'ৰাটোৱে পুনৰ ক'লে, “বুজিছ ককা, এয়া অকল তোৰেই মনৰ বতৰা বুলি নভাবি—এয়া সমগ্ৰ জনসাধাৰণৰে মনৰ বতৰা। মানুহবোৰ যে সচেতন হৈছে এই পৰিবৰ্তনেই তাৰ প্ৰমাণ, আৰু এটা কথা জানি থ, সচেতন মানুহেই পৰিবৰ্তনৰ বাহক। সাধাৰণতে শিক্ষাই মানু-হৰ চেতনা আনিব লাগে ; কিন্তু আমাৰ দেশত তৰ্তৰ নিচিনা

মানুহবোৰ এতিয়াও শিক্ষালাভৰ পৰা বঞ্চিত হৈ আছে। যি নহলেও মানুহৰ মনলৈ এতিয়া যি পৰিবৰ্তন আহিছে এই পৰিবৰ্তনক উলাই কৰা অসম্ভৱ নাইবা ইয়াক গাপ দি ৰখাও নচলিব। এতিয়া বতাহত হাত থলেই গম পোৱা যায় সেঁাত কোনফালে কিমান। এই সেঁাত ধুমুহাত পৰিণত হ'বলৈ আৰু বেছি দিন নাই। ধুমুহা আহিবই, বুজিছ? আৰু এই ধুমুহাই সকলোবোৰ বিষ-বৃক্ষৰ ৰুকাল ভাগি দি যাবই। তাৰ ঠাইত গজি উঠিব অমৃতৰ গছ। গোটেই বিশ্বৰ জনগণই এই অমৃতৰ সোৱাদ লৈ অমৰ হৈ উঠিব।"

ল'ৰাটোৱে একে লেখাৰিয়ে কথাখিনি কৈ ক্ষন্তেক ৰ'ল।

বুঢ়াই তেতিয়াও ল'ৰাটোৰ মুখলৈ বিস্ময় বিস্ফাৰিত নেত্ৰেৰে চাই আছিল। ল'ৰাটোৰ স্পষ্ট তথা দীপ্ত কথাখিনিয়ে তাৰ মনত আলোড়ন তুলিছিল। তাৰ মনৰ অৱস্থাটো তেতিয়া শিক্ষিতা কিন্তু দাৰিদ্ৰ প্ৰপীড়িতা মাক এজনীৰ দৰে হৈছিল। অভাৱৰ তাড়ণাত নিজৰ ল'ৰা-ছোৱালীক উপযুক্তভাৱে প্ৰতিপাল ন কৰিব নোৱাৰা মাকজনীয়ে নিজৰ শিশুটিক যেন বিভিন্ন ছবিৰে পুষ্ট আলোচনী এখনৰ পাত লুটিয়াই ছবিবোৰ দেখুৱাই কৈ গৈছে, 'হৰলিক্স খালে লৰা-ছোৱালী এনেকুৱা শকত হয়', 'নেষ্টাম, কেড্‌বেৰীজ খালে এনেকুৱা ধুনীয়া হয়', কোৱাৰ লগে লগে বেচেৰী মাকজনীয়ে যেন ৰেৰত ওলোমাই থোৱা তেওঁলোকৰ যুগ্ম-জীৱনৰ পাতনিৰে ছবিখনৰ কাষতে থকা ৰাধা-কৃষ্ণৰ ছবি-খনলৈ উদাস দৃষ্টিৰে চাই গৈছে! বুঢ়াৰ মানসিক অৱস্থাও ঠিক এই অভাৱগ্ৰস্তা মাকজনীৰ দৰেই হৈছিল।

আনহাতে কথাখিনি কৈ ল'ৰাটোৱে যেন কিবা পুলক অনুভৱ কৰিছিল। যিমানেই সি কৈ গৈছিল সিমানেই যেন কথাবোৰ আহি তাৰ জিভাৰ আগত থুপ খাইছিলহি। সি আচলতে এই কথাবোৰৰো কিবা এক গতি থকা বুলিয়েই ভাবে। ওখৰ পৰা নামবিলৈ পানীৰ সেঁাত বোৱাটো যেনেকুৱা স্বাভাৱিক, এই কথা-বোৰৰো গতি যেন ঠিক তেনেকুৱাই স্বতঃস্ফুৰ্ত। সাম্য অৱস্থা নাপায় মানে এই গতিও স্তব্ধ নহয়।'

ল'ৰাটোৱে জানে, সেই একেই গতি আজি কেইবছৰমান আগতে দেশীয় মানুহৰ কথাতো প্ৰকাশ পাইছিল। ইংৰাজৰ আমো-

লত ক্ৰমে চেপেটা লাগি যাব ধৰা মানুহবোৰৰ দুখ-যন্ত্ৰণাৰ বোজা অসহনীয় হৈ উঠাত সেই দুখ-যন্ত্ৰণাই তেতিয়া ক্ষোভ হৈ প্ৰকাশ পাইছিল। ইংৰাজ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সেই সময়ত মানুহে দীপ্তভাৱে সংগ্ৰামত অৱতীৰ্ণ হৈছিল। মানুহৰ কণ্ঠৰ গতিও স্বতঃ-স্ফুৰ্ত হৈ পৰিছিল—নতুন ধৰণৰ ফকৰা-যোজনাৰ্য়া তেতিয়া মানুহৰ মনত দোলা দি গৈছিল—

"তোমাৰ বাৰীৰ বাঁহ গাজ, তাৰেই কৰিলো খৰিচা
তোমাতেই সলাই ধানদোন ললো, কথাটো জানো মন কৰিছা?"

কিন্তু সেই দিন আৰু গ'ল। জনসাধাৰণ এতিয়া দেশীয় মানুহৰ চেপাত সোমাল। মহাত্মা গান্ধীও উফৰি গ'ল, গান্ধীবাদো উটি গ'ল—আগতকৈও মানুহৰ অৱস্থাৰ বেছি অৱনতিহে ঘটিল। কথাটো যেনিবা এনেকুৱাহে হ'ল—আগতে চাহবাগানখন কোনোবা এজন ইংৰাজৰ আছিল; যাবৰ সময়ত এই সম্পত্তিটোকো লগত নিব নোৱাৰি দেশীয় মাৰোৱাৰী এজনক বিক্ৰী কৰি দি গ'ল। মাৰোৱাৰীজনেও অধিক লাভৰ বাবে মানুহক পণ্য কৰি তুলিলে। ইংৰাজৰ আমোলত যদি এই মানুহবোৰে কিবা অলপ পাইছিলো, দেশীয় মালিকানাৰ কবলত সেইখিনিও নোপোৱা হ'ল। মূঠৰ ওপৰত মানুহ লেৰেলা-চেপেটা লাগিল। সেয়ে কিন্তু পৰোক্ষভাৱে বিবৰ্তনত ইন্ধনহে যোগাইছে। বৈষম্য যিমানেই বাঢ়ি গৈছে মানুহৰ অসন্তুষ্টিও সিমানেই বাঢ়ি গৈছে। সেয়েহে মানুহে এতিয়া ফকৰা বনাই এনেদৰেহে—

"কুটুমে বান্ধিলে, কুটুমে বাঢ়িলে, কুটুমে কুটুমক খায়,
কুটুমৰ তেজেৰে বন্তি জ্বলালে, মজিয়া ভকেভেকায়।"

'পৰিবৰ্তন আহিছেই,' ল'ৰাটোৱে ভাবিলে, 'সমাজৰ চোতা-লত গজা বিষৰ গজালিটো উভালি পেলাবলৈ আৰু বেছি দিন নাই। তাৰ মানস পটত এখন নিকা সমাজৰ ছবি ভ'াহি উঠিল। যিখন সমাজত খোৱা মুঠিৰ বাবে ডাষ্টবিনত কুকুৰৰ লগত খোৱা-কামোৰা কৰিব নালাগিব—প্ৰতিজন মানুহেই বিপৰীতে পেট ভৰাই খাবলৈ পাব, অভাৰব্ৰীজৰ তলত, প্লেটফৰ্মত নতুবা ৰাষ্টাৰ দাতিত পৰি থকাৰ সলনি থাকিবলৈ অন্ততঃ এটা ঘৰ পাব, লজ্জা নিবা-ৰণৰ বাবে বস্ত্ৰ পাব; মুঠৰ ওপৰত যিখন সমাজত মানুহৰ মৌলিক প্ৰয়োজনখিনিৰ বাবে মানুহে হামৰাও কাঢ়ি মৰিব নালাগিব। এনে-

কুৰা সমাজ এখনে জীবনক মূল্য দিব পাৰে ; ইয়াত মানুহে মানুহৰ প্ৰগতিৰ অন্তৰায় হ'ব নোৱাৰে—ইয়াত কোনো কাৰো নহয়, অথচ সকলো সকলোৰে বাবে।

ল'ৰাটোৰ ভাল লাগি গ'ল। সি প্ৰশস্ত আকাশখনলৈ মূৰ দাঙি চালে। পশ্চিম আকাশত ইষৎ ৰাঙলী বেলিটোৰ আভা সেই সময়ত আকাশখনত সিচৰিত হৈ পৰিছিল। সি যেন মনত নতুন প্ৰেৰণা পালে। আচলতে ৰাতিপুৱা আৰু আবেলিৰ ৰাঙলী বেলিটো চাবলৈ তাৰ খুব ভাল লাগে। সি ক্ষন্তেক সময় ৰাঙলী বেলিটোৰ ফালে একেথৰে চাই থাকিল। মনৰ ভিতৰতে সি তাৰ প্ৰিয় শায়েৰীটো এবাৰ গাই ললে—

"নিগাহে জিনকী নহী হ্যায় উভৰতে সুৰুয পৰ ;
বো ডুবতে হুৱে তাৰোং কী বাত কৰতে হ্যায় ॥"

লগে লগে অৰ্থটোও সি নিজকে যেন শুনালে—"প্ৰজ্বলিত সূৰ্যটোৰ ফালে চোৱাৰ সাহস যাৰ নাই, সি নিশ্চয় অস্তমিত তৰাবোৰৰ কথাকেই কয়।"

ল'ৰাটোৱে জানে, এতিয়াৰ মানুহে অস্তমিত তৰাৰ কথা নকয়—সকলোকে মাথোন ৰঙা প্ৰদীপ্ত সূৰ্যটোহে লাগে। সমাজখনক যেন এই সূৰ্যটোৰ বিৰাট প্ৰয়োজন হৈছে। পুৰিলেহে সোণ বিশুদ্ধ হোৱাৰ নিচিনাকৈ সমাজখনো বিশুদ্ধ হবলৈ এবাৰ জ্বলিব লাগিব। সেই জুই নুমাই অনাৰে এতিয়া প্ৰস্তুতি চলিছে—প্ৰতিজন মানুহেই এতিয়া একো একোজন হাকিউলিচ।

সুৰুযটোৰ ৰাঙলী আভা উপভোগ কৰাৰ ক্ষন্তেক পাছতে ল'ৰাটোৱে লুইতলৈ চালে। সিহঁতৰ পশ্চিম ফালে লুইতৰ সোঁতৰ লগে লগে ৰাঙলী বেলিটোও পানীৰ তলত নাচি থকা যেন দেখা গৈছিল। তাৰ এনেকুৱা ভাব হৈছিল যেন লুইতৰ পানীৰ সৈতে সেই ভাবখিনিও লাহে লাহে মিহলি হৈহে যাব ধৰিছে।

বুঢ়াই সেই সময়ত তাৰ এলাগী বৰশীটোলৈকে নিবিষ্টমনেৰে চাই আছিল। ল'ৰাটোৰ মনত বিভিন্ন ধৰণৰ চিন্তাৰ প্ৰবাহে উকি মৰা সময়তে বুঢ়াই বাস্তৱ পৃথিবীখনৰ মাজত নিজকে ঘূৰাই পাইছিল। সি তেতিয়া ল'ৰাটোৰ চিন্তা-ভাবনাৰপৰা সম্পূৰ্ণৰূপে আঁতৰত আছিল।

বুঢ়াই তেনেদৰে একান্তভাৱে বৰশীটোলৈ চাই কথা দেখি ল'ৰা-

টোৱে লাহেকৈ মাতিলে, "ককা।" আচলতে বুঢ়াৰ দৃষ্টি অনুসৰণ কৰিও সি একো অনুভৱ কৰিব পৰা নাছিল।

"কিবা কবি?" বুঢ়াই মুৰ নুঘুৰোৱাকৈয়ে ওলোটাই সুধিলে।

"তেনেদৰে একেথৰে কি চাইছনো?" বুঢ়াৰ কথা কোৱা ধৰণ দেখি ল'ৰাটোৱে সুধিলে।

"হু", বুঢ়াই মুৰ তুলি ল'ৰাটোৰ ফালে চালে যদিও লগে লগে পুনৰ বৰশীটোলৈ দৃষ্টি ঘূৰাই ক'লে, "এলাগীক।"

"কিয়? হঠাতে যে এলাগীৰ প্ৰতি ইমান দৰদ হ'ল, তোৰ বৌজনী লাগিলে নেকি?"

"লগা নাই যদিও এই মাত্ৰ মোৰ বৌজনীয়ে এলাগীৰ কাষেৰে পাক এটা মাৰি যোৱা যেন পালো," বুঢ়াই বৰশীটোৰ ওপৰত দৃষ্টি ৰাখিয়েই লাহে লাহে ক'লে।

"ও, হয় নেকি?" ল'ৰাটোৰ কথাত আগৰ উৎসাহ হ্ৰাস পোৱা পৰিলক্ষিত হ'ল।

"নহয় যদি মই কিবা মিছা কৈছো নেকি?" বুঢ়াই অন্তৰ সুৰত ক'লে।

"উহু! তই আকৌ কিয় মিছা ক'বি?" ল'ৰাটোৱে প্ৰায় লগে লগে কৈ উঠিল। "কিন্তু সেইজনী তোৰ কল্পনাৰ বৌজনী বুলি তই জানিলি কেনেকৈ?"

"ঔ আই! নাজানিম কিয়?" ল'ৰাটোৰপৰা বুঢ়াই যেন আচৰিত কিবা এটাহে শুনিলে, ঠিক তেনেধৰণে সি কৈ উঠিল। "আজি ইমান দিনে যিজনীৰ বাবে বোন্দাপৰ দি আছো সেইজনীকে আৰু আজিলৈকে চিনি নোপোৱাকৈয়ে থাকিমনে?"

বুঢ়াৰ কথা শুনি ল'ৰাটো অলপ অপ্ৰতিভ হোৱা যেন হ'ল। সি ক'লে, "হলেও দেচোন, তই আচ মাটিৰ ওপৰত আৰু মাছজনী আছে পানীৰ মাজত। তেনেস্থলত ...... "

"মস্মো পানীৰ তলত গৈ মাছজনী চাই আহি ক'ব লাগিছিল, নহয় জানো?" বুঢ়াই তাৰ কথাৰ ওপৰতে কৈ উঠিল।

"নহয়—মানে...," ল'ৰাটোৱে খোনাই ক'লে।

"নহয় নহয়দে— হয়েই," বুঢ়াই জোৰ পূৰ্বকভাৱে ক'লে। "কিন্তু এটা কথা শুন— লুইতৰ বুকুত মাছ মাৰোতেই আধা দিন গ'ল, বুজিছ? চুলি পকিল। ঠাই দেখিলেই এতিয়া ক'ব পৰা

যেনে। ক'ত কি মাছ আছে। বৰশীও ঠিক সেইভাবেই পেলাও জান? তাক টোপটোও সেই অনুপাতে জুতি লগাকৈ, বুজিলিতো? হহ্! মাছ নালাগিব— মাছৰ ……"

"বাপেক লাগিব নহয়?" ল'ৰাটোৱে বুঢ়াৰ কথাৰ ওপৰতে ক'লে। "উঁ, অলবাত লাগিব।" বুঢ়ায়ো জোৰ দি ক'লে।

"আজি পিচে উঠাবই, চাবি," ল'ৰাটোৱে আন্দাজতে জোৰ দি ক'লে।

বুঢ়াই উত্তৰ দিচাপে এইবাৰ একো নকৈ বৰশীটোৰ প্ৰতিহে অধিক মনোযোগ দিলে। পাৰ হৈ যোৱা সময়খিনিত সি কথা কৈয়ো আছিল যদিও প্ৰতি মুহূৰ্ততে বৰশী দুটাৰ ওপৰত চকু ৰাখিব পাহৰা নাছিল। সি জানে, মাছজনী যিমানেই শিয়ান নহওক কিয় এদিন তাৰ বৰশীত লাগিবই লাগিব। এতিয়া তাক নচুৱালেও সিও এদিন মাছজনীক নচুৱাবলৈ সমৰ্থ হ'বই। তাতে আকৌ মাছজনীৰো মনলৈ অহংকাৰৰ ভাব এটা আহিছে— তাক অলপ আগেয়ে গা দেখুৱাই যোৱাটোৱেই তাৰ প্ৰমাণ। চগাৰ যে মৰিবলৈকেই পাখি গজে মাছজনীয়ে সেয়া গমকেই পোৱা নাই। অৱশ্যে সেয়া গম পাব টোপটো এবাৰ গিলিলেই! বুঢ়াই এটা চিপ মাৰিলেই বৰশীৰ কাঁইট-টোৱে মাছজনীক শালি ধৰিব; মাথো মাছজনীয়ে টোপটো খালেই হয়।

বুঢ়াই তাৰ মনৰ ভিতৰতে মাছজনীক উদ্দেশি ক'লে, 'খা অ' নাচনী, তোলৈকে বুলি ইমান সুন্দৰকৈ বনোৱা টোপটো তই গট্‌কৈ খাই পেলা। পলম নকৰিবি, খা। আন যি নহলেও তই মৰিবলৈকে খাই পেলা।'

পিচমুহূৰ্ততে বুঢ়াই আকৌ ভাবিলে— 'নাই, মাছজনীক তেনেকৈ কোৱা তাৰ বাবে ঠিক হোৱা নাই। বেচেৰীক ইমান ধুনীয়া বস্তু এটা খাবলৈ মাতিছে, অথচ সেইটো খালেই তাইৰ মৃত্যু আৱশ্যম্ভাবী। টোপটোৰ ভিতৰত সোমাই থকা কাঁইটটোৱে বেচেৰীৰ পেট ফুটাই দিব। তেতিয়াই তাই হয়তো চক খাই উঠি দৌৰি পলাবলৈ চাব— জীয়াই থাকিবলৈ মানুহৰ দৰেই আপ্ৰাণ চেষ্টা চলাব। তাৰ পাচতেই পানীৰ মাজত নচুৱাই ভাগৰাই দি মাছজনীক বামত তুলিব পাৰিলেই সকলো শেষ। আঃ! কেনেভাবে বিপদৰ মাজত যে সিহঁতে থাকে। সিহঁতবো যে জীৱন আছে!'

কিন্তু মাছ মাৰিবলৈ আহি সেইবিলাক ভাবিব পলে আকতো নচলে। সি জানে, যি কোনো মুহূৰ্তত মাছজনীয়ে আহি টোপটো কামুৰি ধৰি আৰু গভীৰলৈ দৌৰ দিব পাৰে— টোপটো টানি নিয়াৰ লগে লগে পুঙাটোও পানীৰ মাজলৈ সোমাই যাব পাৰে, বুঢ়ায়ো সেই মুহূৰ্তত খৰধৰকৈ তাৰ অভ্যস্ত হাতদুখনেৰে নিজৰ কাম কৰি যাব— এসময়ত উঠি আহিব সেই বৌজনী— তাৰ ইমান দিনৰ সপোনৰ শয়নৰ বিৰাট বৌজনী।

বুঢ়াই আশাভৰা দৃষ্টিৰে পুঙা দুটালৈ চালে। প্ৰথমতে সি তাৰ লাগী বৰশীটোৰ পুঙাটোলৈ চাইছিল যদিও পুঙাটো নিশ্চল হৈ থকা দেখি সি এলাগীৰ পুঙাটোলৈকে চালে। ঠিক সেইখিনি সময়তে এলাগীৰ পুঙাটো এবাৰ তল ওপৰকৈ নাচি উঠি পিচ মুহূৰ্তত পানীৰ তললৈ সোমাই যাব ধৰা সি দেখিবলৈ পালে। তাৰ গাৰ মাজেৰে শিহৰণ এটা বৈ গ'ল। সি লগে লগে প্ৰায় চুচৰি অলপ-মান আগবাঢ়ি চকাটোৰ সৈতে চিপডাল হাতত তুলি লৈ চকাটোৰ ওপৰেৰে থকা জৰীডাল ঢিলাই দিলে। চকাটোৰ ওপৰেৰে জৰীডাল লাহে লাহে পাৰহৈ যোৱাৰ লগে লগে চকাটো ঘূৰিব ধৰিলে।

ল'ৰাটোৰেও ইতিমধ্যে বৰশীটোৰ ওপৰত জাড়ুৰ খাই পৰিছিলগৈ। বুঢ়াৰ ব্যস্ততালৈ লক্ষ্য কৰি সি আগ্ৰহেৰে সুধিলে, "মাছজনী লাগিলে নেকি ককা?"

বুঢ়াই চকাটোৰ পৰা মুৰ নোতোলাকৈয়ে ক'লে "উ, লগাযেন লাগিছে।"

"সেইয়া," লৰাটোৱে উল্লাসেৰে ডাঙৰ ডাঙৰকৈ কৈ উঠিল, "মই কৈছিলো নহয় তোৰ এলগীয়ে আজি মাছ উঠাব বুলি; দেখিছ মোৰ কথা আখৰে আখৰে ফলিয়ালে।"

"ৰবি," বুঢ়াই তাক বাধা দি ক'লে, "এতিয়াও বামলৈকে অহাই নাই।"

"নাহিলেও আৰু যাব ক'ত? মাছজনী আজি উঠিবই উঠিব চাবি।" লৰাটোৱে আগৰ কথাখিনিকে দোহাৰিলে।

বুঢ়াই আৰু একো নকলে। চকাটোৰ লগতে সি ব্যস্ত হৈ পৰিল। সি জৰীডাল লাহে লাহে ঢিলাই দি থাকিল যাতে মাছ-জনীয়ে টোপটো গিলি পেলাই লব ধৰিব পাৰে। মাছজনীয়েও তেতিয়া আসন্ন মৃত্যুৰ কথা অনুভৱ কৰিব নোৱাৰি খাব পোৱাৰ

আনন্দত লুইতত সাতুৰি-নাদুৰি আগবাঢ়ি থাকিল। পানীৰ মাজত মাছজনীয়ে বেগেৰে আগবাঢ়োতে জৰীডালত যথেষ্ট টান পৰা বাবে মাছজনী যে যথেষ্ট ডাঙৰ হ'ব বুঢ়াই সেই কথা বাৰুকৈয়ে অনুভৱ কৰিছিল। তাৰ মনটো আনন্দত নাচি উঠিল। সি অনুভৱ কৰিলে তাৰ জীৱনত সি মৰা মাছবোৰৰ ভিতৰত এইজনীয়ে যেন আটাইতকৈ ডাঙৰ মাছ হ'ব। ঠিক এইজনী মাছৰ বাবেই সি আজি ইমান দিন অপেক্ষা কৰি আছিল।

বুঢ়াই তাৰ মনৰ ভিতৰতে লগে লগে ক'লে—'খা, আকৰী, ঘৰতে ইমান কষ্ট কৈ বনোৱা টোপটোৰ কিমান যে সোৱাদ! তই মাথো টিপকৈ খাই পেলা। বুঢ়াৰ ইমান দিনৰ সপোন বাস্তৱত পৰিণত কৰি তই টোপটো একেবাৰে গিলি পেলা।'

মাছজনীয়ে হঠাতে থমকি ৰোৱা বুঢ়াই অনুভৱ কৰিলে। তাই টোপটো গিলি পেলোৱা বুলি সি বুজি পালে। সি ভাবিলে টোপটোৰ ভিতৰত সোমাই থকা কাঁইটটোৱে নিশ্চয় মাছজনীৰ পেটত আঘাত কৰিছে। পিচ মুহূৰ্ততে মাছজনীয়ে গতি সলালে· জৰীডাল পানীৰ মাজত ঢিলা হৈ পৰিল। বুঢ়াই তত্‌তাতৈয়াকৈ চকাটো ঘূৰাব ধৰিলে। ক্ষন্তেক পাছতে জৰীডাল পুনৰ টান হৈ পৰিল। সি তাৰ পাছতো চকাটো ঘূৰাই জৰীডাল চপাবলৈ চেষ্টা কৰিলে যদিও মাছজনীৰ গতিৰ লগে লগে খুব টান হৈ পৰা বাবে পুনৰ ঢিলাই দিবলৈ বাধ্য হ'ল। মাছজনীৰ গধুৰতা সি ভালদৰেই অনুভৱ কৰিছিল।

বুঢ়াই এইবাৰ ল'ৰাটোলৈ চাই ক'লে, 'এই "বৌজনী যথেষ্ট ডাঙৰ হ'ব বুলি তোক কৈছিলো নহয়, মনত আছে?"

"অ', ভালদৰেই আছে।" সি তপৰাই উত্তৰ দিলে।

"এই মাছজনী সচাঁকৈয়ে ডাঙৰ জান?" বুঢ়াই লুইতৰ বুকুলৈ আগবাঢ়ি যোৱা জৰীডাললৈ চাই ক'লে।

"তেনেহলে আগতে তই মিছাতে কৈছিলি নেকি?' ল'ৰাটোৱে দুষ্টালিপূৰ্ণ ভাবে সুধিলে।

"মিছাতে আকৌ কিয় ক'ম? সেয়া অনুমানৰ ওপৰতে নিৰ্ভৰ কৰি কোৱা কথাহে আছিল।"

"এতিয়াও পিচে অনুমানতে কোৱা নাই জানো?" ল'ৰাটোৱে জেদ দি ধৰিলে।

"তই অনুমান বুলি ভাবিলেও এয়া কিন্তু নিতান্তই সত্য বুজিছ, এইজনীয়ে মোৰ জীৱনত আটাইতকৈ ডাঙৰ মাছ হ'ব।" কথাখিনি সি গম্ভীৰ সুৰত কৈছিল।

ল'ৰাটোৱে জানে যে বুঢ়াৰ কথাখিনি সম্পূর্ণ অভিজ্ঞতালব্ধ। সি আৰু এইটোও জানে যে এই অভিজ্ঞতালব্ধ প্ৰায়খিনি কথাই সময়ত সত্য হিচাপে পৰিগণিত হয়। বাস্তৱ অভিজ্ঞতাৰ দাম আছে। সেয়েহে বুঢ়াই কথাখিনি শেষ কৰাৰ লগে লগে সি কৈ উঠিল, "ও, হয় নেকি? তেনেহলে ময়ো ধৰোদে তোৰ এই চিপডালত। একেলগে জোৰ দিলেহে মাছজনী উঠিব।" লগে লগে সি চিপডালত ধৰি ললেই।

"এ-এ, ৰহ, ৰহ," বুঢ়াই তাক বাধা দিব খুজি ক'লে, "মই ক'ম নহয় যেতিয়া ধৰিব লাগে। এতিয়া নধৰিলেও হ'ব দে।"

"নহয়, নহয়, মই ধৰিছো দে, তই মাথোন চকাটো ঘূৰাবিচোন।" সি অভজ্ঞা সুৰেৰে কৈ উঠিল।

"তই ধৰি ৰাখিব নোৱাৰিবি নহয়?"

"কোনে কৈছে মই ধৰি ৰাখিব নোৱাৰিম বুলি?" সি দুয়োহাতেৰে চিপডালত কটমটকৈ ধৰিব খুজি ক'লে। "তই চকাটো ঘূৰা আকৌ।

"আহসা! তেনেদৰে অসুবিধা হ'ব যে। চাও, তই এৰি দেচোন—চকাটো ৰখি গৈছে।" কোৱাৰ লগে লগে বুঢ়াই চিপডাল নিজৰ হাতলৈ আনি ললে।

বৈ যোৱা চকাটোৱে বৰশীৰ জৰী ডাললৈ চাই মাছজনীয়ে ক্ৰমাৎ বামৰ ফালে ওপৰলৈ উঠিব ধৰা বুঢ়াই গম পাইছিল। ল'ৰাটোৱেও দুনাই বাক্যব্যয় নকৰাত সি চকাটো ঘূৰাই পুনৰ জৰীডাল চপাই আনিব ধৰিলে; কিন্তু অলপ মেৰিওৱাৰ পাছতে জৰীডালৰ টান খাই মাছজনী যেন সচকিত হৈ উঠিল—তাই পুনৰ সাতুৰি নাদুৰি লুইতৰ বুকুত আগবাঢ়িল। বুঢ়ায়ো উপায় নাপাই জৰীডাল পুনৰ এৰি দিলে—জৰীডাল পানীৰ মাজলৈ সোঁ-সোঁৱাই আগবাঢ়িল যদিও সেয়া অলপ সময়ৰ বাবেহে। ক্ষন্তেক পাছতে চকাটোৰ গতিবেগ কমিবলৈ ধৰিলে। সেয়েহে সি পুনৰ চকাটো ঘূৰাই জৰীডাল চপোৱাৰ চেষ্টা কৰিলে যদিও অলপ চপোৱাৰ পিচতে টান অনুভৱ কৰাত আকৌ জৰীডাল এৰি দিলে। মাছজনীয়ে পুনৰ

আন এটি দিশত পানী ফালি আগবাঢ়িল—তাইৰ গতিবেগ যথেষ্ট কমিছিল।

তাই যথেষ্ট দুৰ্বল হৈ পৰিছে—মাছজনীৰ আগৰঢ়া গতি-বেগলৈ চাই বুঢ়াই অনুভব কৰিলে। লগে লগে তাৰ অভ্যস্ত হাতে চকাটো ঘূৰাব আৰম্ভ কৰিলেই। মাছজনী সঁচাকৈয়ে অলপ দুৰ্বল হৈ পৰা বাবে সি এইবাৰ জৰীডাল ভালেখিনি চপাবলৈ সমৰ্থ হ'ল। কিন্তু তাৰ পাছতেই মাছজনীয়েও হয়তো বিপদৰ গুৰুত্ব অনুভব কৰি পুনৰ লৰ ধৰিলে। বুঢ়ায়ো চপাবলৈ এৰি পুনৰ জৰীডাল এৰি দিবলৈ বাধ্য হ'ল। চকাটো নিৰ্দ্দিষ্টভাবে ঘূৰাই মাছজনীয়ে লুইতৰ বুকুত জৰীডাল সহ সাতুৰি-নাদুৰি আগবাঢ়িল।

বুঢ়ায়ো জৰীডাল চাই চাই তাৰ মনৰ ভিতৰতে মাছজনীলৈ বুলি কৈ গৈছে—'দৌৰ, দৌৰি থাক নাচনী। মই জানো তই এই শেষ মুহূৰ্ত্ততো মোক ভুলাবি বুলি। পিচে এয়াই তোৰ শেষ ভ্ৰমণ জানিবি। ক্ষন্তেক পিচতেই তই ভাগৰত অবশ হৈ পৰিবি। তেতিয়া মই যি কৰো তোৰো দশা সেয়াই হ'ব বুজিছ? আজি ইমান দিনৰ মূৰত বুঢ়াৰ হাতত চেঙেলি পৰিছ যেতিয়া আৰু নিস্তাৰ নাই। এতিয়া মৰণেহে মাথো তোৰ মুক্তি, জানি ল।'

কথাখিনি ভবাৰ লগে লগে মাজতে বুঢ়াই চকাটোৰ লগতে মাছজনীৰ গতিবেগলৈ চাই পুনৰ জৰীডাল চপাব খুজিলে যদিও কিছু চপোৱাৰ পাছতে তাই পুনৰ চাপলি মেলাত ঢিলাই দিবলৈ বাধ্য হল।

বুঢ়াই ভাবিলে—নাই, মাছজনীক তেনেদৰে মৰণৰ শাওপাত দি সি ভাল কৰা নাই। এনেয়ে তাই মৰণ পথৰ যাত্ৰী, তাৰে ওপৰত আকৌ শাওপাত সোপা জাপি দিলে তাৰ পাপহে লাগিব। তাতকৈ থাওক, তাই এতিয়া মনৰ আনন্দেৰে তাইৰ শেষ ভ্ৰমণ-টোৱে সম্পূৰ্ণ কৰি লওক; কিন্তু যদি তাই কেনেবাকৈ এৰা খায় যায়...। নাই, নোৱাৰে— কাঁইটটোৱে নিশ্চয় তাইৰ পেট ফুটাই দিছে। ইয়াৰ পিচত তাই পলোৱাটো আৰু অসম্ভৱ। তাৰ এলা-গীয়ে আজি প্ৰথম মাছটো ধৰিব।

বুঢ়াৰ ভাল লাগি গ'ল। সি এইবাৰ ল'ৰাটোলৈ চাই ক'লে, "শুনিছ ভাইটি, মাছজনী আজি আৰু পলাব নোৱাৰে—তাই টোপটো ভালদৰেই গিলি পেলাইছে।"

ল'ৰাটোৱে বুঢ়াৰ কামবোৰেই লক্ষ্য কৰি আছিল। সি ক'লে, "নোৱাৰে যদি সোনকালে উঠাই আন আকৌ।"

"ৰ'ৰি," বুঢ়াই বাধা দি কৈ উঠিল, "তেনেকৈ নোৱাৰিবি নহয়। পানীত তাইৰ খুব জোৰ; তাতে আকৌ মাছজনী এনেয়েও ডাঙৰ—একেটা টানতেই চিঙি লৈ যাব।"

"তেনেহলে মাছজনীৰ আগতে ভাগৰ লগাই লবি, নহয় জানো?"

"অ, তাইক আগতে অবশ কৰি পেলাব লাগিব; অবশ্যে তাই এতিয়া যথেষ্ট দুৰ্বল হৈছেই।......এয়া দেখিছনে চকাটো ঘুৰাবলৈ কিমান সহজ হৈছে?" কথাৰ মাজতে বুঢ়াই জৰীডাল এচুখিনি চপালে যদিও পিচ মুহূৰ্ততে টান অনুভৱ কৰি এৰি দিলে।

বুঢ়াৰ কথা শুনি ল'ৰাটোৱেও তাৰ গাতে গা লগাই বহি হাতেৰে চুই চালে। সি উদ্‌গ্ৰীৱ হৈ ক'লে, "তেনেহলে আৰুনো কিমান দেৰি লাগিব? ক আকৌ—ইপিনে সন্ধিয়াও নামি আহিলেই এতিয়া।"

বুঢ়াই তেতিয়াহে তাৰ চাৰিওফালৰ পৰিবেশটোলৈ চালে। সন্ধিয়া তেতিয়া লাগিব ধৰিছিলেই প্ৰায়। লুইতৰ বুকুৰো মধ্যাহ্ন সূৰ্য্যৰ উজ্বলতা কাহানিবাই হেৰাই গৈছিল। সেয়েহে সি ততাতৈকৈ পুনৰ চকাটোত মনোনিৱেশ কৰি কৈ উঠিল, "ৰবি, এইবাৰেই আহিব যেন পাইছো। তাই এতিয়া আগবাঢ়িবই নোৱাৰা হৈছে, দেখিছ? তাইৰ আয়ুস তেনেই কমি আহিছে—তাইৰ জীৱনটো এতিয়া মোৰ হাতৰ মুঠিত।" তাৰ কথাত বিজয়ৰ গৌৰৱ ফুটি উঠিল।

মাছজনী সচাঁকৈয়ে অবশ হৈ পৰিছিল। সেইবাবে বুঢ়াই জৰীডাল চপোৱাত তাই বিশেষ একো দিগদাৰি লগাব নোৱাৰিলে। বুঢ়াই চকাটো ঘুৰোৱাৰ লগে লগে প্ৰতি মুহূৰ্ততে তাই বামৰ ফালে আহিব ধৰিলে। মাছজনীৰ নিৰীহ ৰূপটোলৈ চাই বুঢ়া সন্তুষ্ট হ'ল। মাছজনীয়ে যে আত্মসমৰ্পণ কৰিছে সেয়া বুজাত তাৰ অসুবিধা নহ'ল।

বুঢ়াৰ মনত তেতিয়া নানা ভাৱৰ খুৰবুৰণি। সি মনৰ ভিতৰতে মাছজনীলৈ বুলি কৈ গৈছে—'আহ, আহ অ' সোণজনী। আজি ইমানদিনৰ মূৰত তোক পাইছো, আৰু দিগদাৰীখন নলগা-বিচোন। তই মোক বহুতেই নচুৱালি, মই বাৰু তোক আৰু

নচুৱাব নোৱাৰো দে। হাজাৰ হলেও তই এটা পানীত থকা নিমাখিত জীব। আহি থাক, আহি থাক অ' আইজনী।...আস! ৰহচোন ৰহ। ৰাম দেখোন পালিয়েই—ছট্‌ফটনি নলগাবিচোন।... অ', ভয় লাগিছে নহয়? লাগিবই, আমাৰ মানুহবোৰকে কিমান যে ভয়! পিচে চিন্তা নকৰিবি, আৰু কেইটামান মুহূৰ্ত অপেক্ষা কৰ—মাত্ৰ কেইটামান মুহূৰ্ত।'

ক্ৰমে ৰাম আহি পোৱাৰ লগে লগে মাছজনীয়ে হয়তো বিপদৰ গুৰুত্ব উপলব্ধি কৰিলে। সেয়েহে এক মুহূৰ্তৰ বাবে তাই ছটফটাই উঠিবলৈ চেষ্টা কৰিলে যদিও সফল নহ'ল। বুঢ়ায়ো এইবাৰ জৰীডাল ঢিলাই নিদিলে। মাছজনী শান্ত ল'ৰা এজনৰ দৰে ক্ৰমাত ৰামৰ ফালে আহি থাকিল অৰ্থাৎ বৰশীৰ জৰীডালে মাছ-জনীক লাহে লাহে টানি আনিব ধৰিলে। বুঢ়াই চিপডালৰ শেষৰ মুৰটো মাটিত হেচুকি ধৰি মাথো চকাটো ঘুৰাই গ'ল।

ক্ষন্তেক পাছতে পানীৰ মাজত মাছজনীৰ মুখখন চিনি পোৱা গ'ল। প্ৰকাণ্ড ঘূৰণীয়া মুৰটো দুয়োজনে প্ৰায় একে সময়তে দেখিলে যদিও ল'ৰাটোৱে দেখিয়েই আঙুলি পোনাই উল্লাসিত হৈ চিঞৰি উঠিল, "সৌজনী, সৌজনী ককা, চাচোন বাৰু। বাহ, কিমান ডাঙৰ মাছ। মুৰটোৱেই ইমান ডাঙৰ! মোৰ জীৱনত দেখা মাছৰ ভিতৰত এইজনীয়েই আটাইতকৈ ডাঙৰ হ'ব, ককা।...সেইয়া চা, মই মাছজনীৰ গাটোও দেখিছো। বাঃ, কি প্ৰকাণ্ড।"

"হেইয়া, নিচিঞৰিবিচোন," বুঢ়াই তাৰ উৎসাহত চেঁচা পানী ঢালি ক'লে, "আহিছে যেতিয়া আৰু যাব ক'ত?"

"নহয় ককা, জৰীডাল ছিগি যাব পাৰে—মাছজনী বিৰাট ডাঙৰ।"

"নিছিগে ৰহ," বুঢ়াই গহীনাই ক'লে "ইমানখিনি অনাৰ পিচত আৰু তেনেকৈ যাব দিমনে?"

"তেনেহলে কিবা এটা কৰ আকৌ," ল'ৰাটোৱে ব্যস্ত-সামস্ত্য ভাৱে ক'লে।

"হ'ব, হ'ব— তই মাথো অধৈৰ্য নহ'বি।"

"নহও দে, তই পাৰ যদি কিবা এটা কৰি পেলা।"

ইতিমধ্যে মাছজনী প্ৰায় নিশ্চল অৱস্থাৰে পানীৰ মুৰলি পাই-ছিলহি। বুঢ়াই জৰীডাল যিমানখিনি পাৰে চপাই লৈ থিয় দি অঠুৱনীয়া ধুতিখন ঠিক-ঠাক কৰি ললে। পিচত কান্ধৰ পানী-

গামোচাখন এনেয়ে এবাৰ জোকাৰি লৈ মুৰত মেৰিয়াই ললে। তাৰ পাছত সি "চাও—ধৰচোন এইজনীক" বুলি কৈ চিপডাল ল'ৰা-টোৰ হাতত দি মাছজনীৰ ওচৰলৈ গৈ তাইক আথে-বেথে ধৰি পেলালে। মাছজনীয়ে ক্ষীণভাৱে এবাৰ জপিওৱাৰ চেষ্টা কৰিছিল যদিও কৃতকাৰ্য নহ'ল।

বুঢ়াৰ মুখত বিজয়ৰ হাঁহি বিৰিঙি উঠিল। সি মাছজনীক ভালদৰে ধৰি লৈ ল'ৰাটোৰ ফালে চাই ক'লে, "নে, টানি নে—মোক আৰু মাছজনীক তই এতিয়া বৰশীৰে টানি নে।"

ল'ৰাটোৰেও ইতিমধ্যে থিয় হৈছিল। সি বুঢ়াৰ ওচৰতে থিয় দি বুঢ়াই ধৰিব ধৰা মাছজনীৰ ওপৰত দৃষ্টি ৰাখি "ধৰ, ভালকৈ ধৰ—এৰি নিদিবি" ধৰণেৰে চিঞৰি নিৰ্দেশ দিয়াৰ নিচিনাকৈ কৈ আছিল। বুঢ়ায়ো একো নামাতি মাথো মাছজনীক ভালদৰে ধৰি পেলোৱাতহে ব্যস্ত আছিল। শেষত মাছজনীক ধৰি লৈ বুঢ়াই কোৱা কথাখিনিৰ মাজত নিহিত থকা ৰসিকতাখিনি সি ঠিকেই উপলব্ধি কৰিলে। কিন্তু সি কিবা কৰাৰ আগেয়ে বুঢ়াই মাছজনীৰে সৈতে নিজে উঠি আহিল। সেয়েহে চিপডাল হাতত ৰাখিয়েই বুঢ়াৰ লগে লগে খোজ পেলাই সি ক'লে, "ব'ল—আজি মাছ আৰু মানুহ একেলগে লাগিছ। পৃথিবীত এনেকুৱা ঘটনা আজিৰ এইটোৱেই প্ৰথম।"

দুয়োজনে পানীৰপৰা কিছু দূৰলৈ উঠি অহাৰ পিচত বুঢ়াই চাপৰি মাছজনীক মাটিৰ ওপৰত লাহেকৈ এৰি দিলে। মাছজনীয়ে দুবাৰমান ফিছা জোকাৰি পিচত নিশ্চল হৈ পৰি ৰ'ল। মাথো তাইৰ ওপৰৰ ফালে থকা পাখিখন সঘনাই উঠা-নমা কৰিবলৈ ধৰিলে। বুঢ়াই প্ৰথমতে কোনোদিনে নেদেখা বস্তু এটাৰ দৰে মাছ-জনীলৈ একেথৰে চাই ৰ'ল। তাৰ পাছত সি মূৰ দাঙি ল'ৰাটোলৈ চাই বিজয়ৰ গৰ্বপূৰ্ণ হাঁহিৰে সুধিলে, "কেনে দেখিছ ?"

ল'ৰাটোৰেও মাছজনীৰ চক্চকীয়া গাটোলৈ কিছু সময় চাই আছিল। বুঢ়াৰ কথা শুনি সিও উল্লাসিতভাৱে উত্তৰ দিলে, "অপূৰ্ব, আগতেই কৈছো নহয় জীৱনত মই দেখা মাছৰ ভিতৰত এইজনীয়েই আটাইতকৈ ডাঙৰ বুলি; আৰু জানা কিবা ক'ব লাগিছে ?"

"ও...," বুঢ়াই সঁহাৰি জনাই পুনৰ মাছজনীলৈ চালে। প্ৰকৃততে মাছজনীৰ অৱয়বটোক তাৰ কল্পনাৰ মাছজনীৰ সৈতে মিলাই চাই সি গৌৰব অনুভৱ কৰিছিল। তাৰ অন্তৰ আনন্দেৰে

উপচি পৰিছিল। মাছজনীৰ ওপৰত দৃষ্টি ৰাখিয়েই সি অপোনমনে কৈ উঠিল, "বহুদিন অপেক্ষাৰ অন্তত এনেকুৱা এজনী মাছ পালে কিমান যে ভাল লাগে।"

"আমাৰো জানো বেয়া লাগে ককা?" ল'ৰাটোৰ কথাত বুঢ়াই মুৰ তুলি তালৈ চালে। ল'ৰাটোৰে পুনৰ কৈ গ'ল, "কিশোৰক তোৰ কল্পনাৰ বৌজনী আজি বাস্তৱত দেখা পোৱা বাবে খুব ভাল লাগিছে। আকৌ তাতকৈও কিয় বেছি ভাল লাগিছে জান?"

"কিয়?" বুঢ়াই ল'ৰাটোৰ মুখলৈ চাই সুধিলে।

"তই মাছ পালে আমি খাব পাও বাবে।"

ল'ৰাটোৰে কথাখিনি ধেমালিতে ক'লেও বুঢ়াই সহজভাৱে লব নোৱাৰিলে। মাছ সি কিয় মাৰে নাইবা কিয় ভগাই দিয়ে সেয়া আনে অনুভৱ কৰক বা নকৰক, সি কিন্তু নিজে প্ৰক্ৰিয়াটোৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়ে। সি জানে যে সি বিলাই দিয়া মাছটুকুৰাৰ মূল্যায়ন অকল ভাত খোৱা কাঁহৰ কাহীখনতেই সীমাবদ্ধ নহয়— ধুনীয়া সুৰ এটিয়ে মানুহৰ মনত থৌকি-বাথৌ লগোৱাৰ দৰে মাছটুকুৰায়ো ক্ষন্তেকৰ বাবে হলেও গাওঁবাসী মানুহ কেইজনৰ মনত সুৰ এটি জগাই দিয়ে বুলিয়েই সি ভাবে।

বুঢ়াৰ মুখমণ্ডলত গহীন ভাব এটাই বিৰাজ কৰিলে। সি সেয়েহে ল'ৰাটোৰ কথাৰ প্ৰত্যুত্তৰ হিচাপে লগে লগে একো ক'ব নোৱাৰিলে। মাছজনীক তাতে এৰি থৈ সেইবাবেই সি আনটো বৰশী চপাবলৈ গ'ল। তাৰ লাগী বৰশীজনী চপাই থাকিয়েই সি লাহে লাহে ক'লে, "বুজিছ ভাইটি, তহঁতে কি ভাব নেজানো; মোৰ মতে এয়া কোনো সামান্য মাছ এচকল খাই পেলোৱা ঘটনা নহয়—লুইতৰ বুকুৰ সম্পদ এটিক লুইতপৰীয়াসকলে মিলি-জুলি নিজৰ মাজত বাতি লোৱাহে ঘটনা। ইয়াত যি অমিয়া সুখ, আনন্দ আছে সেয়া কোনেও নুই কৰিব নোৱাৰে। আমি অসমীয়া— আমিও মানুহ—কোনো বনৰীয়া জন্তু নহয় যে কেৱল খোৱাৰ বাবেই জীয়াই থাকিম। মানুহৰ জীৱনৰ অৰ্থ আছে, জানিবি— মাথো অহা আৰু যোৱাৰ মাজতেই মানৱ জীৱন সীমাবদ্ধ নহয়।"

কথাখিনি কোৱাৰ লগে লগে বুঢ়াই বৰশীটো চপাই নৈ তাৰ জোলোঙাখনত ভৰালে। তাৰ পিচত জোলোঙাখন পুনৰ কান্ধত

ওলোমাই লৈ সি মাহজনীৰ কাষত আহি থিয় দিলে। মাহজনী তেতিয়াও নিশ্চল হৈয়েই পৰি আছিল যদিও মাজতে দুই-এবাৰ ফিচাখন নচুৱাবলৈ চেষ্টা কৰিছিল। তাইলৈ চাইও বুঢ়াই পুনৰ বিজয়ৰ গৌৰৱখিনি অনুভৱ কৰাত তাৰ ওঠেৰে হাঁহি এটি সমাহিতভাবে বাগৰি গ'ল।

ল'ৰাটোৱে তেতিয়াও মাহজনীৰ কাষতে থিয় দি আছিল যদিও বুঢ়াৰ গভীৰ অৰ্থপূৰ্ণ কথাখিনি শুনি তাৰ ফালে মুখ ঘুৰাই চাবলৈ বাধ্য হৈছিল। বুঢ়াক জোকাবলৈকে সি তেনেদৰে কৈছিল বাবে বুঢ়াৰ পৰা তেনেকুৱা এটি উত্তৰ তাৰ বাবে সমুলি আশাপ্ৰদ নাছিল। বুঢ়াৰ জ্ঞানগৰ্ভ কথাখিনিয়ে তাক আপ্লুত কৰিছিল। সি মাথো একেথৰে বুঢ়ালৈ চাই আছিল—বুঢ়াক সেই সময়ত তাৰ দেৱতা যেন বোধ হৈছিল।

"হেই! কি চাই আছ?" ল'ৰাটোৱে তেনেদৰে ভেবা লাগি চাই থকা দেখি বুঢ়াই তাক জোলোঙাখনেৰে খুন্দা এটি শোধাই ক'লে।

"হু," ল'ৰাটোৱে আবেগজড়িতভাবে উত্তৰ দিলে, "তোক—ভিতৰত থকা দেৱতাজনক।"

"ধেৎ! মানুহ আকৌ দেৱতা হ'ব পাৰে নেকি?"

"অ, পাৰেতোন। এই পৃথিবীত মানুহেই দেৱ, মানুহেই সেৱ—মানুহৰ বাহিৰে আৰু কোনো নাই।"

"হলেও আমি কেতিয়াও দেৱতা হ'ব নোৱাৰো। আমি মাটিৰ মানুহ—মই তোক আগতেই কৈছো দেখোন।"

"মাটিৰ মানুহেইতো পৃথিবীৰ দেৱতা। এই মৰ্ত্য ভূমিত সৰগ ৰচনা কৰিবলৈ মাটিৰ মানুহেই হাতে-কামে লাগিব লাগিব—আন কোনো সৰগৰ দেৱতা নাহে, আৰু আহিবলৈ কোনো নায়ো আকৌ তয়ে দেখোন জান, যিসকলে সৰগ সাজে, সেইসকলেই দেৱতা।"

ল'ৰাটোৰ যুক্তিৰ ওপৰত কিবা কবলৈ বুঢ়াৰ তেতিয়া একোৱেই নাছিল। কথাখিনিৰ সত্যতা হয়তো সি অনুভৱ কৰিবও পাৰিছিল। সেয়া স্বীকাৰ কৰিলে পৰোক্ষভাবে ল'ৰাটোৰ ভাব ওপৰত কৰা মন্তব্যটোকে মানি লোৱা যেন হ'ব বুলি সি বুজিব পাৰিলে। সেয়েহে ওলোটাই ল'ৰাটোক মৰমপূৰ্ণ ধমকি এটা সোধাই সি ক'লে, "বাক হৈছে ব'ল। ইয়াতে এতিয়া আং বাং এসোপা গাই থাকিব নালাগে। আন্ধাৰ হলেই এতিয়া। আজি আকৌ এইজনীৰো দিহা লগাব লাগিব নহয়।"

বুঢ়াই 'এইজনী' বুলি কৈ মাছজনীকে বুজাবলৈ চাইছিল। কোৱাৰ লগে লগে সি মাছজনীৰ বহল দেহটোলৈ চালে। তাৰ পিচত সি পুনৰ কলে, "মাছজনী আজি যথেষ্ট ডাঙৰেই হৈছে দেই— নেদেখিছনে লুইতৰ আহাৰ পানী পাই কেনে নোদোকা হৈ উঠিছে। টোপটো গিলি লুইতপৰী-য়াৰ সেৱাতেই নিজক উচৰ্গা কৰিছে। চাও, মোৰ এলাগীজনীক দেচোন।

বুঢ়াই শেষৰখিনি ব্যস্ততাৰে কৈ লগে লগে বৰশীটো ল'ৰাটোৰ হাতৰ পৰা নিজৰ হাতলৈ নি পিচ মুহূৰ্ততে মাছজনীকো তুলি ললে। সি এইবাৰ কৃতজ্ঞতাপূৰ্ণ চাৱনিৰে লুইতলৈ ঘূৰি চাই মনে মনে সেৱা জনালে। তাৰ পিচত ল'ৰাটোলৈ চাই সি পুনৰ তাক যোৱাৰ কথা সোঁৱৰাই দিলে— "উঠ ব'ল— আৰু বৈ থকাৰ সময় নাই।" কৈয়েই সি আগবাঢ়িল।

ল'ৰাটোৱেও আৰু একো নকৈ বুঢ়াৰ লগে লগে খোজ ললে। গাঁওখনৰ কাষ চাপি যোৱাৰ লগে সি বুঢ়াতকৈ আগবাঢ়িল। আকৌ গাঁও পোৱাৰ পিচতেই আগৰ দৰে শিশু তথা চেমনীয়াৰ জাকটো যেন কেনেকৈ গোট খালে! সিহঁতৰ কোলাহলখিনিও মাটি ফুটি ওলোৱা যে লাগিল।

সন্ধিয়া তেতিয়া লাগিছিলেই।

সেইনিশা ল'ৰাটোৱে এটি সপোন দেখিছিল। সপোনতে বুঢ়াক লৈ আন কেইজনমান মানুহেৰে সৈতে সি যেন এটি ডাঙৰ হলঘৰৰ ভিতৰত শুই আছিল। সেই নিশাটো আছিল তেনেই দুৰ্যোগপূৰ্ণ। সপোনতে ল'ৰাটোৱে যেন আন কোনোবাই উঠাৰ আগেয়ে খুব পুৱা-তেই উঠিছিল। যোৱা নিশাৰ প্ৰচণ্ড ধুমুহাৰ কথা সি যেন ৰাতি পুৱা অনুভৱ কৰিছিল। সপোনতে সি তেতিয়া বাহিৰলৈ উঠি আহিছিল। বাহিৰত কিন্তু সেই সময়ত তাৰ ঘৰুৱা পৰিবেশটোৱেই বিৰাজ কৰিছিল। চোতালৰ এমূৰে থকা শেৱালি জোপাৰ অৱস্থিতিও সি যেন অনুভৱ কৰিছিল; কিন্তু তাৰ বাবে তেতিয়া অভিনৱ দৃশ্য এটিয়ে অপেক্ষা কৰি আছিল। উন্মুক্ত দুৱাৰখনেৰে সি তাৰ সন্মুখত দেখিছিল সিহঁতৰ বৰ্ষাসিক্ত চোতালখন। অ'ত ত'ত দুই-এঠাইত বৰষুণৰ পানীয়ে সৰু সৰু ডোঙা বান্ধি পাৰ হৈ যোৱা দুৰ্যোগ-পূৰ্ণ নিশাটোৰেই যেন পৰিচয় দি আছিল। বৰ্ষাটোত সমগ্ৰ চোতাল-খনতে তেতিয়া বগা-বগা শেৱালি ফুলবোৰ এনেভাৱে সিচৰিত হৈ আছিল যেন কোনোবাই অতি কষ্ট কৰি সেই ফুলবোৰ শাৰী-শাৰীকৈ সজাইহে থৈছিল। সপোনতে সি সেই অভিনৱ দৃশ্যটোৰ ফালে কিছু সময় ধৰি একেথৰে চাই আছিল। দৰাচলতে সি উৎ-ফুল্লিত হৈ পৰিছিল। পিচ মুহূৰ্ততে সি ততাতৈয়াকৈ প্ৰথমতে বুঢ়াক আৰু তাৰ পাছত তেতিয়ালৈকে শুই থকা আটাইবোৰকে যেন জগাই দিছিল। কি হ'ল বুজিব নোৱাৰি সকলোৱে চকু-মুখ মোহাৰি উঠি আহি চোতালত সেই অভিনৱ দৃশ্য দেখি আচৰিত হৈ গৈছিল— পৰস্পৰে পৰস্পৰৰ মুখলৈ চাব ধৰিছিল। তাৰ পাচত অবাক হৈ সিহঁতে চোতালৰ সেই দৃশ্য যেন প্ৰাণভৰি উপভোগ কৰিছিল। ●●